# লেখিকাৰ জীৱনী

[প্ৰথম খণ্ড]

(ষোড়শ শতিকাৰ শেষ দশকৰ পৰা কুৰি শতিকাৰ শেষাৰ্দ্ধলৈ)




সম্পাদিকা

অধ্যাপিকা ঃ শীলা বৰঠাকুৰ




সদৌ অসম লেখিকা সমাৰোহ সমিতি,
তেজপুৰ, অসম।

**LEKHIKAR JIVANI** : (1st volume) A collection of forty-one biographical sketches of women writers of Assam from 16th century to the present century, Edited and compiled by Prof. Sheela Barthakur and published by All Assam Lekhika Samaroh Samiti, Tezpur.

Rs. 45/-

First Edition : December, 1987.

---

প্ৰকাশক ঃ সদৌ অসম লেখিকা সমাৰোহ সমিতি।
শ্বহীদ চাৰিআলি, পদুম পুখুৰী পাৰ।
তেজপুৰ—৭৮৪ ০০১

প্ৰথম প্ৰকাশ ঃ ডিচেম্বৰ, ১৯৮৭

অধ্যাপিকা শীলা বৰঠাকুৰ,
প্ৰধান সম্পাদিকা,
সদৌ অসম লেখিকা সমাৰোহ সমিতি।

মূল্য ঃ পঞ্চত্ৰিশ টকা ।

মুদ্ৰক ঃ হেমকোষ প্ৰিন্টাৰ্চ, গুৱাহাটী-৩

যোগাযোগৰ ঠিকনা ঃ
অধ্যাপিকা শীলা বৰঠাকুৰ,
কমাৰচুবুৰী, তেজপুৰ—৭৮৪০০১
ফোন ঃ ৫৯৬

# সূচীপত্ৰ

# সম্পাদকীয়



সদৌ অসম লেখিকা সমাৰোহ সমিতি অনুষ্ঠানটিৰ জন্মৰ সময়ৰে পৰাই লেখিকাসকলৰ জীৱনী প্ৰকাশ কৰাৰ চিন্তা কৰি অহা হৈছে, আৰু এই উদ্দেশ্যেৰে ইতিমধ্যে ভালেমান কেইগৰাকী লেখিকাৰ চমু জীৱনী প্ৰকাশ কৰাও হৈছে, কিন্তু বিস্তৃতভাৱে লেখা জীৱনীগ্ৰন্থ এখনৰ প্ৰকাশৰ কামো ১৯৮১ চনতে হাতত লোৱা হৈছিল আৰু ইয়াৰ প্ৰথম খণ্ডত প্ৰয়াত লেখিকাসকলৰ জীৱনী সন্নিবিষ্ট কৰাৰ কথা ভবা হৈছিল। ইয়াৰ বাবে জীৱনী নিৰ্বাচন, তথ্যাদি উদ্ঘাটন আৰু সংগ্ৰহ আদি কামবোৰ সুচাৰুৰূপে আৰু সময়মতে হৈ নুঠাৰ বাবে একাণ-পতীয়াকৈ কামটোত লাগি থাকিবপৰা হোৱা নাছিল, আৰু এৰা-ধৰাৰ মাজেৰেহে কাম আগবাঢ়িছিল।

কামটো হাতত লোৱাৰ পিছত উপৰোক্ত কামখিনিৰ বাবে আৰু বিশেষকৈ পুৰণি লেখিকাসকলৰ লেখনীসমূহ গোটাব নোৱাৰি আমি বৰ অসুবিধাত পৰিছিলো। চিঠি-পত্ৰাদিৰে কাম নোহোৱাত অসমৰ বিভিন্ন ঠাইলৈ গৈ লেখিকাসকলৰ পৰিয়ালবৰ্গৰ ওচৰ চাপি খা-খবৰ

কৰা আৰু যি আছে তাকে গোটাই পিটাই আনিবলৈ আমাক যথেষ্ট সময়ৰ প্ৰয়োজন হৈছিল। ঊনবিংশ শতিকাৰ কেইগৰাকীমান লেখিকাৰ পৰিয়ালৰ লোক কাকো ইয়াত পোৱা নগ'ল। বিষ্ণুপ্ৰিয়া দেবী আৰু স্বৰ্ণলতা দেবীৰ জীৱনী লেখিবলৈ সমল পোৱা হোৱা নাছিল। উল্লেখযোগ্য যে ইয়াৰ প্ৰথমগৰাকী ৺গুণাভিৰাম বৰুৱাৰ পত্নী আৰু দ্বিতীয় গৰাকী তেখেতৰ কন্যা। অৱশেষত জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী, বেজবৰুৱা গ্ৰন্থাৱলী আদি মাত্ৰ দুখনমান কিতাপৰ সহায়তহে জীৱনীকেইটা প্ৰস্তুত কৰিবলগীয়া হ'ল। আনহাতে পৰিয়ালৰ লোকৰ (কেইগৰাকীমানৰ বাহিৰে) পৰাও যে আমি বহুত কিবা পাইছিলো এনে নহয়। পুৰণি লেখনী সঞ্চয় কৰি ৰখা স্বভাৱ এনেও আমাৰ বহুতৰে নাই। তাতে সেইয়া যদি মহিলাৰ লেখা হয়--- অলাগতিয়াল বুলি ভাবি থোৱাই সকলোৰে অভ্যাস। আচৰিত কথা এয়ে যে সমাজত লেখিকা হিচাপে প্ৰতিষ্ঠা থকা, ষাঠিৰ দশকত মৃত্যু বৰণ কৰা দুই এগৰাকীৰো অপ্ৰকাশিত লেখনী সময়মতে বহুতে উলিয়াই দিব নোৱাৰিলে। আমি দুঃখ পাইছিলো এইবাবেই যে আমি কিবা বিচাৰি গ'লে পুতেক-নাতিয়েকসকলে "এ আছিল হ'বলা, জানো এতিয়া ক'ত আছে, আপুনি অমুকত খবৰ কৰকচোন, মই বাৰু পাৰিলে চাই থম"---ইত্যাদি ধৰণৰ কথাৰে আমাক বিদায় দিছিল। একেগৰাকী মানুহৰ ওচৰলৈকে বহুবাৰ গৈ আমি ভাগৰি পৰিছিলো। অৱশ্যে এই কথাও সত্য যে কেইগৰাকীমান সদাশয় লোকে বাতৰি কাকতত প্ৰকাশ হোৱা আমাৰ জাননী পাই মাক বা আইতাকৰ জীৱনীৰ বাবে লাগতীয়াল সমলখিনি নিজে আহি দি গৈছিলহি। সেইসকলৰ ওচৰত আমি কৃতজ্ঞ।

পুৰণি সাহিত্যৰ বুৰঞ্জী কেইখনৰপৰা বা অভিভাষণাৱলীবোৰৰ পৰাও পুৰণি লেখিকা সম্বন্ধে আমি বিশেষ একো সংগ্ৰহ কৰিব নোৱাৰিলো। এটাইকেইখনতে নতুন/পুৰণি প্ৰায় একেকেইগৰাকীৰ নামকেহে মাত্ৰ পোৱা হ'ল। অৱশ্যে এই ক্ষেত্ৰত বুৰঞ্জীবিদ ৺বেণুধৰ শৰ্মা ডাঙৰীয়াৰ পৰা আমি যথেষ্ট সহায় পাইছিলো। পূৰ্বতে, অৰ্থাৎ চম্যু জীৱনী প্ৰকাশৰ সময়তে তেখেতৰ ওচৰ চাপিছিলো। তেতিয়াই তেখেতে আমাক ভালেমান লেখিকাৰ নাম, পৰিচয় আৰু কিতাপ-

আলোচনী আদিৰ বিষয়ে কৈছিল আৰু সেই সূত্ৰত ধৰিয়েই আমি কামত আগ বাঢ়িবলৈ সাহস কৰিব পাৰিলো।

আমাৰ সকলোতকৈ অসুবিধা হৈছিল লেখিকাসকলৰ মাতৃৰ নাম গোটাওঁতে। আপোন মানুহৰ ঘৰে ঘৰে গৈ বিচাৰি নোপোৱাত কেইগৰাকীমানৰ মাতৃৰ নাম বংশাৱলীৰ পৰা বিচাৰি ল'বলগাত পৰিছে। ফটোবোৰৰ কিছুমান পৰিয়ালৰ পৰা পোৱা হৈছে। কিছুমান 'আৱাহন'ৰ পৰা আৰু 'অৰুণোদয়'ৰ পৰাও এখন লোৱা হৈছে। আন কিছুমান পুৰণি গ্ৰুপ ফটোৰ মাজৰ পৰা উলিয়াই লোৱা হৈছে। যথেষ্ট পুৰণি বাবে ফটোবোৰ আমি ভবামতে উজ্জ্বল নহ'ল। অৱশ্যে কেইগৰাকীমানৰ ফটো কোনোমতেই যোগাৰ কৰিব পৰা নহ'ল।

ইমানবোৰ অসুবিধাৰ মাজতো আমি জীৱনী প্ৰকাশৰ আশা এৰি দিয়া নাছিলো। অৱশেষত দীঘলীয়া দিনৰ ভিতৰত জীৱনীখিনি গোট খালে যদিও আমি ছপা কৰিবলৈ সৰহ সময় নেপালো। কাৰণ বৰপেটাৰ এই দ্বাদশ বাৰ্ষিক অধিবেশনতে জীৱনীখন উন্মোচন কৰিব লাগে বুলি এটায়ে জোৰ দিলে।

যি পৰিস্থিতিতেই নহওক এতিয়া জীৱনীখন ছপা হৈ ওলাইছে আৰু আজি ১৯৮৮ চনৰ ২ জানুৱাৰী তাৰিখে এই গ্ৰন্থ উন্মোচন কৰি ৰাইজৰ হাতত দিব পাৰি যৎকিঞ্চিৎ দায়িত্ব পালন কৰাৰ সৌভাগ্যৰ আনন্দ লাভ কৰিবলৈ সমৰ্থ হৈছো।

জীৱনী বুলিলে সাধাৰণতে কোনো ব্যক্তি বিশেষৰ জীৱন আৰু ঘটনাবোৰৰ বৃত্তান্তক বুজায়। এই বৃত্তান্ত বা বিৱৰণ সত্য ঘটনাৰ ওপৰত প্ৰতিষ্ঠিত হ'ব লাগিব আৰু সাহিত্যৰ পৰ্য্যায়লৈ উন্নীত হ'বলৈ সেই বিৱৰণত কলাৰ স্পৰ্শও থাকিব লাগিব। এই দৃষ্টিৰ পৰা চাবলৈ গ'লে জীৱনী সাহিত্যৰ অপৰিহাৰ্য্য অঙ্গবোৰ বা লক্ষণবোৰ এই গ্ৰন্থত সন্নিবিষ্ট কৰা জীৱনীবোৰত সামৰা হৈছে বুলি আমি দাবী কৰিব নোৱাৰো। সেয়েহে ইয়াক জীৱনী আখ্যা দিয়া হৈছে যদিও জীৱনীৰ আকাৰত লেখা একপ্ৰকাৰ ৰচনা বা জীৱনৰ ঘটনা আৰু কাৰ্য্যাৱলীৰ নিৰ্ভৰযোগ্য আৰু গ্ৰহণীয় সংগ্ৰহ বুলিলেহে ভাল হ'ব।

আনহাতে জীৱনী হ'ল মানুহৰ জীৱনৰ পৰিচয়। হেৰাই যাবলৈ

ধৰা ভালেকেইগৰাকী লেখিকাৰ পৰিচয় ইয়াত পুনৰুদ্ধাৰ কৰাৰ চেষ্টা কৰা হৈছে। জীৱনৰ পৰিচয় দাঙি ধৰিবলৈ গৈ ব্যক্তি বিশেষৰ জীৱনত ঘটা সৰু বৰ ঘটনাৰ বৰ্ণনা দিয়া হৈছে। মহিলাসকলৰ ঘৰুৱা তথা সাংসাৰিক আৰু পাৰিবাৰিক জীৱনৰ কাৰ্য্যাদিৰ মাজেৰে প্ৰস্ফুটিত হোৱা চৰিত্ৰ আৰু ব্যক্তিত্বৰ সম্যকৰূপ বৰ্ণনা কৰিবলৈকো চেষ্টা কৰা হৈছে। মহিলাসকলৰ ঘৰুৱা জীৱনৰ নিত্য-নৈমিত্তিক কাম-কাজ যেনে—ৰন্ধা-বঢ়া, সাজ-পোছাক প্ৰস্তুত কৰা, সন্তান লালন-পালন কৰা প্ৰণালী আদিয়ে পৰম্পৰাগতভাবে আমাৰ সাংস্কৃতিক জীৱনৰ কথাকে কৈ আহিছে। সেয়েহে ব্যক্তিত্বৰ বিচাৰ কৰিবলৈ গৈ, মানুহ গৰাকীৰ স্পষ্ট ৰূপ এটা দিবৰ বাবে এইবিলাক বিষয়ৰ প্ৰতিও দৃষ্টিপাত কৰা হৈছে। অৱশ্যে জীৱনৰ বিভিন্ন দিশৰ পৰিচয় দাঙি ধৰিবলৈ চেষ্টা কৰা হৈছে যদিও বা জীৱনী যুগুত কৰাসকলে ভিন্ ভিন্ ৰচনাভঙ্গী গ্ৰহণ কৰিছে যদিও ইয়াত আমাৰ নিৰ্বাচিত বিষয় সাহিত্যহে।

কেইগৰাকীমানে সাহিত্যিক দিশটোৰ ওপৰত অধিক দৃষ্টিপাত কৰিছে। এইটো সকলোৰে জনা কথা যে সাহিত্য সমালোচনাৰ বাবে বা ঐতিহাসিক দৃষ্টিৰ পৰা জাতিৰ ক্ৰমবিকাশৰ বিচাৰ বৰ্ণনা দিবলৈ লেখক-লেখিকাৰ গ্ৰন্থসমূহৰ বিশেষ প্ৰয়োজন আছে। এই কথা আগতেও উনুকিয়াই অহা হৈছে যে অসমৰ ক্ষেত্ৰত ই একেবাৰেই সহজলভ্য নহয়। সেয়েহে জাতীয় জীৱনৰ ক্ৰমবিকাশৰ বাবে লেখিকাসকলৰ অৱদান বা সেইসকলৰ চিন্তাধাৰাৰ সামাজিক ৰূপ বিচাৰ কৰি উলিওৱা হয়তো টান হৈ পৰিছে। কিন্তু চেষ্টাৰ হ'লে ত্ৰুটী হোৱা নাই। সেয়েহে সাহিত্যিক জীৱনৰ ওপৰত আলোকপাত কৰিবলৈ গৈ কোনোবা গৰাকীয়ে জীৱনীত পুথিৰ তালিকা এখনকে দি সামৰণি মাৰিবলৈ বাধ্য হৈছে।

ভালেমান সমালোচকৰ মতে অসমীয়া নাৰীয়ে সাহিত্যৰ ক্ষেত্ৰলৈ বিশেষ অৱদান আগবঢ়াব পৰা নাই। আঙুলিমূৰত লেখিবপৰা কেইগৰাকীমানৰ বাহিৰে সাহিত্যত নাৰীৰ অৱদান নিচেই তাকৰীয়া। অসমীয়া নাৰীয়ে সতীত্বৰ আদৰ্শৰে নিজক মহিমাময়ী কৰিছে, দেশ ৰক্ষাৰ হেতুকে যুদ্ধক্ষেত্ৰত অস্ত্ৰ হাতত লৈ যুঁজ দিছে, দেশৰ

স্বাধীনতা ৰক্ষাৰ বাবে আত্মবলিদান দিছে, আনকি দেশৰ শাসন নীতিতো অংশ লৈছে। সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত হয়তো পৃষ্ঠপোষকতাও কৰিছে, কিন্তু নিজৰ সৃষ্টিৰ দ্বাৰা সাহিত্য ফুলনিখনৰ শোভা বঢ়াব পৰা নাই।

এনেবোৰ উক্তি প্ৰায় সকলোৰে মুখতেই শুনা যায়। সেয়েহে এই বিষয়টো বিচাৰ কৰি চোৱাৰ ইচ্ছাৰে, আমাৰ অনুসন্ধানী আৰু আগ্ৰহী মনৰদ্বাৰা যিখিনি পোৱা হ'ল সেইখিনিকে ইয়াত প্ৰকাশ কৰিলো।

পুৰুষ আৰু মহিলা একেখন সমাজতে বাস কৰে যদিও মহিলাৰ সমস্যা বহুত বেছি। বিংশ শতাব্দীৰ শেষাৰ্দ্ধতো আমাৰ পাৰম্পৰিক ৰক্ষণশীল সমাজখনত বহুত কিবা পৰিবৰ্তন হৈছে বুলি ক'ব নোৱাৰি। প্ৰাকস্বাধীনতাৰ কালছোৱাৰ কথাতো একেবাৰেই সুকীয়া। নাৰীৰ ক্ষেত্ৰত সেই যুগক অন্ধকাৰ যুগ আখ্যা দিলেও একো ভুল কোৱা নহয়। সমাজৰ কঠোৰ ৰীতি-নীতিৰ মাজত থাকি, শিক্ষা-দীক্ষাৰ পোহৰৰ পৰা বঞ্চিত হৈ, একমাত্ৰ ৰান্ধনী ঘৰখনকে সৰ্বস্ব বুলি ধৰি থকা সকলৰ পৰা আৰুনো কি আশা কৰিব পাৰি?

কিন্তু ইয়াৰ মাজতো বহুকেইগৰাকীয়ে নিজৰ সৃষ্টিশীল প্ৰতিভাৰ যি পৰিচয় দি গৈছে তাক অস্বীকাৰ কৰাৰ সাহস আমাৰ নাই। নিজৰ মন আৰু আত্মাৰ তৃপ্তিৰ বাবে কোনো গৰাকীয়ে আইনাম, বিয়ানাম, গোসাঁইনাম, লোকগীত আদিকে লেখিছে, কোনোবা গৰাকীয়েবা জীয়ৰী-বোৱাৰীক শিকাবৰ মনেৰে ৰন্ধা-বঢ়াৰ প্ৰণালীকে লেখি হেঁপাহ পলুৱাইছে। ঈশ্বৰ ভক্তি, স্বদেশপ্ৰেম, নৈতিক জীৱন যাপনত গুৰুত্ব, সমাজ-সংস্কাৰত আগ্ৰহ আদি বিভিন্ন ধ্যান-ধাৰণাৰে উদ্বুদ্ধ হৈ লেখি থৈ যোৱা ৰচনাবোৰ সাহিত্যিক গুণত দুখীয়া হলেও আমাৰ মৰমৰ সম্পদ।

স্বামী সাহিত্যিক, পত্নীগৰাকী ওচৰে পাজৰে থাকি স্বামীৰ দ্বাৰা প্ৰভাৱান্বিত হৈ সাহিত্য ৰচনা কৰিছে—এনে লেখিকাও আমি কেইবা-গৰাকীও পাইছো, যদিও সেইসকলৰ লেখনীয়ে প্ৰকাশৰ মুখ নেদেখিলে। আঢ্যৱন্ত তথা সম্ভ্ৰান্ত পৰিয়ালৰ মহিলাসকলৰ ভিতৰতো বহুতে দীঘলীয়া আজৰি সময়বোৰৰ সু-ব্যৱহাৰ কৰি, সীমিত বিদ্যা-

বুদ্ধিৰে সাহিত্য সৃষ্টিত হাত দিয়াৰ উদাহৰণো বহুত আছে।

সেয়েহে এইখিনিলৈকে আগবাঢ়ি আহি আমি এটা সত্য উপলব্ধি কৰিব পাৰিছো যে মহিলাসকলে যুগে যুগে জাতিৰ সাহিত্য-সংস্কৃতিলৈ মূল্যবান অৰিহণা যোগাই সমাজ জীৱনক চহকী কৰি গৈছে। এই-সকলৰ কোনোবা গৰাকীয়ে হয়তো সুখ্যাতি লাভ কৰিছে, কিন্তু আন এগৰাকী সুযোগ সুবিধাৰ সন্ধানত থাকোতেই হেৰাই গৈছে আৰু অখ্যাত হৈ পৰিছে। এইসকলৰ সবিশেষ পাবলৈকো নোহোৱা হৈছে। এই গুণী মহিলাসকলক বিস্মৃতিৰ গৰ্ভত লীন যাবলৈ নিদি পুনৰ প্ৰতিষ্ঠিত কৰাই আমাৰ একান্ত উদ্দেশ্য। আমি আশা কৰিছো পৰলোকগত এই সকলৰ সৃষ্টিশীল অৱদানে নতুন পুৰুষক প্ৰেৰণা দিয়াৰ উপৰিও অতীতৰ সমাজ জীৱন আৰু চিন্তাধাৰাৰ লগত পৰিচয় কৰাই দিব আৰু সিয়েই ভৱিষ্যত নিৰ্ণয় কৰাতো সহায়ক হ'ব। এই বিচাৰৰ দ্বাৰাই অনুপ্ৰাণিত হৈ সদৌ অসম লেখিকা সমাৰোহ সমিতিয়ে বিখ্যাত-অখ্যাত, সন্মানিত-অৱজ্ঞাত একচল্লিশগৰাকী প্ৰয়াত লেখিকাৰ জীৱনী থুপ খুৱাই এই প্ৰথম খণ্ড "লেখিকাৰ জীৱনী" প্ৰকাশ কৰি ৰাইজৰ আশীৰ্বাদ কামনা কৰিছে।

বহুজনে কোৱা শুনিছো যে অসমীয়া সাহিত্যৰ বিভিন্ন কিতাপ আলোচনীত মহিলাৰ জীৱনী প্ৰকাশ হৈছে যদিও গ্ৰন্থ হিচাপে এই-খনেই প্ৰথম। সেয়েহে প্ৰথম পদক্ষেপ হিচাপে ইয়াত ভুল-ত্ৰুটি নিশ্চয় থাকিব। তদুপৰি আমাৰ কামবোৰত সদায় লৰালৰি আছেই। একেদৰেই এই গ্ৰন্থখন ছপাওতে আমি বৰ লৰালৰি কৰিবলগীয়া হ'ল—যাৰ বাবে ছপাশালৰ ভুল থকাটো নিতান্তই স্বাভাৱিক।

বহু কষ্টেৰে তথ্যপাতি সংগ্ৰহ কৰি জীৱনী যুগুত কৰি দিয়া সকললৈ আমাৰ আন্তৰিক কৃতজ্ঞতা জনালো। সম্পাদিকা হিচাপে এইখিনিতে এষাৰ কথা কৈ থ'ব খুজিছো যে জীৱনীবোৰৰ সৰহ ভাগতেই বিস্তৃতভাৱে হাত ফুৰাব লগীয়াত পৰিছে। জীৱনীবোৰ আমাৰ হাতত পৰাৰ পিছত আমি বহুত তথ্যপাতি পাই আছিলো। সেইবোৰ সংযোগ কৰিবলগীয়া হৈছে বা কোনোবাটোৰ অংশবিশেষ নতুনকৈ জুকিয়াব লগাত পৰিছে। ইয়াৰ বাবে ক্ষমা বিচাৰিছো।

জীৱনী প্ৰস্তুত কৰাৰ ক্ষেত্ৰত সহায় আগবঢ়োৱাৰ বাবে যি কেই-

গৰাকীৰ নাম মই ল'বই লাগিব সেই কেইগৰাকী হ'ল অনুষ্ঠানৰ সভানেত্ৰী শ্ৰীঅবলা গোহাঁই, শ্ৰীফুলেশ্বৰী দত্ত, শ্ৰীপুণ্যপ্ৰভা ৰাজখোৱা, শ্ৰীলীলা দেৱী, শ্ৰীআৰতি শইকীয়া, শ্ৰীবিমলী গোস্বামী, শ্ৰীনিৰুপমা কটকী আৰু শ্ৰীমাধুৰী কলিতা চৌধুৰী। এই সকলৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিছো। আৰু সকলো বিষয়তে দিহা পৰামৰ্শ দি সহায় কৰাৰ বাবে শ্ৰীষড়ানন বৰঠাকুৰলৈ কৃতজ্ঞতা জনাইছো।

জীৱনীৰ ক্ষেত্ৰত কিবা এটা অসুবিধা পালেই মই আলোচনা কৰিছিলো শ্ৰীস্বাধীনতা মহন্তৰ লগত। তেওঁৰ আন্তৰিক সহযোগিতাৰ শলাগ লৈছো। এই কামত শ্ৰী ৰেণু মহন্তই যথেষ্ট সহায় কৰিছে। তেওঁলৈ আমাৰ ধন্যবাদ থাকিল।

যিসকলৰ জীৱনী সম্বলিত কৰি এই জীৱনী গ্ৰন্থ প্ৰকাশ কৰা হৈছে সেই পৰলোকগতা লেখিকাসকলৰ পৰিয়ালৰ লোকক তথ্য-পাতি দি সহায় আগবঢ়োৱাৰ বাবে কৃতজ্ঞতা জ্ঞাপন কৰিলো।

শেষত অজ্ঞাতে কৰা সকলো দোষ-ত্ৰুটিৰ বাবে ক্ষমা প্ৰাৰ্থনা আৰু ৰাইজৰ সহানুভূতি কামনাৰে এই সম্পাদকীয় শিতানৰ সামৰণি মাৰিলো। ●●

—শীলা বৰঠাকুৰ
সম্পাদিকা।

বিঃ দ্রঃ—২৬ পৃষ্ঠাৰ পাদটীকাত শ্ৰীযোগেন্দ্ৰ নাৰায়ণ বৰুৱাৰ নামৰ ঠাইত শ্ৰীযোগেন্দ্ৰ নাৰায়ণ ভূঞা হ'ব।

# অসমীয়া সাহিত্যৰ বুৰঞ্জীত প্ৰথম মহিলা—

## ॥ বৈষ্ণৱ কবি পদ্মপ্ৰিয়া ॥

শ্ৰীমতী কেশদা মহন্ত

পদ্মপ্ৰিয়া

বৈষ্ণৱ যুগৰ মহিলা কবি

পুৰণি অসমীয়া সাহিত্যৰ ইতিহাসত একমাত্ৰ মহিলা কবি আছিল ভবানীপুৰীয়া গোপালদেৱৰ কন্যা পদ্মপ্ৰিয়া আই। গোপালদেৱ আছিল মহাপুৰুষ মাধৱদেৱৰ অন্যতম প্ৰমূখ্য শিষ্য। এওঁ মহাপুৰুষীয়া ধৰ্মৰ 'কাল-সংহতি' সম্প্ৰদায়ৰ প্ৰৱৰ্তক। তেওঁৰে কন্যা পদ্মপ্ৰিয়া।*

এই পদ্মপ্ৰিয়াৰ কথা ৰামানন্দ দ্বিজে ৰচনা কৰা গুৰু-চৰিত্ৰ (অপ্ৰকাশিত ২য় খণ্ডত), কথা গুৰু-চৰিত, খোঁৱামোচৰা সত্ৰৰ প্ৰতিষ্ঠাতা দ্বিজ ৰামচন্দ্ৰৰ নাতি পূৰ্ণানন্দই ৰচনা কৰা ভবানীপুৰীয়া গোপালআতাৰ চৰিত আদিত বিভিন্ন প্ৰসঙ্গত পোৱা যায়।

পদ্মপ্ৰিয়া গোপালদেৱৰ কনিষ্ঠ সন্তান বুলি ধাৰণা হয়। তেওঁৰ জন্ম-মৃত্যুৰ সময় সম্পৰ্কে আমি এতিয়াও কেকো জানিব পৰা নাই। পূৰ্ণানন্দ ৰচিত গোপাল আতাৰ চৰিতত পদ্মপ্ৰিয়াৰ জন্ম সম্পৰ্কে কোৱা হৈছে যে---

তৈল একজন আৰো দুহিতা উত্তম ॥৩০৭
জ্ঞান গুণে সমস্তৰে মন মজাইলা।
অতি দয়াতৰে পদ্মপ্ৰিয়া নাম দিলা ॥

পদ্মপ্ৰিয়া আছিল ৰূপৱতী, গুণৱতী, জ্ঞানশীলা আৰু শাস্ত্ৰ অধ্যয়নৰ প্ৰতি আগ্ৰহী। পিতৃৰ পৰা পদ্মপ্ৰিয়াই আক্ষৰিক জ্ঞান আয়ত্ত কৰি পুথি পঢ়িব পৰা হৈছিল আৰু তাৰেপৰাই পিছলৈ তেওঁ কালেমান গীতমাত ৰচনা কৰিবলৈ সমৰ্থ হৈছিল।

পূৰ্ণানন্দ দ্বিজ ৰচিত গোপালদেৱৰ চৰিতত পদ্মপ্ৰিয়া গোপালদেৱৰ কেনে আদৰৰ পাত্ৰী আছিল তাৰ বৰ্ণনা পোৱা যায়। তেওঁ ভক্তিগীত গাই পিতাকৰ খং উঠাৰ সময়তো প্ৰসন্ন কৰাৰ কথা গোপালদেৱৰ চৰিতত আছে।

এদিন গোপালদেৱৰ পত্নীয়ে ভাগৱত শ্ৰৱণ কৰি থাকোতে ভাতৰন্ধা পলম হোৱাৰ কাৰণে গোপালদেৱে ভোজন নকৰাকৈ খং কৰি থকা দেখি মাকে পদ্মপ্ৰিয়াক আতাকক মাতিবলৈ পাচিলে। তেতিয়া পদ্মপ্ৰিয়াই এটি গীত গাবলৈ আৰম্ভ কৰিলে---

এফাকি গীতকে গাইবে নতু পাস্তে
পৰম প্ৰসন্ন ভৈলা
++ আপুনি উঠি আসিলা ॥
গুণৰ লুবুধ গোপালে অন্নক
ভুঞ্জিলা হৰিষ মনে।
পদ্মপিৰিয়াৰ সদগুণ দেখি
প্ৰশংসিলা সৰ্ব্বজনে ॥ ৮২১
পূৰ্বতে যশোদা যেহেন কৃষ্ণক
লগায়া ভাৱ ৰাচিলা।
সেহি অনুৰূপে পদ্মপিৰিয়ায়ো
গোপালক সন্তোষিলা ॥

কথাগুৰু চৰিত, পূৰ্ণানন্দ ৰচিত গোপালদেৱৰ চৰিত আৰু দ্বিজ ৰামানন্দ ৰচিত (শংকৰ-মাধৱৰ) গুৰু চৰিতত উল্লেখিত এটা কাহিনীৰ পৰা পদ্মপ্ৰিয়াৰ অহংকাৰ-ৰহিত নম্ৰ স্বভাৱ আৰু গুৰু সেৱা-পৰায়ণতাৰ পৰিচয় পোৱা যায়।

ষোড়শ শতাব্দীৰ শেষভাগত (১৫৮০ খ্ৰীষ্টাব্দৰ পাছত) মহাপুৰুষ মাধৱদেৱ বৰপেটা সত্ৰত থকা সময়ত তেখেতৰ প্ৰধান শিষ্যসকলৰ ভিতৰৰ অন্যতম ভৱানীপুৰীয়া গোপালদেৱ শাস্ত্ৰ জ্ঞান লাভ কৰিবৰ বাবে ভৱানীপুৰৰ পৰা মাজেৰে বৰপেটালৈ গৈ থাকে। সেইবাবে

জীয়েক পদ্মপ্ৰিয়াই তেওঁকো গুৰুজনক দেখুৱাই আনিবলৈ সদায় পিতাকক ধৰে। এদিন গোপালদেৱে এটা চৰ্তত জীয়েকক নিবলৈ মান্তি হ'ল। এইবিষয়ে কথা গুৰু-চৰিতত এইদৰে আছে—"চোট পদ্মপ্ৰিয়া দুহিত্ৰী সক আপীএ বোলে আতা মই যাওঁ। গুৰুজনক (মাধৱদেৱক) সেৱা কৰিবলৈ নিয়া। বোলে যাক নিওঁ, যদি খলা সৰা, কান্তি মচা, গুৰুজনৰ দাসীৰ সেৱাকৈ ধূলা ল'ব পাৰ হ'অ। বোলে ল'ম যাওঁ। এই বুলি গৈছে। খলা সাৰিছে। হৰিজীএ, পৰি সেৱাকৈ ধূলা লৈছে? চ'ৰাতে গুৰুজনে দেখিবোলে গোপাল, এইটি ক'ৰ আপী? বোলে বাপ আমাৰে বেটী, দাসী। প্ৰশংসাকৈ বোলে সজ বুদ্ধিখানি।"

পূৰ্ণানন্দই আকৌ কাহিনীটো ভিন্ন ধৰণে কৈছে, "এদিন গোপাল-দেৱ পুৰুষোত্তম ঠাকুৰ (শংকৰদেৱৰ নাতিয়েক)ৰ ওচৰলৈ যাবলৈ ওলোৱা দেখি পদ্মপ্ৰিয়াও লগতে যাবলৈ ওলাল—শংকৰদেৱৰ পত্নী আই গোসানীক দৰ্শন কৰাৰ অভিলাষেৰে। তেতিয়া—

> "গোপালে বোলন্ত তোক নিব পাৰো তেবে।
> আমাৰ বচন কৰিবাক পাৰা যেবে॥"

পদ্মপ্ৰিয়াই আতাকে (পিতাকে) যি কয় তাকে পালন কৰিব বুলি প্ৰতিশ্ৰুতি দিয়াত—

> "গোপালে বোলন্ত আইক পাছেসে দেখিবা।
> দাসী সকলক আগে দৰশন পাইবা॥
> তাসম্বাক দেখি যদি পাৰা ওলগিত।
> চলিয়োক এতিক্ষণে আমাৰ লগত॥ ৮৬৫

সেইমতে গৈ ঠাকুৰৰ থান পাই—

> এজনা দাসীক গৈয়া পাইলা দৰিশন॥৮৬৬
> ধান্য গুটি বাচনীৰে সাৰিয়া আছিলা।
> পাছ হন্তে পিৰিয়াক গৈয়া ওলগিলা॥

পদ্মপ্ৰিয়াই এইদৰে দাসীক প্ৰণাম কৰা দেখি দাসীয়ে দুঃখ মনেৰে আঁঠুকাঢ়ি পদ্মপ্ৰিয়াক, "আই মোক কি কাৰণে এনুৱা কৰিলা" বুলি কৈ গোপালদেৱৰ চৰণত ধৰি কান্দিবলৈ ধৰিলে। গোপালে তেওঁক নানা সান্ত্বনা দি শান্ত কৰিলে। তাৰ পাছত পদ্মপ্ৰিয়াই যেতিয়া

শ্ৰীমন্ত শংকৰদেৱৰ পত্নীক প্ৰণতি জনালেগে, তেতিয়া পদ্মপ্ৰিয়াক "হাতে আনি আই মুখ কৰিলা চুম্বন। বুলিলা অনেক আৰো প্ৰশংসা বচন ॥"

দ্বিজ ৰামানন্দ ৰচিত গুৰু চৰিততো এই কাহিনী এইদৰেই বৰ্ণোৱা হৈছে। দাসীক প্ৰণাম কৰোতে যেতিয়া আপত্তি কৰিছিল তেতিয়া—"বোলে পদ্মপ্ৰিয়া আত কিছু দোষ নাই ॥

আই গোসানীৰ কৃত্য কৰা সৰ্ব্বক্ষণ।

কোন দোষ তযু মই কৰিলো বন্দন ॥২৬৫

পূৰ্ণানন্দ ৰচিত গোপাল দেৱৰ চৰিত পুথিত[১] পদ্মপ্ৰিয়াৰ বিবাহৰ প্ৰসঙ্গত এনেদৰে কোৱা হৈছে—গোপালদেৱৰ অন্যতম প্ৰিয় শিষ্য গজলা সত্ৰৰ প্ৰতিষ্ঠাতা যদুমণিদেৱক গোপালদেৱে পদ্মপ্ৰিয়াক সমৰ্পণ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰিলে। শ্ৰীমন্ত শংকৰদেৱে নিজ কন্যাক যাচোতে শ্ৰীমন্ত মাধৱদেৱে যি পন্থা গ্ৰহণ কৰিছিল এতিয়া গজলাৰ যদুমণিয়েও তাকে কৰিলে—

গোপালৰ বাণী শুনি যদুমণি
মনে বিমৰিষি চাইল।
বোলন্ত এথাত বিষয় কৰিলে
মোৰ কোনো কাম নিসিজিল ॥
হেন মনে গুনি বাপ যদুমণি
উঠি আগবাঢ়ি গৈয়া ॥
পদ্মপিৰিয়াক সেৱা কৰিলন্ত
মাতৃ বুলি সাদৰিয়া ॥৬৮১

তেতিয়া গোপালদেৱে অসন্তোষ পোৱা দেখি যদুমণিয়ে উত্তৰ দিলে—

"আপুন কুশল কাৰণে আসিয়া
তোমাৰ পাৱে ভজিলো।
আৰে ইথানত বিষয় কৰিলে
কোন পুণ্য আচৰিলোঁ ॥"

এইদৰে যদুমণিয়ে গুৰুকন্যাক মাতৃজ্ঞান কৰি বিবাহৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰাৰ কথা গুৰু চৰিতত পোৱা যায়। অৱশ্যে পাছত অন্যসময়ত অন্য কন্যাক বিয়া কৰাই যদুমণি গৃহস্থী হ'ল। ইয়াৰ

বাহিৰে পদ্মপ্ৰিয়াৰ বিবাহ সম্পৰ্কে কোনো প্ৰামাণিক তথ্য পোৱা হোৱা নাই। কথিত আছে যে একশৰণ বৈষ্ণৱ ধৰ্মত পিতৃ গোপালদেৱৰ পৰা শৰণ গ্ৰহণ কৰাৰ পাছত অনেক শাক্ত ব্যক্তিৰ লগত পদ্মপ্ৰিয়াৰ বিবাহ হৈছিল। পিছে শাক্ত স্বামীৰ লগত সহধৰ্ম আচৰণ কৰিব নোৱাৰি পদ্মপ্ৰিয়াই পিতৃগৃহলৈ ঘূৰি আহি নামধৰ্ম আচৰণ কৰি কাল কটায়।

হৰিবল্লভ ৰচিত 'ৰামকৃষ্ণদেৱ চৰিত'ত ভকতৰ প্ৰতি থকা পদ্মপ্ৰিয়াৰ গভীৰ শ্ৰদ্ধা-ভক্তিসূচক এটা কাহিনী বৰ্ণনা কৰা হৈছে। উল্লেখযোগ্য যে সত্ৰীয়া পৰম্পৰামতে গুৰুৰ ওচৰত গৈ হৰিত শৰণ গ্ৰহণ কৰা সকলো শিষ্যই ভকত। গুৰু পৰম্পৰাৰ ব্যক্তিসকলক ভকত বোলা নহয়।

এই পুথিত থকামতে এবাৰ বহাগমহীয়া গোপালদেৱৰ তিৰোভাৱ তিথিৰ সময়তে, বাৰৈমৰা জানৰ সমীপত বাস কৰি থকা পদ্মপ্ৰিয়া পিছলি পৰাত ভৰি ভাগিল। ৰামকৃষ্ণদেৱে, (গোপালৰ পুত্ৰ নাতি) তেখেতক দোলাত তুলি তিথি উৎসৱলৈ আনিবলৈ আঠজন শিষ্যক পঠাই দিলে। তেতিয়া পদ্মপ্ৰিয়াই—

বোলন্ত ভক্তৰ কন্ধত চৰিয়া
নপাৰো মঞি যাইবাক।
হৰি ভকতৰ কন্ধ বগাই কেনে
নাশিবোহো আপোনাক ॥

—এইবুলি আহিবলৈ অমান্তি হোৱাত অসুস্থ অৱস্থাত এনে কৰিলে দোষ নাই বুলি ভতিজাকে পুনৰ মানুহ পঠাই দিলে। অৱশেষত সেই ব্যৱস্থামতেই পিতৃ গুৰুৰ তিথি সেৱা কৰিবলৈ পদ্মপ্ৰিয়া যাবলৈ ওলাল। তেখেতে ৰান্ধি বাঢ়ি খুৱাই ভকতসকলক সেৱা জনাই লৈ অতি দুঃখ মনেৰেহে দোলাত উঠি হালধি আটীত থকা ভতিজাকৰ ঘৰলৈ গ'ল।

পদ্মপ্ৰিয়া নিজে ধৰ্মপ্ৰচাৰিকা নাছিল। তথাপি সেই যুগৰ পৰিপ্ৰেক্ষিত অধ্যয়ন আৰু অনুশীলনৰ দ্বাৰা তেওঁ যে এগৰাকী শিক্ষিতা মহিলা আছিল, সেইকথা তেওঁৰ ৰচিত গীতমাতৰ পৰা বুজা যায়। শঙ্কৰ-মাধৱ তথা নিজৰ শৰণীয়া গুৰু গোপালদেৱৰ প্ৰতি সেৱা ভক্তি-পৰায়ণতা, হৰিভক্তসকলৰ প্ৰতি আন্তৰিক নিষ্ঠা, শ্ৰৱণ-কীৰ্তনত সদাৰত, ভক্তি পৰায়ণা নাৰীৰ ৰূপত পদ্মপ্ৰিয়াৰ

কথা 'কথা গুৰুচৰিত', দ্বিজ ৰামানন্দ ৰচিত শংকৰ-মাধৱৰ চৰিত, আৰু পূৰ্ণানন্দ ৰচিত গোপালদেৱৰ চৰিতত পোৱা যায়। পদ্মপ্ৰিয়াৰ ভক্তি পৰায়ণতাত তেওঁৰ পিতৃ আৰু শৰণীয়া গুৰু গোপালদেৱ অতি প্ৰসন্ন হোৱাৰ কথাও চৰিতপুথিসমূহত পোৱা যায়। হৰিবল্লভ নামৰ এজন চৰিতকাৰে ৰচনা কৰা "ৰামকৃষ্ণ দেৱৰ চৰিত"ত (অপ্ৰকাশিত)[২] পদ্মপ্ৰিয়াৰ বিষয়ে এইবুলি আছে—

(গোপালদেৱৰ পত্নী) আৰ বৰপেটীয়াৰ দুহিতা গোসানী।

++ পদ্মপ্ৰিয়া নামে ভৈলা তাহাৰ নন্দিনী ॥
অতি ৰূপৱতী গুণৱতী যশস্বিনী ॥
আইসকলৰ প্ৰসঙ্গত সমুদায়।
হৰিনাম লগাৱন্ত হুয়া নম্ৰকায় ॥
কোকিলৰ স্বৰ যেন কণ্ঠ সুললিত।

পদ্মপ্ৰিয়াৰ ৰচিত গীত-পদৰ অদ্যাৱধি কোনো সংকলন হোৱা নাই। স্বৰ্গীয় কালিদাস খাটনীয়াৰে সংগ্ৰহ কৰা কেইটামান পদ্মপ্ৰিয়াৰ গীত এই লেখিকাই পাইছে।[৩] তাৰ ভিত্তিতে পদ্মপ্ৰিয়াৰ সাহিত্যিক মূল্য নিৰ্ণয় কৰাৰ সামান্য যত্ন কৰা হ'ল।
প্ৰথম অসমীয়া লেখিকা পদ্মপ্ৰিয়াৰ বিষয়ে অনুসন্ধান কৰিলে যথেষ্ট সমল পোৱা যাব বুলি আশা কৰিব পাৰি।

ৰামগিৰি ৰাগত ৰচিত এটি গীতত পদ্মপ্ৰিয়াই আৰম্ভণিতে "জয়তি শংকৰ, জগত ঈশ্বৰ ++ পূৰ্ণব্ৰহ্ম অৱতাৰ' বুলি শ্ৰীমন্ত শঙ্কৰ দেৱৰ বন্দনা কৰিছে। কবিৰ মতে শংকৰ, মাধৱ আৰু গোপাল পৰম্পৰাগত এই তিনিওজনা গুৰু অভিন্ন, পৰমেশ্বৰৰ লীলামূৰ্তি। গীতটিৰ অন্তত আছে—

অনাদি অনন্ত প্ৰভু ভগৱন্ত
তোমাৰ অনন্ত লীলা।
শংকৰ মাধৱ গোপাল স্বৰূপে
নিজ যশ প্ৰচাৰিলা ॥
মই হীনমতি নামে পদ্মপ্ৰিয়া
নাজানো ভক্তি তোমাৰ।
কায়বাক্যমনে তোমাৰ চৰণে
শৰণ কৰিলো সাৰ।

ৰামগিৰি ৰাগৰ অন্য এটা গীতত পদ্মপ্ৰিয়াই পিতৃগুৰু গোপাল-দেৱৰ ৰূপত প্ৰভু 'গোপাল'ৰ বন্দনা কৰিছে। অৰ্থাৎ গীতটিত গুৰু আৰু দেৱৰ অভিন্নতাৰ উপলব্ধি প্ৰকাশ পাইছে। এই গীতৰ এফাকি পদত পুৰুষোত্তম ঠাকুৰ ৰচিত ন-ঘোষা এফাকিত প্ৰয়োগ কৰা ৰূপকৰ সাদৃশ্য আছে। এই গীতটি মালা-ৰূপকৰ এক শ্ৰেষ্ঠ নিদৰ্শন। ভক্তিক প্ৰদীপৰ ৰূপকত অৱতাৰণা কৰি গীতটিত কোৱা হৈছে—

শংকৰ স্বৰূপে প্ৰদীপক থৈলা মাধৱেসে বঢ়াইলন্ত।
তেল বত্তি দিয়া সম্পূৰ্ণ কৰিয়া গোপালেসে জ্বলাইলন্ত॥

ন-ঘোষাত আছে—

শংকৰ স্বৰূপে হৰি নিজ অংশে অৱতৰি
ভকতি প্ৰদীপ লগাই থৈলা।
মাধৱ স্বৰূপে হৰি তৈল শলা বতি দিয়া
অজ্ঞান আন্ধাৰ দূৰ কৈলা॥

[ বৰ্তি—বত্তি, শলিতা ]

ৰামগিৰি ৰাগৰ অন্য এটি গীতত সংসাৰ বিৰাগী পদ্মপ্ৰিয়াই সংসাৰৰ অনিত্যতা প্ৰকাশ কৰি গুৰুৰ পদত ভৰষা স্থাপন কৰিছে—

গুৰু পদ নুভুলিবি তই মন,
গতি মোৰ গুৰুৰ দুই পাৱে।
ভৱ বৈতৰণী তৰিতে তৰণী
আনমতে কেবা পাৱে॥ ধ্ৰু॥

পদ— পুত্ৰ পতি ধন সবে অকাৰণ
যেন জলবিম্ব হাসে
এই আছে নাই সবে হব ছাই
সকলো কাল গৰাসে
জীৱন যৌৱন সবে অকাৰণ
যেন সপোনৰ নিধি।
মিছা দুখ লাগি ব্ৰহ্মক তিয়াগি
নভৈল কিছুই সিদ্ধি॥

গীতটিৰ ভনিতাত গুৰু গোপালৰ পাৱে পৰি পদ্মপ্ৰিয়াই কৈছে—

বিষয়ত মন সুদৃঢ় বন্ধন
মায়া মহাপাশ জৰী।
পদ্মপিৰিয়াই কহে অভিপ্ৰায়
গোপালৰ পাৱে পৰি ॥

গীতকেইটিত থকা অনুপ্ৰাসেও কাণত দোলা দি গৈছে। উপমাৰ চিত্ৰও সুস্পষ্ট।

অসমীয়া সাহিত্য জগতৰ এইগৰাকী সৰ্বপ্ৰথম মহিলা বৈষ্ণৱ কবিৰ সম্পৰ্কত এতিয়ালৈকে বিশেষ কোনো অনুসন্ধান— অধ্যয়ন হোৱা নাই। শ্ৰীমোহনচন্দ্ৰ মহন্ত সম্পাদিত "মহাপুৰুষ শ্ৰীশ্ৰীগোপাল-দেৱৰ চৰিত্ৰ"ত (৪৩১ পৃঃ) পোৱা তথ্যখিনিয়েই এই বিষয়ত বাট-কটীয়া হ'ব পাৰে।

পদ্মপ্ৰিয়া অসমীয়া নাৰী সমাজৰ গৌৰৱৰ পাত্ৰী আৰু প্ৰথম অসমীয়া মহিলা কবি স্বৰূপে আমাৰ চিৰনমস্য।

---

(১) পূৰ্ণানন্দ ৰচিত 'গোপালদেৱৰ চৰিত' (৬৭৭-৬৮১ পদ)।

(২) এই পুথিখন লেখিকাই শ্ৰীযুত মোহনচন্দ্ৰ মহন্ত বি, এল দেৱৰ পৰা পাইছিল।

(৩) শ্ৰীযুত মোহনচন্দ্ৰ মহন্ত বি, এল (যোৰহাট) দেৱৰ পৰা পোৱা।

* এটা সূত্ৰৰ মতে পদ্মপ্ৰিয়াৰ ঘৰুৱা নাম 'পিৰীয়া'। মূলতে আছিল প্ৰিয়া। প্ৰিয়াৰ পৰা উচ্চাৰণ সলনি হৈ 'পিৰীয়া' হৈছিল। মাতৃৰ নাম 'বৃন্দাৱতী' ।—সম্পাদিকা।

# ইলাইজা হুইট্‌নি ব্ৰাউন



অৰুণোদয় যুগৰ লেখিকা

শ্ৰীমতী প্ৰতিমা বৰুৱা ॥

অসমীয়া সাহিত্য জগতত "এলিজা ব্ৰাউন" নামেৰে পৰিচিতা মহিলা লিখিকাগৰাকীৰ প্ৰকৃত নাম ইলাইজা হুইট্‌নি ব্ৰাউন। তেওঁৰ স্বামী আছিল আধুনিক অসমীয়া ভাষা-সাহিত্যৰ প্ৰাণ প্ৰতিষ্ঠাতা ডক্‌টৰ নাথান ব্ৰাউন।

ইলাইজা হুইট্‌নি ব্ৰাউনৰ বিষয়ে লিখিবলৈ যাওঁতে আমি সেই সময়ৰ অৰ্থাৎ ঊনবিংশ শতিকাৰ অসমৰ অৱস্থাৰ বিষয়ে উল্লেখ কৰিবই লাগিব।

'আহোম ৰাজত্বৰ বেলি মাৰ যোৱাৰ লগে লগে ইংৰাজৰ শাসনত অসম যেতিয়া সকলো ফালৰ পৰাই অন্ধকাৰাচ্ছন্ন হৈ আছিল সেই সময়তেই খ্ৰীষ্ট ধৰ্মৰ বৰ্ত্তি 'জ্বলাবলৈ' ভাৰতবৰ্ষৰ অন্যান্য ঠাইলৈ আমেৰিকান মিছনেৰীসকলৰ আগমন হৈছিল। নাথান ব্ৰাউন আৰু অলিভাৰ কট্টৰ সপৰিয়ালে অসমৰ আটাইতকৈ পূৰ্বৰ ঠাই শদিয়াত উপস্থিত হৈছিলগৈ ১৮৩৬ চনৰ ২৩ মাৰ্চ তাৰিখে। অসমীয়া মাত-কথাৰ এটি নতুন সুৰ দেখি ব্ৰাউন আৰু কট্টৰ দম্পতী মোহিত হ'ল আৰু অসমীয়া ভাষা অতি সোনকালে শিকি উঠিল। তাৰ পিছৰ বছৰতেই ভাষাবিদ মাইলচ ব্ৰন্‌ছন আহি তেওঁলোকৰ লগ লাগিল। অসমীয়া ভাষাৰ উপৰিও তেওঁলোকে খামটি আৰু চিংফৌ ভাষা শিকি ল'লে আৰু ধৰ্ম প্ৰচাৰৰ বাবে কিতাপ ৰচনাত হাত দিলে। "ভাষা শিকিবৰ বাবে নাথান ব্ৰাউন আৰু ইলাইজা ব্ৰাউনে কোনো এটা বস্তুলৈ আঙুলিয়াই থলুৱা মানুহৰ মুখৰ পৰা বিশেষ্যবাচক শব্দ-বোৰ শিকি ল'ব পাৰিছিল আৰু সেইবোৰ শব্দ ৰোমান আখৰেৰে লিখি লৈ তেওঁলোকৰ শব্দজ্ঞান দিনে দিনে বৃদ্ধি কৰিছিল লগতে শব্দবোৰ ব্যৱহাৰ কৰিবলৈ সোনকালে কিছুমান ক্ৰিয়াও আয়ত্ব কৰিছিল।"

১৮৩৬ চনতে ইংৰাজে অসমৰ স্কুল, আদালত আদিৰ পৰা অসমীয়া ভাষা আঁতৰাই বঙলা ভাষা প্ৰৱৰ্তন কৰে। ইলাইজা ব্ৰাউন আৰু মিছেছ কট্টৰে অসমীয়া ভাষা শিকাবৰ বাবে বিদ্যালয় স্থাপন কৰি লৈছিল যদিও খামটি আৰু চিংফৌসকলৰ বিদ্ৰোহৰ বাবে ১৮৩৯ চনত তেওঁলোক শদিয়া এৰি আহিবলগীয়া হয়। ভৈয়াম অঞ্চলেই ধৰ্মপ্ৰচাৰৰ সুচল ঠাই বুলি জ্ঞান কৰি সেইমতেই কামত আগবাঢ়ে। ইয়ালৈ আহি যেতিয়া দেখা পালে অসমীয়া মানুহে দিনেকীয়া জীৱনত এটা ভাষা কয় আৰু শিক্ষা আৰু বিচাৰত আন এটা ভাষা চলায় তেওঁলোক আচৰিত হ'ল আৰু এই বৈষম্য দূৰ কৰি বঙলা গুচাই তাৰ ঠাইত অসমীয়া ভাষাৰ পুনৰ অভিষেক কৰিবলৈ শাসকসকলক জনায়।

অসমলৈ অহাৰেই মিছেছ ব্ৰাউনে কৰ্মক্ষেত্ৰ বাছি লয়। স্বামীক সহায় কৰাৰ প্ৰথম পদক্ষেপ হিচাপে অনাথৰী লোকসকলক ভাষা

শিক্ষা দিয়াৰ দৰে কষ্টসাধ্য কাম কৰিবলৈ ইলাইজা ব্ৰাউনে আঁচনি কৰি লৈছিল। শদিয়াৰ স্কুলতেই ইলাইজা ব্ৰাউনে নিধিৰামক ছাত্ৰ হিচাপে পাইছিল। নিধিৰাম কেওট নামে এই মাউৰা ল'ৰাটিক ব্ৰাউনে বুটলি লৈ লিখা-পঢ়া আৰু ছপাকলৰ কাম শিকায়। এয়েঁই পিছলৈ নিধি লিবাই ফাৰৱেল নাম লৈ অসমীয়া খ্ৰীষ্টান সাহিত্যলৈ যথেষ্ট বৰঙণি আগবঢ়াই থৈ গৈছে।

মিছেছ ব্ৰাউন আৰু মিছেছ কট্টৰে শিৱসাগৰলৈ আহি ছয়খন অসমীয়া স্কুল স্থাপন কৰিছিল। ১৮৪৬ চনত অসমীয়া স্কুল চৈধ্য-খনলৈ বৃদ্ধি হৈছিল আৰু অসমীয়া ভাষাৰ হকে মিছনেৰীসকলে যুঁজিবলৈ সুবিধা পাইছিল। মিছনেৰীসকলে এই চনতেই মাহেকীয়া হিচাপে অসমীয়া ভাষাত 'অৰুণোদই' কাকত প্ৰকাশ কৰিছিল। এই কাকতৰ ঘোষিত নীতি আছিল ধৰ্ম, বিজ্ঞান আৰু সাধাৰণ জ্ঞানৰ প্ৰচাৰ কৰা। তেওঁলোকে পৰম নিষ্ঠাৰে এই কাম কৰিছিল আৰু অসমীয়া ভাষাৰ স্বাধিকাৰ প্ৰতিষ্ঠা কৰিবলৈও যত্ন কৰিছিল।

"অৰুনোদই"ত চমু নামেৰে ৰচনা প্ৰকাশ কৰা নীতি আছিল। ইলাইজা বা এলিজা ব্ৰাউনৰ লিখা সমূহ ই, ছ, ব, নামেৰে 'অৰুণো-দই'ত প্ৰকাশ হৈছিল। ১৮৫০ আৰু ১৮৫১ বছৰৰ অৰুণোদইত "মিৃত্যু হোআ পাদুৰি বাৰ্কৰ চাহাবৰ বিবৰণ", "ৰাম গতিৰ বিবৰণ", "ধৰমি চহৰীয়া এজনৰ বিবৰণ" শিৰোনামেৰে ইলাইজা ব্ৰাউনৰ ৰচনা প্ৰকাশ হয়।

এইখিনিতে অৰুণোদয় আৰু বেপ্টিষ্ট মিছনেৰী সকলৰ অসমীয়া ভাষা-সাহিত্য-সংস্কৃতিলৈ বৰঙণিৰ মূল্যায়ণ কৰিবলৈ গৈ সুপ্ৰসিদ্ধ সাহিত্য সমালোচক ডঃ মহেশ্বৰ নেওগদেৱে কোৱা কথাখিনি উল্লেখ কৰিলোঁ—"অসমীয়া সাহিত্য, ভাষা তথা সংস্কৃতিৰ বুৰঞ্জীত অসমৰ বেপ্টিষ্টসকল আৰু সিসকলৰ মুখপত্ৰ অৰুণোদয়ে নিৰ্দিষ্ট এটি স্তৰ অধিকাৰ কৰি আছে। সিসকলৰ আনদানৰ ভিতৰত অসমীয়া ভাষাৰ আধুনিক ৰূপ নিৰ্ণয়, সেই ৰূপত সাহিত্য আৰু সংবাদসাহিত্য সৃষ্টিৰ যত্ন আৰু নতুন প্ৰশাসনৰ শাসকীয় আৰু শিক্ষা পৰিচালনাৰ ক্ষেত্ৰত ঘটা অসমীয়া ভাষাৰ বিপৰ্যয়ৰ অপনোদনৰ বাবে কৌশলপূৰ্ণ আৰু সক্ৰিয় আন্দোলন। সেই আন্দোলন নোহোৱা হ'লে অসমৰ ভাষাৰ ৰূপ কি হ'লহেঁতেন কল্পনা কৰা নাযায়।"

অৰুণোদয়ৰ কেন্দ্ৰীয় শক্তি আৰু নেতা আছিল ইলাইজা ব্ৰাউনৰ স্বামী ডঃ নাথান ব্ৰাউন (১৮০৭-১৮৮৬)। তেওঁৰ লগতে ছায়াৰ দৰে কায়া হৈ ইলাইজা ব্ৰাউনে যি সক্ৰিয় সহযোগিতা কৰিছিল সেই কথা আমি পাহৰি যাব নোৱাৰো। ইলাইজা ব্ৰাউনে আঁৰত থাকি তেওঁৰ পণ্ডিত স্বামী ডঃ ব্ৰাউনক সহায় কৰিছিল। আধুনিক অসমীয়া ভাষা-সাহিত্যৰ পুনৰ প্ৰতিষ্ঠাৰ ক্ষেত্ৰত সেয়েহে তেওঁৰ বৰঙণি অনস্বীকাৰ্য।

মিছেছ ইলাইজা ব্ৰাউন, স্বামী নাথান ব্ৰাউনৰ প্ৰকৃত সহকৰ্মিনী আছিল। ডঃ নাথান ব্ৰাউনৰ "নিউ টেষ্টামেণ্টৰ ভাঙনি", "অসমৰ ত্ৰাণ কৰ্ত্তা যীশু খৃষ্টৰ নতুন নিয়ম (মাথি, মাৰ্ক, লুক, য়োহান), খৃষ্টৰ বিৱৰণ আৰু শুভ যাত্ৰা, তুতি গীতৰ ভাঙনি আদি ধাই অসমীয়া ৰচনাৰ উপৰিও ব্ৰাউনে অসমীয়া ভাষা পুনঃ প্ৰতিষ্ঠাৰ অৰ্থে তেওঁৰ এটি বিশেষ প্ৰযত্ন তেওঁৰ চমু অসমীয়া ব্যাকৰণ আদি প্ৰকাশৰ অন্তৰালত আছে পত্নী ইলাইজা ব্ৰাউনৰ অশেষ কষ্ট স্বীকাৰ আৰু অসমীয়া ভাষাৰ প্ৰতি থকা প্ৰকৃত আন্তৰিকতা। অসমৰ প্ৰতিকূল জলবায়ু আৰু পৰিবেশত থাকি ইলাইজা ব্ৰাউনে কষ্ট সহিষ্ণুতা আৰু ত্যাগেৰে স্বামীক সম্পূৰ্ণ সহায় সহযোগ আগবঢ়োৱাৰ বাবেই নাথান ব্ৰাউনে কাশীনাথ ফুকনৰ "আসাম বুৰন্জি পুথি" বকুল কায়স্থৰ 'গণিতৰ পুথি দুভাগ' আৰু চুটিয়া বুৰঞ্জী প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছিল।

ইলাইজা ব্ৰাউন স্বামী নাথান ব্ৰাউনৰ সুখ-দুখ আৰু ধৰ্ম কৰ্মৰ সদায় সহভাগিনী আছিল। ডঃ ব্ৰাউন একেৰাহে অনুবাদক, গ্ৰন্থকাৰ, প্ৰকাশক, মুদ্ৰাকৰ, সম্পাদক শিক্ষক আৰু ধৰ্মপ্ৰচাৰক ৰূপে অসমক যি স্থায়ী আৰু বহুমুখী দান দি গ'ল তাৰ অন্তৰালত আছে ইলাইজা ব্ৰাউনৰ অন্তহীন প্ৰেৰণা, একাগ্ৰতা আৰু সহায়-সহযোগিতা।

ডঃ ব্ৰাউন আৰু ইলাইজা ব্ৰাউনৰ এটি পুত্ৰ আৰু এটি কন্যা সন্তান আছিল। তেওঁলোক শদিয়াত থাকোতেই কন্যাসন্তান ভৱথি হুপিংকফৰ মৃত্যু হয়। তেতিয়া নাথান ব্ৰাউনৰ কামত ব্যাঘাত হয় বুলি ১৮৪০ চনৰ ১০ ফেব্ৰুৱাৰীত অন্ধ পুত্ৰটিক লৈ ইলাইজা ব্ৰাউন অকলেই ব্ৰহ্মপুত্ৰইদি নাৱেৰে চাৰি মাহৰ বাট কলিকতালৈ ভটিয়াই যায়। পুতেকৰ টান নৰিয়াত স্বাস্থ্য ভাঙি পৰাত চিকিৎসাৰ বাবে

কলিকতালৈ যোৱা এই যাত্ৰাত নাৱতে ইলাইজাই তেওঁৰ 'গণনৰ অঙ্ক" নামৰ পুথিখন লিখি শেষ কৰে আৰু গুৱাহাটীৰ পৰা নিজা ছপাকলত ছপাবলৈ পঠিয়ায়।

অসমীয়া সাহিত্যৰ ভঁৰাললৈ ইলাইজা ব্ৰাউনৰ ৰচনা সম্ভাৰ যথেষ্ট নহলেও তেওঁৰ অৱদান বহুমূলীয়া। ১৮৪০ চনত মিচেছ ব্ৰাউনে তেওঁৰ ছাত্ৰবিলাকৰ বাবে ভূগোলৰ খিৱৰণ, গণনৰ অঙ্ক ৰচনা কৰে। তেওঁ বঙলা আৰু ইংৰাজীৰ পৰা বৰ্ণনামূলক বাৰখন মান কাহিনী প্ৰণয়ন কৰে। এইবিলাকৰ ভিতৰত উল্লেখযোগ্য হ'ল— আফ্ৰিকাৰ কোঁৱৰ, ৰামগতিৰ কাহিনী, বেখিৰ কাহিনী, ধাৰ্মিক চহা, মাউৰা ছোৱালী, ঈগলৰ বাঁহ, যুদ্ধনায়ক, সককালৰ ধৰ্ম, আৰু বিজ্ঞানৰ কাহিনী। ১৮৫০ চনত তেওঁ শিশু সাহিত্যবোৰ প্ৰকাশ কৰে আৰু এই শিশু সাহিত্যই প্ৰথম অসমীয়া সাধুৰ পুথি। এই শিশু কাহিনীবোৰ ইমান জনপ্ৰিয় আছিল যে প্ৰকাশ হোৱাৰ পিছতে কিতাপ বিচাৰি মিচেছ ব্ৰাউনৰ বাসভৱনত ল'ৰা-ছোৱালীৰ ভীৰ হৈছিল। এইবোৰৰ উপৰিও তেওঁ আন এখনি কিতাপ ৰচনা কৰে। সেইখন হৈছে "নাথান ব্ৰাউনৰ জীৱনী"। তেওঁৰ স্বামীৰ জীৱনৰ আদৰ্শ এই গ্ৰন্থত প্ৰতিফলিত হৈছে। ব্ৰাউনৰ সময়ছোৱা অসমীয়া ভাষাৰ ক্ষেত্ৰত বাট বিচৰা, বাট কটাৰ সময়। এই সময়ৰ সাহিত্য কীৰ্তি অতি সামান্য হলেও অসমৰ ঘোপমৰা ডাৱৰৰ মাজলৈ এছাটি বিজুলী পোহৰ'ৰ দৰে অসমলৈ অহা ইলাইজা ব্ৰাউনে স্বামী ডঃ ব্ৰাউন আৰু আন মিছনেৰীসকলৰ লগ হৈ অসমীয়া ভাষাৰ হেৰোৱা ঠাই পুনৰুদ্ধাৰ কৰি মৃতসঞ্জীৱনীৰে অসমীয়া ভাষাক নতুন জীৱন দিলে, আধুনিক সাহিত্যৰ সৃষ্টিৰ পাতনি মেলিলে আৰু অসমীয়া মানুহক আত্মপ্ৰত্যয় শিকালে।

আধুনিক অসমীয়া ভাষাৰ ত্ৰাণকৰ্তা আৰু প্ৰতিষ্ঠাতাস্বৰূপে আন বেপ্টিষ্ট মিছনেৰীসকলৰ লগতে ইলাইজা হুইট্‌নি ব্ৰাউনে গ্ৰহণ কৰা ভূমিকা অসমীয়া ভাষা সাহিত্য তথা জাতীয় জীৱনৰ ইতিহাসত চিৰস্মৰণীয় হৈ থাকিব।

ইলাইজা হুইট্‌নি ব্ৰাউনৰ লগতে অসমীয়া ভাষা-সাহিত্যলৈ অৱদান আগবঢ়োৱা আমেৰিকান বেপ্টিষ্ট মিছনাৰী আন দুগৰাকী মহিলা মিচেছ কট্টাৰ আৰু মিচেছ এ কে গার্নীৰ নাম আমি স্মৰণ কৰিব লাগিব।

স্বামী অলিভাৰ টমাছ্ কট্টাৰৰ লগত হেৰিয়েট বি এল্ কট্টাৰ বল্টনৰ পৰা ১৮৩১ চনত যাত্ৰা কৰি বৰ্মালৈ আহে আৰু ব্ৰাউন দম্পতীৰ লগতে শদিয়াত উপস্থিত হয়। খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ উদ্দেশ্য লৈ অসমলৈ আহিলেও তেওঁলোকে অসমীয়া ভাষাক পুনৰুদ্ধাৰৰ বাবে প্ৰাণপণে চেষ্টা কৰে। নিজে লৈ অহা ছপাকল পাতি খামটি, ছিংফৌ আৰু অসমীয়া ভাষা শিকি সেই সেই ভাষাত কিতাপ ছপা কৰে। ইলাইজা ব্ৰাউনৰ লগ হৈ মিছেছ কট্টাৰে অসমীয়া ভাষা শিকি পঢ়াশালী পাতি ল'ৰা-ছোৱালীক অসমীয়া ভাষাত শিক্ষা দিছিল। মিছেছ কট্টাৰৰ ইংৰাজী অসমীয়া "ভকেবুলাৰি এণ্ড ফ্ৰেজেজ" নামৰ কিতাপখন মিছন প্ৰেছে ১৮৪০ চনত ছপাই উলিয়ায় আৰু ১৮৭৭ চনত ই পুনৰ্মুদ্ৰিত হয়। ১৮৫৩ চনত স্বামীৰ সৈতে মিছেছ কট্টাৰ অসম এৰি স্বদেশলৈ ৰাওনা হয় যদিও অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীত তেওঁৰ নাম চিৰযুগমীয়া হৈ জিলিকি ৰ'ল।

তেওঁলোকৰ দৰে মিছেছ এ কে গাৰ্নী স্বামীৰ লগত ১৮৮৫ চনত অসমলৈ আহে আৰু ১৯০৭ চনলৈ শিৱসাগৰত থাকে। অসমীয়া ভাষাত পুথি প্ৰণয়ন, খ্ৰীষ্টধৰ্ম প্ৰচাৰ আদি কামত স্বামীক সহায় কৰাৰ উপৰিও মিছেছ গাৰ্নীয়ে নিজকেও এনে কামত ব্যস্ত ৰাখে। তেওঁ বঙলাৰ পৰা মুলেনৰ 'ফুলমণি ও করুণা'ৰ অনুবাদ কৰে ১৮৭৭ চনত। এই "ফুলমণি আৰু করুণা"খনেই অসমীয়া উপন্যাসৰ আৰম্ভণি বুলিব পাৰি।

স্বামীসকলৰ লগত সহধৰ্মিনী, সহকৰ্মিনী হিচাপে থাকি ইলাইজা হুইট্নি ব্ৰাউন, হেৰিয়েট কট্টাৰ আৰু মিছেছ গাৰ্নীয়ে অসমীয়া ভাষা, অসমীয়া সাহিত্যৰ বুৰঞ্জীত যি কষ্টসাধ্য অমূল্য দান দি গ'ল তাৰবাবে তেওঁলোকৰ সোঁৱৰণি আমাৰ মাজত, আমাৰ মনত, আমাৰ সাহিত্যৰ বুৰঞ্জীত চিৰ সেউজীয়া আৰু প্ৰেৰণাময়ী হৈ ৰ'ব।

---

# তাৰিণী দেৱী

শ্ৰীমতী লীলা দেৱী (জিজি)।

তাৰিণী দেৱী
জন্ম—১৮২৯ চন
মৃত্যু—১৮৯২ চন

আজিৰ পৰা প্ৰায় ডেৰশ বছৰৰ আগতে নগাঁৱৰ জখলাবন্ধা সত্ৰৰ এগৰাকী অসমীয়া লিখিকাই নীৰবে অসমীয়া সাহিত্য চৰ্চা কৰিছিল। এই গৰাকী পুৰণি লিখিকা আছিল অসম মাতৃৰ সুযোগ্য সন্তান ৺আনন্দৰাম ঢেকীয়াল ফুকনৰ বৈমাত্ৰেয় ভগিনী। ১৭৫১ শকৰ (ইং ১৮২৯ চন) ফাগুন মাহত ৺হলিৰাম ঢেকীয়াল ফুকনৰ দ্বিতীয়া ভাৰ্য্যা ৺কল্যাণী দেৱীৰ গৰ্ভত তাৰিণী দেৱীৰ জন্ম হয়। এই কল্যাণী দেৱী নগাঁৱৰ দীঘলু সত্ৰৰ জীয়ৰী আছিল।

৺আনন্দৰাম ঢেকীয়াল ফুকন আৰু ৺তাৰিণীদেৱী দুয়ো পিতৃ ৺হলিৰাম ঢেকীয়াল ফুকনৰ বৰ মৰমৰ আছিল। অসমৰ এনে এক উচ্চ পৰিয়ালৰ উন্নত পৰিবেশত লালিত-পালিত হোৱা ৺তাৰিণীদেৱীৰ স্বাভাৱিকতেই লিখা-পঢ়াৰ প্ৰতি প্ৰবল ধাউতি আছিল। পিতৃৰ যত্নত তেওঁ ঘৰতে লিখা-পঢ়া শিকিছিল। হলিৰাম ঢেকীয়াল ফুকনে তেওঁৰ অতি মৰমৰ জীয়েক, সুশিক্ষাৰে শিক্ষিতা তাৰিণীদেৱীক বিয়া দিবলৈ এটি শিক্ষিত সম্ভ্ৰান্ত কুলৰ পাত্ৰ বিচাৰিলে। সেইবাবে তেওঁ বুদ্ধি কৰি এটি সংস্কৃত কবিতা লিখি ৪।৫ টা মান ইংৰাজী শব্দ সুমুৱাই তাৰ শুদ্ধ ভাঙনি বিচাৰি অসমৰ বিভিন্ন সত্ৰলৈ অনুৰোধ জনাই চিঠি লিখিলে। এই কবিতাৰ শুদ্ধ ভাঙনি ৺ৰঘুদেৱ গোস্বামীৰ বাহিৰে কোনেও দিব নোৱাৰিলে। গতিকে সেই সময়ৰ প্ৰচলিত নিয়ম

অনুযায়ী বাল্যকালতে তেওঁৰ বিবাহ সম্পন্ন হয় নগাঁৱৰ জখলাবন্ধা সত্ৰৰ সত্ৰাধিকাৰ—৺ৰঘুদেৱ গোস্বামীৰ লগত। বোৱাৰী অৱস্থাতো তেখেতৰ লিখা-পঢ়াৰ প্ৰতি থকা অদম্য স্পৃহা অব্যাহত আছিল। ৺ৰঘুদেৱ গোস্বামীৰো শিক্ষাৰ প্ৰতি উৎসাহ-উদ্দীপনা আছিল। তেখেতে বহুতো পুথি ৰচনা কৰিছিল। গতিকে তাৰিণীদেৱীয়ে শিক্ষা বিষয়ত অকণো অসুবিধা নাপাইছিল। বৰঞ্চ স্বামীৰ সহযোগত তেখেতৰ শিক্ষাৰ প্ৰতি থকা স্পৃহা বৃদ্ধি পাইছিল। তাৰিণী দেৱীয়ে সত্ৰৰ নিৰক্ষৰ মহিলাসকলক লিখা-পঢ়া শিকাইছিল।

৺তাৰিণীদেৱী নিজ সংসাৰত একছত্ৰী আছিল। স্বামী ৺ৰঘুদেৱ গোস্বামী ভোলানাথ সদৃশ লোক আছিল। গতিকে সংসাৰৰ ফালে মন কাণ নিদিছিল। সংসাৰৰ সকলো কাম তাৰিণীদেৱীয়ে নিজে চলাইছিল। তেখেতৰ কথামতেই সকলোৱে কাম কৰিছিল। তেখেতৰ যে খং নাছিল সেইটো নহয়—খং আছিল। মৰম-স্নেহ, খং-ৰাগৰ মাজেদিয়েই তেখেতে সংসাৰ চলাইছিল।

৺তাৰিণী দেৱীৰ বৰপুতেক ৺চন্দ্ৰহাস গোস্বামীয়ে কাছাৰ জিলাত কিছুদিনৰ কাৰণে পোষ্ট মাষ্টৰৰ কাম কৰিছিল। ৺তাৰিণী দেৱীয়ে তেওঁক চাকৰি ইস্তফা দি ঘৰলৈ আহিবৰ কাৰণে লিখি পঠালে। পুতেক ৺চন্দ্ৰহাসে মাকৰ শিক্ষাৰ প্ৰতি থকা ধাউতিৰ কথা ভালকৈ জানে—অথচ তেওঁৰ বালিকা পত্নী নিৰক্ষৰ। ৺চন্দ্ৰহাস গোস্বামীৰো শিক্ষাৰ প্ৰতি স্পৃহা আছিল। গতিকে তেওঁ সেই সুযোগ এৰি নিদিলে। তেওঁ জানে যে মাকে যি কৰিম বুলি ভাবিব তাক কৰিবই—কোনেও তেওঁক বাধা দিব নোৱাৰে। পিতৃগৃহত থকা নিৰক্ষৰ পত্নীক শিক্ষাৰ পোহৰ দিয়াৰ এয়ে সোণালী সুযোগ বুলি ভাবি পুতেক ৺চন্দ্ৰহাসে মাকলৈ চিঠি লিখি পঠিয়ালে যে বোৱাৰীয়েকৰ পৰা চিঠি পালেহে তেওঁ ঘৰলৈ যাব। বৰ বোৱাৰী ৺ভুসিতা দেৱী ফৰিং মিশ্ৰ সত্ৰৰ জীয়াৰী। তেওঁ নিৰক্ষৰ আছিল। ৺তাৰিণী দেৱীয়ে তেওঁক পিতৃ-গৃহৰ পৰা লিখা-পঢ়া শিকাবৰ কাৰণে লৈ আহিল। তেওঁক লিখা-পঢ়া শিকাই চিঠি লিখিব পৰা কৰি বোৱাৰীয়েকৰ হতুৱাই চিঠি লিখাই পুতেকক ঘৰলৈ অনালে। তাৰিণী দেৱীয়ে যিটো কৰিম বুলি ভাবিব সেইটো কৰিবই। তেখেত বেজ-বেজালীতো বৰ চোকা আছিল। আই মাতৃৰ এই গুণৰ দ্বাৰা বহুতো জীয়াৰী-বোৱাৰী উপকৃত হৈছিল।

৺তাৰিণী দেৱীৰ সাতটি পুত্ৰ আছিল। ৺ৰঘুদেৱ গোস্বামী আৰু ৺তাৰিণী দেৱীয়ে তেওঁলোকৰ ল'ৰাকেইজনৰ শিক্ষাৰ বাবে নৰ্তমগ্ৰাম গাঁৱৰ নদীৰ কাষৰ ফালে মাটি (বৰ্তমানৰ আমোলাপট্টি) কিনি ঘৰ সাজি থাকিবলৈ লয় আৰু নতুনকৈ সত্ৰ স্থাপন কৰে। এই সত্ৰৰ নাম হয় 'খাগৰিজান জখলাবন্ধা সত্ৰ'। মূল সত্ৰ আছিল কলিয়াবৰত। সত্ৰাধিকাৰ তাতেই আছিল, মাজে মাজে তেখেত ঘৰলৈ আহিছিল।

৺তাৰিণী দেৱীয়ে তেওঁৰ আটাইকেউটা সন্তানকে উপযুক্ত কৰি তুলিছিল কিন্তু তিনিজনৰ বাহিৰে বাকী চাৰিজন বিয়া কৰোৱাৰ আগতেই ঢুকায়। এই তিনিজন ক্ৰমে ৺চন্দ্ৰহাস গোস্বামী, ৺ঘনহাস গোস্বামী আৰু ৺গুণহাস গোস্বামী।

৺ৰঘুদেৱ গোস্বামীৰ মৃত্যুৰ পাছত ৺তাৰিণীদেৱীয়ে তেওঁৰ তিনি পুত্ৰ আৰু তিনি গৰাকী বোৱাৰীৰ হাতত সংসাৰৰ ভাৰ অৰ্পণ কৰি সমাজৰ কাম আৰু লিখা-পঢ়াৰ যোগেদি সময় অতিবাহিত কৰিছিল।

তাৰিণী দেৱী এগৰাকী ধৰ্মপ্ৰাণা মহিলা আছিল। সত্ৰৰ ধৰ্মীয় পৰিবেশে তেওঁৰ কবি প্ৰাণত ভগৱৎ প্ৰেমৰ মধুৰ অনুভূতি জগাইছিল— যাৰ প্ৰকাশ হৈছিল তেখেতে ৰচনা কৰা সত্ৰগীতসমূহত। ১৮৯২ চনত তাৰিণী দেৱীৰ মৃত্যু হয়।

জখলাবন্ধা সত্ৰ-গীত নামৰ এখনি ছপা পুথিৰ কেইখিলামান পাত মাত্ৰ পোৱা হৈছে। তাত তাৰিণীদেৱীয়ে ৰচনা কৰা সত্ৰ-গীত দুটি আৰু আৰতি এটি পোৱা গৈছে। কিতাপখনৰ বেটুপাত নাই। আজুবুঢ়ী আই ৺তাৰিণী দেৱীৰ সত্ৰ গীত এটি তলত দিয়া হ'ল।

## গীত

অ' মণিকুট গৃহ-বৰে (২)
গোবিন্দ বিৰাজে
অৰুণ লোচন, কমল বদন
শশধৰ অবিৰাজে
অ' মণিকুট গৃহ বৰে
গোবিন্দ বিৰাজে।

কত বৰ বেশ ধৰি বসি আছে হৰি
পাৰিষদ গণে আসি সেৱিছে মুৰাৰি
অ' মণিকুটৰ গৃহ-বৰে
গোবিন্দ বিৰাজে।
লক্ষ্মী-সৰস্বতী দুয়ো দুপাশে সেৱিছে
ব্ৰহ্মা আদি দেৱগণে উপাসন্তে আছে
অ' মণিকুট গৃহ-বৰে
গোবিন্দ বিৰাজে।
ললিত বলিত দুয়ো পাদ অৰবিন্দ
মহা মহা পাপী তৰে বুলিয়া গোবিন্দ
অ' মণিকুট গৃহ বৰে
গোবিন্দ বিৰাজে।
শ্ৰীবৎস পেখিয়া পাপ্তি অগনি জ্বলাই
কিমতে চিন্তিবো তাঙ্ক হৃদয়ে ধিয়াই
অ' মণিকুট গৃহ-বৰে
গোবিন্দ বিৰাজে।
কিদিয়া পূজিমো মই চৰণে মুৰাৰি
তাৰিণী দেৱীয়ে কয় কৃপা কৰা হৰি।

"তাৰিণী দেৱীয়ে বহুতো আৰতি লিখিছিল সন্ধিয়া সত্ৰৰ নামঘৰত গাবৰ কাৰণে। আৰতিৰ এই পুথিসমূহ জথনাবন্ধা সত্ৰসমূহৰ বিভিন্ন ঠাইত সিঁচৰিত হৈ আছে। এই আৰতিৰে এটি আৰতি তলত দিয়া হ'ল।

## আৰতি

দেখ মাই বন হইতে আৱৰে গোপালা।
হৰে হৰে আৰতি সাজি চলে ব্ৰজবালা ॥
দেখ মাই বন হইতে আৱৰে গোপালা।
মধুৰ মধুৰ ধ্বনি বংশী বজাৱে।
গকুলে আনন্দ অধিক বঢ়াৱে ॥
ধূলেৰ ধুচন অঙ্গিণা পঠায়ে।
গোপ বালক সঙ্গে নিৰিখি আৱে ॥
কনক ঠাল ভৰি অন্ন সব সাজে।
গকুলে আনন্দ অধিক বঢাৱে ॥

জখলাবন্ধা সত্ৰত ঝুলন অতি পয়োভৰেৰে পতা হয়। এই ঝুলনত মণিকুটৰ পৰা জয়গোবিন্দক উলিয়াই আনি অতি আড়ম্বৰেৰে ঝুলনৰ আসনত বহুৱা হয়। পাঁচদিন ধৰি দিনে-ৰাতিয়ে ভাওনা, ওজাপালি নৃত্য আদি হয়। মানুহৰ দল-দোপ হেঁদোল-দোপ হয়। "তাৰিণী দেৱীয়ে ঝুলনৰ ভালেমান গীত ৰচনা কৰিছিল। তাৰে এটি তলত উদ্ধৃত কৰা হ'ল।

## ঝুলনৰ নাম

প্ৰথমতে ব্ৰহ্মাদেৱে কৃষ্ণক কৰিয়া সেৱা
জুলাই অতি নম্ৰ ভাবে হে ৰাম।
তাৰ পাচে হাঁসি হাঁসি সাবিত্ৰী গোসাঁনি আসি
ৰঙ্গ মনে কৃষ্ণক জুলাইলা হে ৰাম ॥
তাৰ পাচে ইন্দ্ৰে আসি কৃষ্ণক জুলাইছে বসি
শচী সমে চৰণতে পৰি হে ৰাম।
তাৰ পাচে গৌৰী আসি কৃষ্ণক জুলাইছে বসি
নিজ স্বামী মহেশ্বৰ সঙ্গে হে ৰাম ॥
ৰোহিণী সহিতে চন্দ্ৰে আসিয়া পৰমানন্দে
নম্ৰ শিৰে কৃষ্ণক জুলাইছে হে ৰাম।
এহি মতে দেৱ গণে কৃষ্ণক জুলাইছে ঘনে
নিজ নিজ পত্নী সঙ্গে লই হে ৰাম ॥
গোপী গণে ৰঙ্গমনে কৃষ্ণক জুলাইছে ঘনে
কৃষ্ণ মুখ নিৰিখি নয়নে হে ৰাম।
গোপ শিশু গণে আসি কৃষ্ণক জুলাইছে হাসি
ৰঙ্গমনে শকত আজোৰে হে ৰাম
ভিনে ভিনে ঋষিগণে কৃষ্ণক জুলাইছে ৰঙ্গে
কৃষ্ণৰ চৰণ শিৰে লই হে ৰাম।

ইয়াৰ বাহিৰেও ভাদমহীয়া নাম, জন্মাষ্টমীৰ নাম, বলিচলনৰ নাম, আই ঠাকুৰাণীৰ নাম, মহাৰাসৰ নাম, অন্নপূৰ্ণাৰ পূজাৰ নাম, দৌলযাত্ৰাৰ নাম, নন্দোৎসৱৰ নাম আদি ভালেমান প্ৰাৰ্থনা পুথি লিখিছিল। এইবোৰ পুথি হাতেলিখা অৱস্থাত পোৱা হৈছে। ইয়াৰ

কিছুমান উঁয়ে খাই নষ্ট কৰিলে আৰু কিছুমান মুখে মুখে বৰ্ত্তমান লৈকে চলি আছে। কিছুমান স্বৰ্গীয়া অম্বিকাগিৰী দেৱীয়ে লিখা পুথি অথলাবস্থা সত্ৰৰ ঠাল-ঠেঙুলি যতেই স্থাপিত হৈছে সেইখিনি পাইছোঁ।

তেখেতে নন্দোৎসৱৰ লগতে পাচতী সবাহ পতাৰ নিয়ম উলিয়ায়। এই সবাহত গোপিনীসকল অহাৰ পাচত নন্দ, যশোদা, পুতনা, গৰ্গ আদি ভাৱৰীয়া ওলায়। নামৰ মাজতে গোপিনীসকলক হাঁহিৰ খোৰাক যোগায়।

পাচতি নামৰ অকণমান নমুনা তলত দিয়া হ'ল।

## পাচতিৰ নাম

সখি বিয়নি বাই এ আহাঁ নন্দৰ ঘৰে যাও।
পূৰ্ণ ব্ৰহ্ম কৃষ্ণ গকুলে জন্মিছে গৈ দেখিবাক পাও ॥
আহা সখি আহা বাই নন্দৰ ঘৰে যাও।
যশোদাৰ পুত্ৰ হইছে নয়ন ভৰি চাও ॥

(ঘৃত, প্ৰদীপ, দধি, দুগ্ধ, হৰিদ্ৰা, জল, ফুল গোপিনীসকলে হাতে হাতে লই নামঘোৰা ঠাইলৈ যাব)।

## নন্দোৎসৱৰ নাম

আল ভাই, গকুলে উদয় যদুমণি।
ভাইৰে, আনন্দে নন্দৰ পুৰ চানি ॥
আল ভাই, গোপগণ আসিয়া হৰিসে।
ভাইৰে, দধি, দুগ্ধ সিঞ্চে দশোদিশে।
আল ভাই গকুলে উদয় যদুমণি ॥
আল ভাই গোপগণে আসিয়া হৰিসে।
ভাইৰে, নাচে হাসে কুসুম বৰিসে।
আল ভাই গকুলে উদয় যদুমণি ॥
ভাইৰে, গঙ্গা-খঙ্গা, ভেৰি, ঢাক ঢোল।
ভাইৰে, গগন পুৰিল হৰি বোল ॥
আল ভাই গকুলে উদয় যদুমণি।
ভাইৰে ঋষিগণে বেদৰ ধ্বনি কৰি।

আল ভাই সঘনে সুমৰে হৰি হৰি।
আল ভাই গকুলে উদয় যদুমণি ॥
আল ভাই অন্যো-অন্যে ধৰা-ধৰি কৰি।
ভাইৰে, ফুৰে সবে মাটিত বাগৰি।
আল ভাই গকুলে উদয় যদুমণি ॥
ভাইৰে কতো উঠি কৰে চাই জয়।
আল ভাই গকুলে উদয় যদুমণি ॥

কেনে উচ্চাঙ্গৰ প্ৰকাশ ভঙ্গিমা! পচুৰৈৰ অন্তৰলৈ আনি দিয়ে এখনি হুবহু ছবি! তেখেতৰ সহজ-সৰল প্ৰকাশ ভঙ্গিমাই মানুহৰ মন অতি সহজে আকৰ্ষিত কৰে। কিমান মনোগ্ৰাহী গভীৰ তত্ত্বমূলক দাৰ্শনিক কথাবোৰো সহজভাবে লিখিব পৰাটো তেওঁৰ লিখনিৰ বৈশিষ্ট্য। ৺তাৰিণী দেৱী এগৰাকী সৰবৰহী, বিদুষী আৰু সুগায়িকা আছিল। তেখেতে ৰচনা কৰা গীতসমূহৰ সুৰ, তাল, মান, লয় তেখেতে নিজেই দিছিল। পৰোপকাৰ তেখেতৰ জীৱনৰ ব্ৰত আছিল। সেই সময়ৰ নিৰক্ষৰ নাৰীৰ মাজত জ্ঞানৰ পোহৰ বিলোৱা বৰ সহজ কথা নাছিল। তথাপি তেওঁ এই কঠিন কামত আত্মনিয়োগ কৰিছিল। তেখেতৰ সহজ-সৰল ধৰ্মীয় ব্যাখ্যাই মানুহৰ মন আকৰ্ষিত কৰিছিল। ●●

বিঃ দ্ৰঃ—আমাৰ আজুবুঢ়ী আই ৺তাৰিণী দেৱীৰ বিষয়ে আমি বৰ বেছি নাজানো। বুঢ়ী আই ৺ভুষিতা দেৱীৰ মুখত সকতে তেখেতৰ বিষয়ে যি অলপ অচৰপ শুনিছিলো—তাকেই লিপিবদ্ধ কৰিছো। সকতে আমি আজুবুঢ়ী আয়ে লিখা আৰতি, গীত-মাত আদি নামঘৰত বহি পাইছিলো। সেই হাতে-লিখা পুথিবোৰ জখলাবন্ধা সত্ৰৰ নামঘৰত বিচাৰি নাপালো। মাত্ৰ এখন জৰাজীৰ্ণ বহী পাই তাৰ পৰাই অলপ-অচৰপ উদ্ধৃতি কৰিছো তেখেতৰ লিখনিৰ সোৱাদ দিবলৈ। হাতেলিখা পুথিবোৰ জখলাবন্ধা সত্ৰৰ ঠাল-ঠেঙুলি য'ত ত'ত আছে সেইবোৰত আছে বুলি গম পাইছো। ভবিষ্যতে গোটাব পাৰিলে ছপা কৰি উলিয়াবৰ মানস ৰাখিছো—লেখিকা।

# বিষ্ণুপ্ৰিয়া দেৱী

শ্ৰীমতী ৰত্না দেৱী।

বিষ্ণুপ্ৰিয়া দেৱী

জন্ম—অনুমানিক ১৮৩৯/৪০ চন
মৃত্যু—১৮৯২ চন

প্ৰতিগৰাকী মহান পুৰুষৰে সাফল্যৰ আঁৰত একো গৰাকী নাৰীৰ ত্যাগৰ মহিমা লুকাই থকা সাধাৰণতে দেখা যায়। ৺বিষ্ণুপ্ৰিয়া দেৱী এনে এগৰাকী মহিয়সী নাৰী যি অসমীয়া সাহিত্যৰ কৰ্ণধাৰ স্বনামধন্য ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱাৰ জীৱনৰ প্ৰতি খোজতে সহযোগিতা আগবঢ়াইছিল, প্ৰেৰণা যোগাইছিল।

বিষ্ণুপ্ৰিয়া দেৱীৰ জন্ম সম্পৰ্কে সঠিক তাৰিখ পোৱা নাযায়। কিন্তু তেখেতৰ পুত্ৰ জ্ঞানদাভিৰাম বৰুৱাৰ 'মোৰ কথা' নামৰ প্ৰবন্ধত পোৱা যায় যে ১৮৯২ খ্ৰীষ্টাব্দত প্ৰায় ৫২।৫৩ বছৰ বয়সত বিষ্ণুপ্ৰিয়া দেৱীৰ মৃত্যু হয়। এইফালৰ পৰা চাবলৈ গলে ১৮৩৯।৪০ চনত তেখেতৰ জন্ম হয় বুলি ধাৰণা কৰিব পাৰি। তেখেতৰ পিতৃৰ নাম লম্বোদৰ কটকী।

গুণাভিৰাম বৰুৱাৰ প্ৰথমা পত্নী হৈছে অসমীয়া ভাষা সাহিত্যৰ গুৰি ধৰোঁতা আনন্দৰাম ঢেকিয়াল ফুকনৰ পত্নী মাহিন্দ্ৰী দেৱীৰ ভনীয়েক ৺ব্ৰজসুন্দৰী দেৱী। ১৮৫৭ চনৰ ২ ডিচেম্বৰত ব্ৰজসুন্দৰী দেৱীৰ গুণাভিৰাম বৰুৱাৰ লগত বিবাহ সম্পন্ন হয়। কিন্তু দুৰ্ভাগ্যবশতঃ কেবাটাও মৃত সন্তান জন্ম দি ১৮৬৭ চনৰ জুলাই মাহত ব্ৰজসুন্দৰী দেৱীৰ মৃত্যু হয়। ১৮৭০ চনৰ এপ্ৰিল মাহত দ্বিতীয়বাৰ গুণাভিৰামে বিয়া কৰায়। গুণাভিৰামৰ এই দ্বিতীয় বিবাহে অসমৰ

সমাজক এটা প্ৰবল জোকাৰণি দিয়ে। কাৰণ তেওঁ দ্বিতীয়বাৰ বিয়া কৰোৱা পত্নী গৰাকীয়েই হৈছে আনন্দৰাম ঢেকিয়াল ফুকনৰ বাল্যবন্ধু পৰশুৰাম বৰুৱাৰ বিধবা পত্নী বিষ্ণুপ্ৰিয়া দেবী। বিধবা বিবাহ ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে প্ৰথম বঙ্গদেশত প্ৰচলন কৰে। এই প্ৰচলনৰ দ্বাৰা বিদ্যাসাগৰে আনিব খোজা সামাজিক পৰিবৰ্তনৰ কথা কল্পনা কৰি ১৮৫৭ খ্ৰীষ্টাব্দৰ জানুৱাৰী সংখ্যা "অৰুণোদয়"ত গুণাভিৰামে লিখিছিল—"হা জগত ঈশ্বৰ! আমি অচম দেশত কেতিয়া এনে শুভ কৰম দেখি আনন্দ কৰিবলৈ পাম? হা! ঈশ্বৰ প্ৰসন্ন হোআ।" জগত ঈশ্বৰ গুণাভিৰামৰ ওপৰত এনেদৰে প্ৰসন্ন হ'ল যে গুণাভিৰামৰ নিজৰ জীৱনৰ মাজতেই এই শুভ কৰম বিষ্ণুপ্ৰিয়া দেবীৰ দ্বাৰা সম্পন্ন কৰালে। গুণাভিৰাম বৰুৱা আৰু বিষ্ণুপ্ৰিয়া দেবীৰ এই বিবাহ ১৮৭২ চনৰ আইনমতে সেই চনৰ ডিচেম্বৰত ৰেজিষ্টৰি হয়। অসমৰ প্ৰথম পঞ্জীবদ্ধ বিবাহ এইখনেই। গতিকে বিষ্ণুপ্ৰিয়া দেবীৰ দ্বাৰাই গুণাভিৰামে অসমীয়া হিন্দু সমাজত ৰক্ষণশীলতাৰ বিৰুদ্ধে বিদ্ৰোহ ঘোষণা কৰিবলৈ সুযোগ পায়। সেয়ে বিষ্ণুপ্ৰিয়া দেবীয়ে কেৱল গুণাভিৰামৰ জীৱনতে নহয়, অসমৰ সামাজিক জীৱনতো এক গুৰুত্বপূৰ্ণ ভূমিকা গ্ৰহণ কৰিছে।

গুণাভিৰাম বৰুৱা আৰু বিষ্ণুপ্ৰিয়া দেবীৰ সন্তানসকল হ'ল ক্ৰমান্বয়ে স্বৰ্ণলতা, কৰুণাভিৰাম, কমলাভিৰাম আৰু জ্ঞানদাভিৰাম। এই চাৰিওটি সন্তানেই কম সময়তে উজ্জ্বল প্ৰতিভাৰ চিনাকী দিছিল। মৃত্যুৱে অকালতে কৰুণাভিৰাম আৰু কমলাভিৰামক কাঢ়ি নিনিয়া হলে অসমে এই দুগৰাকীৰ পৰাও যথেষ্ট অবদান পালেহেঁতেন। ল'ৰা-ছোৱালী কেইটিৰ শিক্ষাৰ কাৰণে বিষ্ণুপ্ৰিয়া দেবীয়ে যথেষ্ট ত্যাগ স্বীকাৰ কৰিছিল। সেই সময়ত গুণাভিৰাম বৰুৱাৰ কৰ্মস্থান আছিল নগাওঁ। জ্ঞানদাভিৰাম বৰুৱাই তেখেতৰ 'মোৰ কথা' প্ৰবন্ধত কৈছে, "নগাঁৱত ছোৱালীৰ নিমিত্তে ভাল স্কুল সেইখিনি সময়ত নাছিল। বাইদেউ স্বৰ্ণলতা দেবীক ঘৰতে অসমীয়া পণ্ডিতৰ হতুৱাই পঢ়ুৱাই আই আৰু দেউতাই কলিকতালৈ গৈ বেথুন স্কুলত ভৰ্তি কৰাই দিলে (১৮০০ খ্ৰীষ্টাব্দত)। মই আই আৰু দেউতাৰ সাহ দেখি আচৰিত হওঁ। প্ৰায় ন বছৰীয়া ছোৱালী এটিক ইমান দূৰৈত থৈ অহাটো কম সাহৰ কথা নহয়।" ল'ৰা-ছোৱালী কেইটাৰ শিক্ষাৰ কাৰণেই,

বিশেষকৈ একমাত্র কন্যা স্বৰ্ণৰ কাৰণেই বিষ্ণুপ্ৰিয়া দেবীয়ে কেবাবাৰো এৰাধৰাকৈ নগাঁৱৰ পৰা কলিকতাত আছিলগৈ। সেইখিনি সময়ত যানবাহনৰ বিশেষ সুবিধা নথকা সত্বেও বিষ্ণুপ্ৰিয়া দেবীয়ে যথেষ্ট কষ্ট স্বীকাৰ কৰি কলিকতালৈ অহা-যোৱা কৰিছিল। সেইকালত স্ত্ৰীশিক্ষাৰ ইমান উন্নতি হোৱা নাছিল। বিশেষকৈ অসমত স্ত্ৰীশিক্ষাৰ কোনো প্ৰসাৰণ ঘটা নাছিল। অসমীয়া জীয়ৰী বোৱাৰীয়ে বৰজাপিৰ তলতহে মুখ ঢাকি বাহিৰলৈ ওলাইছিল। অসমৰ স্ত্ৰীৰ কাৰণে ইংৰাজী শিক্ষা লোৱাটো আৰু দোষণীয় কথা আছিল। অসমৰ স্কুলবোৰত বঙলা ভাষা মাধ্যম আছিল। কিন্তু এনে প্ৰতিকুল পৰি-বেশৰ মাজতো বিষ্ণুপ্ৰিয়া দেবীয়ে ঘৰতে অসমীয়া, বঙলা দুয়োটা ভাষা শিকিছিল আৰু এই শিক্ষাৰ ওপৰতে নিৰ্ভৰ কৰি পিছৰ জীৱনত তেখেতে সাহিত্য সেৱাও কৰিছিল। তেখেতে 'নীতিকথা' নামৰ এখন কিতাপ লিখি উলিয়ায় আৰু নিজে নগাঁৱৰ পৰা সঙ্কলন কৰি প্ৰকাশ কৰে। জ্ঞানদাভিৰাম বৰুৱাৰ মতে "আয়ে ইংৰাজীও যৎকিঞ্চিৎ জানিছিল, কথা ক'ব নোৱাৰিছিল। কিন্তু প্ৰতিশব্দ কিছু কিছু জানিছিল।"

কলিকতাত কেবাবাৰো এৰাধৰাকৈ ল'ৰা-ছোৱালী কেইটাৰ শিক্ষাৰ কাৰণে থাকে যদিও অৱসৰ গ্ৰহণৰ পাছত গুণাভিৰাম বৰুৱাই সপৰিয়ালে নগাঁৱৰ পৰা একেবাৰে উঠি গৈ কলিকতাত স্থায়ীভাবে থাকিবলৈ লয়। লক্ষ্মীনাথ বেজবৰুৱাৰ লগত তেওঁলোকৰ ঘনিষ্ঠ সম্বন্ধ আছিল। বেজবৰুৱাই তেওঁৰ জীৱন সোঁৱৰণত লিখিছে, "প্ৰথমতে মই ডাঙৰীয়াৰ সহধৰ্মিণীক লৰাছোৱালী কেইটিৰে সৈতে কলিকতাত মাণিকতলা ষ্ট্ৰীটৰ ঘৰ এটাত দেখোঁ। সেইজনা সাধ্বী মিষ্টভাষিণী মহিলাৰ স্মৃতি-পট মোৰ অন্তৰত আজিও মচ নোখোৱাকৈ আছে। আমাৰ বংশৰে সৈতে তেওঁৰ সম্পৰ্ক আছিল আৰু সম্বন্ধত মই তেওঁৰ মোমায়েক হওঁ দেখি তেওঁ মোক মোমাইদেউ বুলি মিঠা সম্বোধন কৰিছিল। মাণিকতলা ষ্ট্ৰীটৰ ঘৰৰপৰা উঠি আহি তেওঁলোক ২৬ নম্বৰ স্কট্‌চ্ লেনত থাকেহি। তাতে ১৮৯২ চনৰ মাৰ্চ মাহৰ ২৬ তাৰিখে, শনিবাৰৰ দিনা এইগৰাকী মহীয়সী মহিলাৰ মৃত্যু ঘটে। ডাঙৰীয়াই গৃহিণীক নৰিয়াত কলিকতাৰ ডাঙৰ ডাঙৰ ডাক্তৰ, গঙ্গাপ্ৰসাদ আৰু দ্বাৰকানাথ কবিৰাজ প্ৰভৃতিৰ দ্বাৰায় চিকিৎসা

কৰোৱাইছিল ; জলবায়ু পৰিবৰ্তনৰ নিমিত্তে গিৰিধি প্ৰভৃতি ঠাইত ফুৰাই আনিছিল। কিন্তু কালৰ হাতৰ পৰা তেওঁক তেওঁ ৰক্ষা কৰিব নোৱাৰিলে। আজিকালি য'ত বঙ্গবাসী কলেজ হৈছে সেই ২৬ নম্বৰ স্কট্‌চ্ লেনৰ ঘৰতে বিষ্ণুপ্ৰিয়া দেবীয়ে ইহ সংসাৰ পৰিত্যাগ কৰি ডাঙৰীয়াক সেই বুঢ়া বয়সত অকলশৰীয়া কৰি আৰু ল'ৰা-ছোৱালী কেইটিক নিঠৰুৱা কৰি গুচি গ'ল।"

বিষ্ণুপ্ৰিয়া দেবী পুত্ৰ জ্ঞানদাভিৰামৰ জীৱনৰো উৎসাহ আৰু প্ৰেৰণাৰ উৎস আছিল। যি মাতৃৰ মৃত্যুৰ কথা কল্পনা কৰি জ্ঞানদাভিৰামে শিশু অৱস্থাতে কান্দি পেলাইছিল সেই মাতৃক তেখেতে খুব কম বয়সতে হেৰুৱাব লগীয়া হয়। তথাপি বিষ্ণুপ্ৰিয়া দেবীৰ প্ৰভাব আৰু শিক্ষাই অসম সাহিত্য আকাশৰ উজ্জ্বল নক্ষত্ৰ জ্ঞানদাভিৰামৰ জীৱনৰ শেষ বয়সলৈকে ক্ৰিয়া কৰে। তেখেতৰ বিভিন্ন ধৰণৰ লিখনিত এই বিষয়ে আভাস পোৱা যায়। তেখেতৰ লিখনিৰ পৰাই বুজা যায় যে বিষ্ণুপ্ৰিয়া দেবী এগৰাকী উচ্চ মনৰ উদাৰ মহিলা আছিল। ৰায়-বাহাদুৰৰ কুৰি বছৰীয়া কৰ্মস্থান নগাঁৱৰ ঘৰত বহুত মানুহৰ আহযাহ ঘটিছিল আৰু সকলোৱেই এই মহিলা গৰাকীৰ পৰা মিঠা ব্যৱহাৰ পাইছিল। তেতিয়া এখেতসকলৰ ঘৰত বহুত সম্বন্ধীয় মানুহে এই গৰাকী মহিয়সী মাতৃৰ মৰমৰ ছত্ৰছায়াত ডাঙৰ হোৱাৰ সুযোগ পাইছিল। বিষ্ণুপ্ৰিয়া দেবীৰ মাজত সৎসাহসৰ অভাব নাছিল। সমাজৰ কটকটীয়া বান্ধোনৰ বিৰুদ্ধে তেখেতে বিধবা বিবাহৰ বাবে আগবাঢ়ি অহাটোৱেই তাৰ জ্বলন্ত প্ৰমাণ। তেখেত এগৰাকী ধৰ্মপ্ৰাণা মহিলাও আছিল। ৺থুলেশ্বৰ মহন্তৰ 'বৰদোৱা যাত্ৰী' নামৰ এটি প্ৰবন্ধত পোৱা যায় যে এই গৰাকী মহিলাই বৰদোৱাৰ পদশিলা ঘৰটি দান কৰে। কিন্তু জ্ঞানদাভিৰাম বৰুৱাই 'মোৰ কথা'ত কোৱা মতে গুণাভিৰাম বৰুৱাই নিজেহে অৱসৰ লোৱাৰ পাছত বিষ্ণুপ্ৰিয়া দেবীৰ নামেৰে বৰদোৱা থানত এটি ঘৰ দিছিল। বিষ্ণুপ্ৰিয়া দেবীয়ে নিজেই দান কৰি গৈছিল নে গুণাভিৰাম বৰুৱাই বিষ্ণুপ্ৰিয়া দেবীৰ নামত বৰদোৱা থানত ঘৰ এটা দিছিল সেই বিষয়ত আমাৰ সন্দেহ ৰৈ গলেও আমি এটা কথাত অন্ততঃ নিঃসন্দেহ হব পাৰোঁ যে বৰদোৱা থানৰ বিভিন্ন অনুষ্ঠানৰ লগত বিষ্ণুপ্ৰিয়া দেবী জড়িত হৈ আছিল এই গৰাকী ধৰ্মপ্ৰাণা মহিলাই এফালে ধৰ্মানুষ্ঠান আদিৰ লগত সম্পৰ্ক

ৰাখি আনন্দমনে তেওঁৰ সংসাৰ ধৰ্ম্ম সুন্দৰকৈ পালন কৰিছিল। সন্তানৰ বাবে তেওঁ এগৰাকী সাদৰী মাতৃ, সমাজৰ বাবে তেওঁ এগৰাকী আদৰ্শ নাৰী আৰু স্বামী গুণাভিৰাম বৰুৱাৰ বাবে যেন বিষ্ণুপ্ৰিয়া দেৱী প্ৰকৃতাৰ্থত সহধৰ্মিণী, অৰ্দ্ধাঙ্গিনী। পত্নীৰ স্মৃতি যুগমীয়া কৰি ৰাখিবৰ বাবে গুণাভিৰাম বৰুৱাই বিভিন্ন ঠাইত বিভিন্ন ধৰণে দান বৰঙণি আগবঢ়োৱাৰ উপৰিও নগাঁৱৰ তেওঁতসকলৰ বাস ভৱনৰ ওচৰতে ৰাইজৰ সুবিধাৰ বাবে এটি কুঁৱা খন্দাই দিছিল। এইকথা জ্ঞানদাভিৰাম বৰুৱাই তেওঁৰ দিন লেখাত উল্লেখ কৰিছে। বিষ্ণুপ্ৰিয়া দেৱীৰ জীৱনাদৰ্শই সোঁৱৰাই দিয়ে এখন সংসাৰৰ বাবে, এখন সমাজৰ বাবে আৰু এখন দেশৰ বাবে এগৰাকী নাৰীৰ কৰ্ত্তব্য কেনে হব লাগে। সেইগৰাকী মহিয়সী নাৰীৰ প্ৰেৰণাৰে উজ্জ্বল হৈ উঠিছিল গুণাভিৰাম বৰুৱাৰ জীৱনৰ প্ৰতিটো দিশ। এই স্বনাম-ধন্য পুৰুষজনাৰ জীৱনৰ আঁৰে আঁৰে থাকি সেইগৰাকী মহিলাই অসমীয়া সাহিত্যৰ সেৱা কৰিছিল আৰু স্বামীৰ কৰ্মবহুল জীৱনৰ প্ৰেৰণা হৈ আছিল। অসমৰ প্ৰতিগৰাকী মহিলাৰ বাবে বিষ্ণুপ্ৰিয়া দেৱী এক আদৰ্শ চৰিত্ৰ। ●●

বিঃ দ্ৰঃ বুৰঞ্জীবিদ স্বৰ্গীয় বেণুধৰ শৰ্মাই আমাক কোৱামতে ৺বিষ্ণুপ্ৰিয়া দেৱীয়ে ১৮৮৪ চনত 'নীতিকথা' আৰু 'সাধুকথা' নামৰ দুখন পুথি প্ৰকাশ কৰিছিল
—সম্পাদিকা

*প্ৰবন্ধটো যুগুত কৰোঁতে শ্ৰীযোগেন্দ্ৰ নাৰায়ণ বৰুৱাই সম্পাদনা কৰা 'জ্ঞানদাভিৰাম বৰুৱাৰ ৰচনাৱলী' আৰু সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ 'মোৰ জীৱন-সোঁৱৰণ'—এই দুখনি পুথিৰ সহায় লোৱা হৈছে। —লেখিকা

# পদ্মাৱতী দেৱী ফুকননী

শ্ৰীমতী হিমাদ্ৰি দেৱী



জন্ম—১৮৫৩ চন
মৃত্যু—১৯২৭ চন

২১০/১ কৰ্ণৱালিছ ষ্ট্ৰীট, ভিক্টোৰিয়া প্ৰেছ, কলিকতাৰ পৰা ১৮৮৪ চনত ভুবনমোহন ঘোষৰ দ্বাৰা মুদ্ৰিত আৰু প্ৰকাশিত চাৰিঅনা মূল্যৰ ৬টা অধ্যায়ত বিভক্ত, ৪২ পৃষ্ঠীয়া 'সুধৰ্ম্মাৰ উপাখ্যান' পুথিখনে প্ৰথম অসমীয়া ব্যক্তিৰ দ্বাৰা ৰচিত উপন্যাস হিচাপে স্বীকৃতি লাভ কৰিছে। লেখিকা ৺পদ্মাৱতী দেৱী ফুকননী। ১৮৭৬ চনত যদিও ৺হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে ৰংচং, ভিতৰে কোৱাভাতুৰী' প্ৰকাশ হৈছিল, তথাপিও এইখন আছিল ব্যঙ্গাত্মক কাহিনী। "উপন্যাসৰ যি দুটা প্ৰধান অঙ্গ—সুগঠিত সুবিন্যস্ত কাহিনী আৰু নিটোল চৰিত্ৰাঙ্কণ—ইয়াত নাই।" (অসমীয়া উপন্যাসৰ ভূমিকা—শ্ৰীসত্যেন্দ্ৰনাথ শৰ্মা, পৃষ্ঠা ৪২) ইয়াৰ আগতে খ্ৰীষ্ট ধৰ্ম প্ৰচাৰৰ উদ্দেশ্য আগত লৈ কোনো মিছনেৰী চাহাবৰ দ্বাৰা বুনিয়নৰ Pilgrim's Progress 'অৰুণোদই'ত ১৮৫০-৫১ চনত ছোৱা ছোৱাকৈ আৰু পিছত কিতাপ আকাৰে 'যাত্ৰিকৰ যাত্ৰা' নাম দি অনূদিত হৈছিল। ইয়াৰ পাছত ৰেভাৰেণ্ড এ, কে গাৰ্নি চাহাবৰ তত্বাৱধানত 'কামিনীকান্ত' (১৮৪৭), 'এলোকেশী বেশ্যাৰ কথা' (১৮৭৭) আৰু 'কুমাৰ আৰু কন্যা' ৰচিত হয়। প্ৰথম দুখন মিঃ গাৰ্নিয়ে আৰু তৃতীয়খন শ্ৰীমতী গাৰ্নিয়ে লিখে। 'কামিনী-কান্ত', মিচ এম, ই লেচলিয়ে ৰচনা কৰা বঙলা উপন্যাসৰ ভাঙনি।

গতিকে, অসমীয়া উপন্যাস সাহিত্যৰ ইতিহাস বিশ্লেষণ কৰি চালে দেখা যায় ১৮৮৪ চনত প্ৰকাশিত 'সুধৰ্ম্মাৰ উপাখ্যানে'ই প্ৰথম অসমীয়া ব্যক্তিৰ দ্বাৰা ৰচিত উপন্যাসধৰ্মী ৰচনা আৰু এই উপন্যাসৰ ৰচয়িত্ৰী এগৰাকী মহিলা---৺আনন্দৰাম ঢেকিয়াল ফুকনৰ স্বনামধন্যা জীয়ৰী পদ্মাৱতী দেৱী ফুকননী। আমাৰ অসমীয়া মহিলা সমাজৰ বাবে ই কম গৌৰৱৰ বিষয় নহয়। যি যুগত অসমীয়া উচ্চবৰ্ণ হিন্দু সমাজত বাল্য বিবাহ প্ৰচলিত আছিল, যি যুগত স্ত্ৰীশিক্ষাই প্ৰসাৰতা লাভ কৰা নাছিল, সেই যুগত এগৰাকী মহিলাই প্ৰথম অসমীয়া উপন্যাসিকা হিচাপে স্বীকৃতি লাভ কৰাটো সঁচাকৈয়ে গৌৰৱৰ কথা। ৺ফুকননী যে কেৱল উপন্যাসিকা আছিল, তেনে নহয়; তেখেত এগৰাকী কবি আৰু প্ৰবন্ধ লেখিকাও আছিল। তেখেতে শিশুৰ চৰিত্ৰ-গঠনৰ বাবে 'হিতসাধিকা' নামৰ এখন পুথিও প্ৰকাশ কৰিছিল।

আগতেই উল্লেখ কৰা হৈছে পদ্মাৱতী দেৱী ফুকননী ৺আনন্দৰাম ঢেকিয়াল ফুকনৰ জীয়ৰী। ঢেকিয়াল ফুকন ভাওৰীয়াৰ নাম অসমীয়া ভাষা সাহিত্যৰ বুৰঞ্জীত চিৰদিন জিলিকি থাকিব। তেখেত বিজনী ৰজাৰ দেৱান, মুন্সিফ, একষ্ট্ৰা এচিষ্টেণ্ট কমিচনাৰ আদি পদত নিযুক্ত হৈছিল। তেখেতে ৩০ বছৰীয়া জীৱনত দায়িত্বপূৰ্ণ চৰকাৰী চাকৰিত অধিষ্ঠিত থাকিও বঙালী ভাষাত 'অসম বুৰঞ্জী' অসমীয়া ভাষাত ৪০০ পৃষ্ঠীয়া 'অসমীয়া লৰাৰ মিত্ৰ' আৰু ইংৰাজীত A Few Remarks on Assamese Language আদি পুথি প্ৰকাশ কৰে। ১৮৭৪ চনত 'অৰুণোদয়'ত তেখেতৰ 'ইংলণ্ডৰ বিৱৰণ' প্ৰকাশ হয়। "ফুকনৰ যুক্তিসংগত বিচাৰ আৰু তীক্ষ্ণ দেশ-হিতৈষীতাৰ ফালে দৃষ্টি ৰাখিয়েই কৰ্ণেল হপকিনচন চাহাবে ফুকনৰ বিষয়ে কৈছিল, "বঙ্গদেশত ৰামমোহন ৰায় যেনে, অসমত আনন্দৰাম ঢেকিয়াল ফুকনো তেনেআছিল।" (কামৰূপ সাহিত্য সভা সংখ্যা বিস্ময়, পৃষ্ঠা ২০)

পদ্মাৱতীৰ মাতৃ আছিল যোৰহাটৰ ৰাজগুৰু ফুকনৰ ঘৰৰ পশু-পতি ফুকনৰ কন্যা মাহিন্দ্ৰী দেৱী। যদিও সেই সময়ত লিখাপঢ়া জনা মহিলাৰ সংখ্যা তেনেই নগণ্য আছিল, তথাপিও ফুকননীৰ মাতৃ মাহিন্দ্ৰী দেৱী এগৰাকী শিক্ষিতা মহিলা আছিল। মাহিন্দ্ৰী দেৱীৰ বিষয়ে এইদৰে পোৱা যায়---"ফুকনৰ ভাৰ্য্যা মাহিন্দ্ৰী ফুকননী ঘৰৰ প্ৰধান গৃহিণী হ'ল। তেওঁ সুন্দৰকৈ লেখিব আৰু পঢ়িব জানিছিল;

বঙলা আৰু অসমীয়া পুস্তক সুন্দৰকৈ বুজিছিল, সামান্য অঙ্ক কৰিব পাৰিছিল।" (কামৰূপ ৰত্নমালা, পৃষ্ঠা ২৪)

১৮৫৩ চনৰ ৯ জানুৱাৰীত বৰপেটাত, পদ্মাৱতী ফুকননীয়ে জন্ম গ্ৰহণ কৰে। তেখেতৰ জন্ম আৰু নামাকৰণ সম্পৰ্কে ৺গুণাভিৰাম বৰুৱাৰ দ্বাৰা ৰচিত "৺আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ"ত এনেদৰে পোৱা যায়—"১৮৫৩ চনৰ ৯ জানুৱাৰী ৰবিবাৰ, ১৭৭৪ শকৰ ১৭ পৌষত, অমাবস্যাত ফুকনৰ পত্নীৰ এটি কন্যা জন্মে। এই কন্যাৰ নাম কোষ্টিত প্ৰকাশ্য নাম লক্ষ্মী আৰু গুপ্ত নাম ফল্গু প্ৰভা। কলিকতাত সেই সময়ত মাসিক পত্ৰিকা নামে এখনি সৰুপুথি মাহিলি প্ৰকাশিত হৈছিল। সেই পুথিত পদ্মাৱতী নামে এটি কন্যাৰ কথা আছিল। ফুকনে সেই ছোৱালীৰ নাম ভাল পাই কন্যাৰ নাম পদ্মাৱতী থলে।" (পৃষ্ঠা ১১৫)

সেই সময়ত অসমত স্ত্ৰী শিক্ষাৰ বাবে কোনো অনুষ্ঠান নাছিল, কিন্তু পদ্মাৱতীৰ পিতৃ ঢেকিয়াল ফুকন ডাঙৰীয়া এজন বিদ্যোৎসাহী ব্যক্তি আছিল। সেই একেখন পুথিতে এই সম্পৰ্কে পোৱা যায়—"স্ত্ৰী পুৰুষ উভয়ে মনুষ্য, এতেকে স্ত্ৰীবিলাক অশিক্ষিতা থাকিলে পুৰুষ অৰ্দ্ধাঙ্গী ৰোগাক্ৰান্তৰ দৰে থাকে, এইটি তেওঁৰ মত। স্ত্ৰী স্বাধীনতাৰো তেওঁ পক্ষপাতি আছিল। উপযুক্ত শিক্ষিতা হলে স্ত্ৰীক স্বাধীনতা দিয়া বেয়া নহয়—এইটো তেওঁৰ বিশ্বাস। স্ত্ৰী শিক্ষাৰ প্ৰতি তেওঁৰ বৰ ধাউতি আছিল, নিজ পত্নীক নিজেই শিক্ষা দিছিল আৰু নিজৰ কন্যা পদ্মাৱতীক পঞ্চমবৰ্ষত বিদ্যাৰম্ভ কৰিছিল।" (পৃষ্ঠা ১৬৯)

বিদ্যোৎসাহী আৰু শিক্ষিত পিতৃমাতৃৰ তত্ত্বাৱধানত পদ্মাৱতীয়ে সৰু বয়সৰে পৰা সজ আহি আৰু সৎ শিক্ষা পাই মন উদাৰ আৰু বহল কৰিবলৈ যথেষ্ট সুবিধা পাইছিল। "মাক-দেউতাকৰ গঢ় গতিতে পদ্মাৱতী দেৱীও আদৰ্শ নাৰী হৈ উঠিছিল।" (কামৰূপ ৰত্নমালা, পৃষ্ঠা ১৮ )

১৮৬২ চনৰ ডিচেম্বৰ মাহত শূলপাণি ভড়ালী বৰুৱা ঘৰৰ শশধৰ বৰুৱাৰ পুতেক নন্দীশ্বৰৰ লগত পদ্মাৱতীৰ বিবাহ হয়। স্বামী নন্দীশ্বৰ বৰুৱাহে আছিল, পদ্মাৱতীক বিয়া কৰোৱাৰ পিছৰ পৰা ফুকন লিখিবলৈ ললে। তাৰ কাৰণ দৰ্শাই ৺তৰুণৰাম ফুকন ডাঙৰীয়াই কৈছিল—"গুৱাহাটীৰ ফুকনৰ ঘৰৰ ছোৱালী নিয়া আৰু

দিয়া বুলিলেই লেঠা। ফুকনৰ ঘৰ বুলিলেই জাত যায় তেতিয়া। ইংলণ্ডলৈ যোৱাও এটা কাৰণ। ফুকনৰ ঘৰখনৰ জাত নাই এই হ'ল তেওঁলোকৰ ভাব। নন্দীশ্বৰে সেই ঘৰবে ফুকননীক বিয়া কৰালে। তেওঁৰ ঘৰৰ সকলোৱে তেওঁক আলগ কৰি থলে। 'তেওঁ বৰুৱা এৰি ফুকন লিখা হ'ল তেতিয়াৰে পৰা।" (কামৰূপ ৰত্নমালা, পৃঃ ১৯)

নন্দীশ্বৰ ফুকন এজন সুশিক্ষিত লোক আছিল। গুণাভিৰাম বৰুৱাই লিখিছে, "পদ্মাৱতীক বিবাহ কৰাই নন্দীশ্বৰ কলিকতালৈ যায়। ১৮৬৬ চনৰ আদিতে দেশলৈ আহে। ১৮৬৭ চনৰ বৰ্ষাত পদ্মাৱতীক শান্তি বিবাহ কৰাই নন্দীশ্বৰে তেওঁৰ কৰ্মস্থান তেজপুৰলৈ যায়।" (আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ, পৃষ্ঠা ১৭৫)। তেখেত ৰেভিনিউ চিৰস্তাদাৰ আছিল। তেজপুৰ, ছিলং, শ্ৰীহট্ট আদি ঠাইত চাকৰি কৰি শেষত নগাঁৱত বসবাস কৰিবলৈ লয়। ৫২ বছৰ বয়সত নগাঁৱত নন্দীশ্বৰ ফুকনৰ মৃত্যু হয়। সেই সময়ত ফুকননীৰ বয়স আছিল ৪২ বছৰ। বিবাহিত জীৱনত ফুকননী ১৮টি সন্তানৰ মাতৃ হৈছিল। কিন্তু তাৰ তিনটি সন্তানহে জীৱিত আছিল। স্বামীৰ মৃত্যুৰ পিছত তেখেত নগাঁৱৰ পৰা আহি গুৱাহাটীৰ ভৰলুমুখত পিতৃ হাউলিতে ঘৰ কৰি জীৱনৰ বাকীছোৱা দিন কটাইছিল। ৭৪ বছৰ বয়সত ১৯২৭ চনৰ ডিচেম্বৰ মাহত তেখেতৰ মৃত্যু হয়।

চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলীত পদ্মাৱতী দেবী ফুকননীৰ বিষয়ে এটি প্ৰবন্ধ আছে। সেই প্ৰবন্ধত উল্লেখ কৰা হৈছে—"পদ্মাৱতী দেৱী ফুকননী দেখিবলৈ সভা-শুৱনী মানুহ আছিল। তেখেত দেখিবলৈ যেনে শুৱনী, কথা-বাৰ্তা, স্বভাৱ-চৰিত্ৰ, চলন ফুৰণতো তেনে গম্ভীৰ আছিল। কোনোকালে নেদেখা মানুহেও তেখেতক দেখিলেই বা তেখেতে সৈতে দু-আষাৰ কথা পাতিলেই তেখেতক ডাঙৰৰ জীয়াৰী, আৰু ডাঙৰৰ ঘৈণী বুলি চিনিব পাৰিছিল। বোৱা-কটা, ৰন্ধা-বঢ়া ঘৰ চলোৱা, অতিথি সৎকাৰ কৰাকে আদি কৰি আমাৰ দেশৰ ওখ খাপৰ তিৰোতাৰ গাত থাকিবলগীয়া সকলো সৎগুণেই তেখেতৰ গাত প্ৰকাশ পাইছিল। পদ্মাৱতীৰ গাত পুৰণি কালৰ তিৰোতাৰ আৰু বৰ্তমান যুগৰ তিৰোতাৰ সকলো সৎগুণ একেলগে বিৰাজ কৰিছিল। তেখেতৰ এফালে যেনেকৈ ঈশ্বৰত বিশ্বাস, ধৰ্মত মতি, সকলোলৈকে মৰম-চেনেহ আৰু সকলো কাৰ্য্যতে পাৰদৰ্শিতা আছিল, ইফালেও

তেনেকৈ সংস্কাৰলৈ আগ্ৰহ, উন্নতিলৈ ধাউতি, নতুন কথালৈ কৌতূহল, আৰু সকলো কথাতে সময়োচিত সুৰুচি আছিল। সেইবাবে তেখেতক আমাৰ সমাজৰ পুৰণি কালৰ আৰু বৰ্ত্তমান কালৰ তিৰোতাৰ আদৰ্শৰ সম্মিলনৰ স্থান বুলিব লাগে।" (চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলী, পৃঃ ৫৪৫)।

জিতেন্দ্ৰনাথ বুজৰবৰুৱাইও 'কামৰূপ ৰত্নমালা' নামৰ গ্ৰন্থত প্ৰকাশ পোৱা পদ্মাৱতী দেৱী ফুকননীৰ বিষয়ে লিখাএটি প্ৰবন্ধত লিখিছে— "পদ্মাৱতী দেৱী এগৰাকী বৰ অমায়িক আৰু সাদৰী তিৰোতা আছিল। তেওঁৰ ঘৰত সততে অনেক মানুহৰ সমাগম হয়। পৰৰ নিন্দা তেওঁ অকণো ভাল নাপাইছিল। ফুকননীৰ দৰে অতিথিপৰায়ণা তিৰোতা সঁচাকৈয়ে বিৰল।" ফুকননীৰ ঘৰৰ বৰ্ণনা বুজৰবৰুৱাদেৱে এইদৰে দিছে—"সৰু সৰু খেৰৰ ঘৰ দুটা নে তিনিটা। ওচৰতে পাট-নাদ এটি। বাৰীত ফল-মূলৰ গছ। তাঁতশালত লগাই থোৱা এখন কাপোৰ। তাৰ কাষত ফুলৰ চানেকীবোৰ। ঘৰৰ ভিতৰৰ বেৰত অনেক দেৱ-দেৱীৰ ছবি। তেওঁৰ বিছনাৰ ওচৰতে মেজখন। মেজৰ ওপৰত দোৱাত, কলম, কাগজ-পত্ৰ আৰু নানা আলোচনী কাকত। ওচৰতে থাক্ থাক্কৈ সজাই থোৱা নানা কিতাপ। ঘৰখন আছিল শান্তিময়। বাস্তৱিকে ই আছিল গৃহাশ্ৰম।" (পৃষ্ঠা ১৮)

নীতি-পাঠ ৫ম ভাগত ৰায়চাহাব দুৰ্গাধৰ বৰকটকীয়ে পদ্মাৱতী দেৱী ফুকননীৰ বিষয়ে লিখা এটি প্ৰবন্ধত লিখিছে— "বোৱা-কটা, ৰন্ধা-বঢ়া, অতিথি সৎকাৰ, ৰোগী শুশ্ৰূষাকে আদি কৰি আমাৰ ওখ খাপৰ তিৰোতাৰ গাত থাকিবলগীয়া সকলোখিনি সদ্‌গুণেই তেখেতৰ গাত সুন্দৰৰূপে বিকাশ পাইছিল।" সেইবাবে ৺ তৰুণৰাম ফুকনে পদ্মাৱতী দেৱী ফুকননীৰ বিষয়ে এবাৰ এইদৰে মন্তব্য প্ৰকাশ কৰিছিল "She was an educated, a well informed and a managing lady of household duties," (কামৰূপ ৰত্নমালা, পৃষ্ঠা ২০)

১৯২১ চনত মহাত্মা গান্ধী গুৱাহাটীলৈ আহোঁতে পদ্মাৱতী ফুকননী আৰু গিৰিজা দেৱীয়ে (৺তৰুণৰাম ফুকনৰ বায়েক) গান্ধীক সুন্দৰ হিন্দি ভাষাত অসমীয়া তিৰোতা সমাজৰ কথা বুজাই দিছিল। গান্ধীও তেওঁলোকৰ কথা-বতৰাত বৰ সন্তুষ্ট হৈছিল।

## পদ্মাৱতী দেৱী ফুকননীৰ সাহিত্য প্ৰতিভা :

বৰ্ত্তমান যুগৰ অসমীয়া সাহিত্যৰ প্ৰথম মহিলা লেখিকা বুলি পদ্মাৱতী ফুকননীকে আখ্যা দিব পৰা যায়। আধুনিক মহিলাসকলৰ দৰে স্কুল-কলেজত শিক্ষা লাভ নকৰাকৈয়ে তেখেতে পুথি লিখি আৰু উপদেশপূৰ্ণ প্ৰবন্ধ, কবিতা আদি লিখি আজীৱন সাহিত্য সাধনা কৰি গ'ল। ৺ভিম্বেশ্বৰ নেওগ ডাঙৰীয়াই পদ্মাৱতী দেৱী ফুকননীৰ 'সধৰ্ম্মাৰ উপাখ্যান'ক প্ৰথম অসমীয়া উপন্যাস বুলি তেখেতৰ 'অসমীয়া সাহিত্যৰ বুৰঞ্জী'ত স্বীকৃতি দিছে—"১৮০৬ শকত এওঁৰ 'সধৰ্ম্মাৰ উপাখ্যান' নামৰ প্ৰথম অসমীয়া উপন্যাস আৰু তাৰ অলপ পাছতে 'হিত-সাধিকা' নামৰ এখন পুথি প্ৰকাশিত হয়। ইয়াৰ বাহিৰেও এওঁ সাময়িক আলোচনীবোৰত গদ্য, পদ্য, বহুত প্ৰবন্ধ লিখে।" (পৃষ্ঠা ৬৭৬) ৰায়চাহেব দুৰ্গাধৰ বৰকটকীয়েও স্বীকাৰ কৰিছে—"আলোচনী কাকতৰ সম্পাদকসকলে পৰামৰ্শ কিম্বা প্ৰবন্ধ খুজি তেখেতলৈ চিঠি লিখি, তেখেতৰ সক্ষম অৱস্থাত কোনোৱেই নৈৰাশ নহৈছিল।" ('পদ্মাৱতী ফুকননী' নীতি পাঠ—৫ম ভাগ)। বিহগী কবি ৰঘনাথ চৌধুৰীয়েও ফুকননীৰ বিষয়ে এইদৰে কৈছিল—"ফুকননী সাহিত্য ক্ষেত্ৰত প্ৰথম লিখিকা। 'জোনাকী'ত সুচিন্তিত প্ৰবন্ধাদি দিছিল। (কামৰূপ ৰত্নমালা, পৃষ্ঠা ২০)। বাঁহী কাকততো তেখেতৰ কবিতা প্ৰবন্ধ আদি প্ৰকাশ পাইছিল। ১৮৩৩ শকৰ ২য় বছৰৰ আহাৰ মাহৰ ৮ম সংখ্যা 'বাঁহী'ত প্ৰকাশ হোৱা 'প্ৰাৰ্থনা' নামৰ কবিতাটি ফুকননীৰ ভগৱৎভক্তিৰ চৰম নিদৰ্শন। ১৮৩৫ শকৰ চতুৰ্থ বছৰ শাওন মাহৰ নৱম সংখ্যা 'বাঁহী'ত প্ৰকাশ হৈছিল 'বিধৱা' নামৰ প্ৰবন্ধ এটি। এই প্ৰবন্ধটিত বৈধব্য জীৱনৰ দুখ-কষ্টৰ কথা প্ৰকাশ পাইছে। লেখিকাই বত্ৰিছ বছৰ কাল বৈধব্য যন্ত্ৰণা ভুগিবলগীয়া হৈছিল। গতিকে প্ৰবন্ধটিত লেখিকাৰ নিজৰ হৃদয়-যাতনা প্ৰকাশ পাইছে। প্ৰবন্ধটিৰ প্ৰথম কেইষাৰ মান কথা তুলি দিয়া হ'ল—"বিধৱা এই তিনটি আখৰ বৰ ভয়ঙ্কৰ। এই শব্দটি বৰ কৰ্কশ। কত জন্মৰ তপস্যাৰ ফলেৰেহে ভাগ্যৱতীসকলে স্বামীত চিৰবিদায় লৈ এই সংসাৰৰ মোহ-মায়া বিসৰ্জ্জন দি স্বামীৰ অপূৰ্ব্ব প্ৰীতি বুকুত বান্ধি লৈ প্ৰভুৰ চৰণত স্বামীৰ মঙ্গল প্ৰাৰ্থনা কৰিবলৈ স্বৰ্গধামলৈ যাব পাৰে।" আকৌ

প্ৰবন্ধৰ শেষৰ ফালে স্বীকাৰ কৰিছে---"যি দিনা স্বামীক চিতাত তুলি ভস্ম কৰে, সেইদিনাৰ পৰা হতভাগিনীৰো হৃদয় চিন্তা-অনলে দগ্ধ কৰি ভস্ম কৰি থাকে।" (বাঁহী ৪ৰ্থ বছৰ ৯ম সংখ্যা শাওন, ১৮৩৫ শক, পৃষ্ঠা ৪৭১-৪৭৪)।

পদ্মাৱতী দেৱী ফুকননীয়ে অসম সাহিত্য সভা পত্ৰিকালৈকো প্ৰবন্ধ আদি পঠাইছিল। চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলীত থকা 'পদ্মাৱতী দেৱী ফুকননী' নামৰ প্ৰবন্ধটিত আছে---"সিবাৰ নগাঁৱত বহা সাহিত্য সন্মিলনলৈ তেখেতে তেখেতৰ স্বৰ্গীয় পিতৃদেৱৰ উদ্দেশ্যে এখনি ভক্তি আৰু ভাবপূৰ্ণ ৰচনা লিখি পঠাইছিল আৰু তাক সূৰ্য্যকুমাৰ ভূঞা-দেৱে সন্মিলনৰ আগত পাঠ কৰিছিল। ফুকননীয়ে সাহিত্য সন্মিলনলৈ 'সমাজত তিৰোতাৰ স্থান' বুলিও এটি প্ৰবন্ধ পঠাইছিল। (পৃষ্ঠা ৫৪৫) উক্ত প্ৰবন্ধটি ১৮৪৯-৫০ শকৰ ২য় বছৰৰ চ'ত-জেঠৰ ৩য় সংখ্যা অসম সাহিত্য সভা পত্ৰিকাত প্ৰকাশ পাইছিল। সেই পত্ৰিকাৰ সম্পা-দক আছিল চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়া। এই প্ৰবন্ধত লেখিকাই সাবিত্ৰী, দ্ৰৌপদী, গান্ধাৰী আদি 'পুৰাকাল'ৰ মহিলাসকলৰ স্বামী ভক্তি, ক্ষমা পৰায়ণতা আদিৰ কথা উল্লেখ কৰিছে। আৰ্য্য আই সকলৰ আদৰ্শৰে চৰিত্ৰ গঠন কৰিলে আধুনিক সমাজত মহিলাই উচ্চস্থান লাভ কৰিব বুলি লেখিকাই তেখেতৰ দৃঢ়বিশ্বাস ব্যক্ত কৰিছে—"মোৰ মনত হলে পুৰাকালৰ কথা, আৰ্য্য আই সকলৰ চৰিত্ৰ সোৱাদ লাগে আৰু তেওঁলোকৰ ভাব গতি উচ্চ যেন পাওঁ। সেই সকলৰ অনুকৰণ কৰি যাব পাৰিলে আৰু জ্ঞানকাৰী সংস্কৃত বিদ্যা ভালকৈ শিক্ষা কৰিব পাৰিলে, আমি সমাজত আকৌ উচ্চস্থান পামহঁক, এনে আশাও কৰোঁ। বিদ্যাৱতী তিৰোতাৰ গৌৰৱ বাঢ়ে আৰু উচ্চ স্থান লাভ হয়।" (পৃষ্ঠা ১৫৮)

পদ্মাৱতী দেৱী ফুকননীৰ দুখন কিতাপ প্ৰকাশ হৈ ওলাইছিল। এখনৰ নাম 'হিত-সাধিকা' (বেচ এক অনা), আনখনৰ নাম 'সুধৰ্ম্মাৰ উপাখ্যান' (বেচ ।০ চাৰি অনা) দুয়োখন বিয়াৰ পিছত নগাঁৱত লিখা। 'হিতসাধিকা'খন সৰু সৰু ল'ৰা-ছোৱালীৰ চৰিত্ৰ-গঠনৰ বাবে সহজে বুজিব পৰাকৈ এইকেইটি বিষয় লৈ লিখা হৈছে---জ্ঞান আৰু অনুষ্ঠান

অহঙ্কাৰ, বিদ্যাধন, হিংসা, দয়া আৰু নম্রতা, কৃতজ্ঞতা, পিতৃমাতৃৰ প্রতি ভক্তি, দেশীয় লোকৰ প্রতি ব্যৱহাৰ ইত্যাদি। কিতাপখনৰ আৰম্ভণী এইদৰে কৰা হৈছে—"হে প্রিয় লৰা ছোৱালী বিলাক! তোমালোকৰ এফেৰিমান উপকাৰ হব বুলি আশা কৰি মই এই সৰু পুথিখন প্রকাশিবলৈ আগবাঢ়িছোঁ। তোমালোক এই পৃথিৱীত জন্ম লভিছা। কিন্তু কি নিয়মেৰে সংসাৰ-যাত্রা নির্ব্বাহ কৰিব লাগে তাক নেজানা। এতেকে এতিয়া তাক সকতেই শিকিবলৈ পুৰুষার্থ কৰিব লাগে।" সামৰণিত লিখিছে—-"তোমালোকে যদি সঁচাকৈয়ে মনুষ্য নাম লব খোজা, তেনেহলে ধৰ্ম্ম আৰু সত্যক কেতিয়াও নেৰিবা। তোমালোকে সেই বিষয়ত অন্ন মনদি যত্ন কৰা, তেনেহলে অনায়াসে কৃতকার্য্য হব পাৰিবা।" 'অহঙ্কাৰ' নামৰ প্রবন্ধটিত লিখিছে—"অহঙ্কাৰ মানুহৰ প্রধান ৰিপু। ময় ডাঙৰ মানুহ, ময় জ্ঞানী, ময় ধনী, ময় ৰূপবান, ময় বিদ্যাবান, এইবিলাক মৎগৰ্ব্বী কথাই যাক বশ কৰে সি মানুহ যথার্থ ভদ্রলোক নহয়।" কিতাপখনৰ পৰিশেষত ফুকননীয়ে এইদৰে লিখিছে—"ময় ইয়াত লৰাবিলাকৰ প্রতিহে সৰহকৈ লেখিছোঁ। কিন্তু এই বিলাক উপদেশ ছোৱালী বিলাকতো খাটিব। এই পুথিখনিৰ মুঠ অর্থ ঈশ্বৰৰ নিয়ম, সমাজৰ নিয়ম পালন কৰাৰ কথা পাৰিছোঁ মানে কৈছোঁ। এইবিলাক নিয়ম পালন কৰিলেই ধৰ্ম্ম ৰক্ষা হয়, ধৰ্ম্ম হলেই পাপলৈ মতি নিনিয়ে।---এতেকে সাধাৰণ প্রাণ গলেও পাপ নকৰিবা আৰু ধৰ্ম্ম নেৰিবা। ধৰ্ম্ম তোমালোকৰ এই সংসাৰৰ আৰু অনন্তকালৰ বন্ধু। এই কথাটি সদায় মনত ৰাখি সংসাৰৰ কার্য্য কৰিবা।" (কামৰূপ ৰত্নমালা, পৃষ্ঠা ২১)।

মুঠতে ফুকননীৰ সহজ সৰল উপদেশবোৰ কিশোৰ-কিশোৰীৰ বাবে মুকুতামণি। 'জোনাকী' আলোচনীৰ ৩য় ভাগত 'পুথিৰ গুণাগুণ বিচাৰ' শিতানত সম্পাদক বেজবৰুৱাই 'হিতসাধিকা'ৰ বিষয়ে লিখিছে--"পুথিখন লৰা-ছোৱালীৰ হিতৰ নিমিত্তে লেখা হৈছে। আমি ইয়াৰ দ্বাৰা ল'ৰা ছোৱালীৰ উপকাৰ হব বুলি আশা কৰিছোঁ।" (পৃষ্ঠা ১৫৪)

## কবি পদ্মাৱতী দেৱী ফুকননী ঃ

সমসাময়িক 'বাঁহী', 'জোনাকী' আদি কাকতলৈ পদ্মাৱতী দেৱীয়ে প্রায়েই কবিতা, প্রবন্ধ আদি দি আছিল। ইয়াৰ আগতে উল্লেখ কৰা

হৈছে ১৮৩৩ শকৰ ২য় বছৰ আহাৰ মাহৰ ৮ম সংখ্যা 'বাঁহী'ত ফুকননীৰ 'প্রার্থনা' নামৰ কবিতা এটি প্রকাশ পাইছিল। এই কবিতাটি কবিৰ ভগবৎ প্রেমৰ চৰম নিদর্শন। তেখেতৰ আন এটি চুটি কবিতা 'ফুলৰাণী'—যি কবিতাটিত কবিৰ নিজকে ফুলেৰে সজ্জিত কৰি 'ফুল-ৰাণী' ৰূপ লোৱাৰ ইচ্ছা প্রকাশ পাইছে—

"চোৱাচোন সখী, মোক কেনে দেখি, ৰূপহী হৈছোনে মই ?
ফুলেৰেই সাজিছোঁ, কি ৰূপ ধৰিছোঁ, দেখিলে খাবানে ভয় ?
সুগন্ধি ফুলেৰে গাঁথি চন্দ্রহাৰ হিয়াত পিন্ধিছোঁ সখী
নবৰত্ন মালা গাঁথি যতনেৰে থৈছোঁ হাতত বান্ধি।
দহো আঙুলিত ফুলৰ আঙঠি পিন্ধিছোঁ হেঁপাহত মই
খোপাৰ ওপৰত মালতীৰ খোপা, পৰিছে ভোমোৰা চয়।
গুণ গুণ কৰি মধু খাই অলি গাইছে ললিত জনে
ভোমোৰাৰ গীতত হিয়া নুজুৰাই, তাকনো শুনিব কোনে ?
চিতিপতি দেখি আহি মৌমাখি পৰিছেহি উৰি উৰি।
জানোবা কামোৰে ভয় লাগে মনে, লুকাবৰ নাই ঠাই,
ঘৰলৈ যাওঁতে বাট হেৰুৱাম, জানো দেৱতাই পায়।

(কামপুৰ সাহিত্য সভা সংখ্যা বিস্ময়ৰ দ্বাৰা পুনর্মুদ্রিত)

এই কবিতাটিত ৰোমান্টিক কবিৰ কল্পনা-বিলাস পৰিস্ফুট হৈ উঠিছে। কবিয়ে ফুলেৰে চন্দ্রহাৰ, আঙঠি, চিতিপতি আদি সাজি পিন্ধিছে, খোপাত মালতীৰ খোপা গুজিছে। ফুলৰ সুগন্ধত মৌমাখি উৰি আহিছে। কামোৰাৰ ভয়ত কবিয়ে লুকাবলৈ ঠাই বিচাৰি পোৱা নাই, কাৰণ চন্দ্রমাৰ জোৎস্না মুখত পৰিছে। ঘৰলৈ যাবলৈকো বাট হেৰুৱাই বুলি, কোনো দেৱতাই পাই বুলি কবিৰ ভয় হৈছে। এগৰাকী কিশোৰীৰ অলঙ্কাৰ আৰু সাজসজ্জাৰ প্রতি থকা হাবিলাসক কবিয়ে কল্পনাৰ ৰহন বোলাই উজ্জ্বল কৰি তুলিছে। লগতে সোণতকৈ যে প্রকৃতিৰ বুকুৰ সুগন্ধি ফুল বেছি পবিত্র আৰু সুন্দৰ সেই কথাও হয়তো কবিয়ে বুজাব খুজিছে। কবিতাটিৰ ভাষা তেনেই সহজ সৰল, ছন্দও অতি কোমল। কাব্যিক অলঙ্কাৰ বা উপমা ইয়াত নাই।

কবিৰ আন এটি দীঘলীয়া কবিতা ৬ষ্ঠ বছৰ ১ম সংখ্যা 'বাঁহী'ত (পৃষ্ঠা ৪১, ৪২ ৪৩) প্রকাশ হৈছিল। কবিতাটিৰ নাম 'প্রকৃতিৰ শোভা'। কবিতাটিৰ কেইশাৰীমান তলত তুলি দিয়া হ'ল—

ৰিনন্দীয়া বসুন্ধৰা চোৱা হেঁপাহত
বাহিৰলৈ গলোঁ জগতীয়াৰ জগত।
উল্লাহেৰে ফুৰিছিলোঁ মন ৰঙ কৰি
নানা তৰহৰ শোভা চাই ঘূৰি ঘূৰি।
- - - -
- - - -
- - - -
প্ৰকৃতিৰ শোভা চালে জ্ঞানৰ বিকাশ
দয়াময়ৰ দয়া কত পাইছে প্ৰকাশ।
বিশ্ব খনিকৰ জনে এই আহি দিছে
তাকে চাই জীৱজন্তু সংসাৰত ৰৈছে।
ধন্য ধন্য ভগৱন্ত ধন্যহে ধেমালি
বিশ্ব ব্ৰহ্মাণ্ডক লৈ আছাহে উমলি।

এই কবিতাটিত কবিয়ে সহজ সৰল ভাষাৰে প্ৰকৃতিৰ সৌন্দৰ্য্য বৰ্ণনা কৰিছে আৰু উপলব্ধি কৰিছে এই সৌন্দৰ্য্যৰ অন্তৰালত ঈশ্বৰৰ ভক্তি—যি জন ঈশ্বৰে এই বিশ্ব ব্ৰহ্মাণ্ডক লৈ খেল খেলি আছে। এই কবিতাসমূহত কাব্যিক ৰীতি কিমান পালন কৰা হৈছে বা কাব্যিক ৰস কিমান নিঃসৰণ হৈছে তাত সন্দেহৰ অৱকাশ থাকিলেও অসমীয়া কাব্য জগতত এই কবিতাসমূহৰ যথেষ্ট মূল্য আছে।

## সুধৰ্ম্মাৰ উপাখ্যান আৰু ইয়াৰ ঔপন্যাসিক মূল্যায়ণ ঃ

আগতেই উনুকিয়াই অহা হৈছে পদ্মাৱতী দেৱী ফুকননীৰ সুধৰ্ম্মাৰ উপাখ্যান নামৰ গ্ৰন্থখনিক ৺ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই প্ৰথম অসমীয়া উপন্যাস হিচাবে স্বীকৃতি দিছে। জিতেন্দ্ৰনাথ বুজৰবৰুৱাই আকৌ তেখেতৰ প্ৰবন্ধত এইদৰে উল্লেখ কৰিছে—"সজ আৰু অসজ মানুহৰ কাৰ্য্যৰ ফল দেখুৱাই লিখা 'সুধৰ্ম্মাৰ উপাখ্যান' এখন নীতি-মূলক কাহিনী। কিন্তু বিশেষজ্ঞসকলৰ মতে ইয়াত অসমীয়া উপন্যাসৰ আদি স্তৰৰ উপাদানো নথকা নহয়।" (কামৰূপ ৰত্নমালা, পৃষ্ঠা ২১) লেখিকাই ভূমিকাত নিজেই স্বীকাৰ কৰিছে—"সজ আৰু অসজ মানুহৰ কাৰ্য্যৰ ফল দেখুৱাই এই পুথিৰ উদ্দেশ্য।" (ভূমিকা ঃ সুধৰ্ম্মাৰ উপাখ্যান) 'সুধৰ্ম্মাৰ উপাখ্যান'ৰ কথা ৺বেজবৰুৱা

ভাওৰীয়াই এইদৰে কৈছে—"আমি বহুদিনৰে পৰা আমাৰ দেশৰ তিৰুতাৰ ভাল ৰচনা পাবলৈ আশা কৰি আছিছিলোঁ। যদিও বঙ্গ দেশৰ দৰে অসমত স্ত্রী শিক্ষাৰ সোঁত বৰকৈ বোৱা নাই, তথাপি মাজে সময়ে দুটি এটি ৰচনা দেখিলে মনত বৰ ভাল লাগে। 'সুধৰ্ম্মাৰ উপাখ্যান' পঢ়ি মনত বৰ ৰঙ্গ পালোঁ। এই পুথিখনিৰ ভাষা সহজ সৰল আৰু কোমল হৈছে।" ('জোনাকী' ৩য় ভাগ, সম্পাদক বেজবৰুৱা, পৃঃ ১৫৪) ইয়াত কিন্তু বেজবৰুৱাই এই উপাখ্যানক উপন্যাস বুলি উল্লেখ কৰা নাই।

আমি এই উপাখ্যানৰ ঔপন্যাসিক মূল্যায়ণ কৰিবলৈ লোৱাৰ আগতে কাহিনীটি এবাৰ আলোচনা কৰোঁ। উপাখ্যানৰ কাহিনীটি এনে ধৰণৰ ঃ সত্যবান আৰু মাধৱচন্দ্ৰ দুজন বন্ধু। সত্যবানৰ পত্নী সুধৰ্ম্মা, মাধৱ চন্দ্ৰৰ পত্নী লীলাৱতী। দুয়ো পত্নী দুগৰাকীক লৈ বেহাবেপাৰ কৰিবলৈ ব্ৰহ্মপুত্ৰত নাৱেৰে যাত্ৰা কৰিলে। তেওঁলোকে এখন গাঁৱত এগৰাকী ভিখাৰী তিৰোতা লগ পালে। সুধৰ্ম্মাই তেওঁক এসময়ৰ চহকী উকিলনী বুলি চিনি পালে আৰু তেওঁৰ পৰা জানিব পাৰিলে যে তেওঁ স্বামীৰ ঘৰমত সন্তুষ্ট নহৈ পৰপুৰুষৰ লগত পলাই যোৱাত আৰু সেই পুৰুষেও লগ এৰা দিয়াত তেওঁৰ এই দুৰ্দশা হ'ল।

কিছুদিনৰ পাছত সত্যবানহঁতৰ নাও ধুমুহাই পালে আৰু নাও বুৰিল। সত্যবান কাঠ এডোখৰত ধৰি পাৰত উঠিল। সুধৰ্ম্মা আৰু লীলাৱতীকো বুঢ়া নাৱৰীয়া এজনে উদ্ধাৰ কৰি নি তেওঁৰ গাঁৱতে ৰাখিলে। কিন্তু গাঁৱৰে ধনী ভদ্ৰলোক এজনে দুয়োৰে প্ৰতি আসক্ত হৈ কানীয়া এজনৰ হতুৱাই দুয়োকে তেওঁৰ ঘৰলৈ পলুৱাই অনাবলৈ ষড়যন্ত্ৰ কৰিলে। এই কথা জানিব পাৰি গাঁও এৰি দুয়ো হাবিলৈ পলাই গ'ল। হাবিত আকৌ চিকাৰী ব্যাধ এজনে তেওঁলোকক অসৎ ব্যৱহাৰ কৰিব খোজাত তেওঁলোকে আৰ্তনাদ কৰি কান্দিবলৈ ধৰিলে। ওচৰৰে শিৱ দেৱালয়ত থকা এজন বৃদ্ধ মুনিয়ে এই আৰ্তনাদ শুনি তেওঁলোকক ব্যাধৰ হাতৰ পৰা উদ্ধাৰ কৰি এগৰাকী বৃদ্ধা তাপসীৰ আশ্ৰমত থলে। সেই আশ্ৰমত সুধৰ্ম্মা আৰু লীলা-ৱতীৰ দৰে বহুতো গাভৰু থাকে। তেওঁলোক এদিন নৈৰ ঘাটলৈ গা ধুবলৈ যাওঁতে মদপী স্বামীৰ দ্বাৰা পৰিত্যক্তা দুখুনী মনোৰমাক পাই আশ্ৰমলৈ লৈ গ'ল। ইপিনে সত্যবানে সুধৰ্ম্মা আৰু লীলাৱতীক

বিচাৰি ফুৰোঁতে এজন অনুতপ্ত লোকক লগ পায়। তেৱেঁই পত্নীক অত্যাচাৰ কৰি হাবিত এৰি থৈ যোৱা মনোহৰ বৰুৱা। আশ্ৰমৰ কামত এদিন ফুৰিবলৈ যাওঁতে সুধৰ্ম্মাই বাঁহীৰ সুৰ শুনিবলৈ পালে সেয়া সত্যবানৰ বাঁহীৰ সুৰ বুলি তেওঁ চিনি পালে। এইদৰে সুধৰ্ম্মা সত্যবান, মনোৰমা মনোহৰ বৰুৱাৰ মিলন হ'ল। কিন্তু মাধৱচন্দ্ৰৰ কোনো বাতৰি নাই। আন এদিন নৈৰ ঘাটলৈ গা ধুবলৈ যাওঁতে এখন নাৱৰ পৰা এজন লোক নামি নৈত গা ধুবলৈ ধৰোঁতে লীলাৱতীয়ে তেওঁক মাধৱচন্দ্ৰ বুলি চিনি পালে। এইদৰে লীলাৱতী মাধৱচন্দ্ৰৰো মিলন হ'ল। এইদৰে সুধৰ্ম্মা-সত্যবান, লীলাৱতী-মাধৱচন্দ্ৰ মনোৰমা-মনোহৰ বৰুৱাৰ পুনৰ মিলন ঘটাৰ পাছত তেওঁলোকে নিৰ্বিঘ্নে আহি নিজ দেশ পালেহি। মনোহৰে সত্যবান আৰু মাধৱচন্দ্ৰৰ পৰা সাহায্য লৈ ব্যৱসায় আৰম্ভ কৰিলে আৰু আটায়ে সুখে-সন্তোষে জীৱন কটালে।

এই কাহিনীত অলৌকিকতা নাই যদিও মুনি, ব্যাধ, আশ্ৰম আদিয়ে কাহিনীটোক প্ৰাচীন আখ্যানৰ পৰ্য্যায়লৈ লৈ গৈছে। শ্ৰীযুত অতুলচন্দ্ৰ বৰুৱাদেৱে তেখেতৰ 'উপন্যাস' নামৰ প্ৰবন্ধত উপন্যাসৰ সংজ্ঞা এইদৰে দিছে—"অভিজ্ঞতাৰ সমলেৰে গঢ়ি তোলা, কাল্পনিক জীৱনৰ ধাৰাবাহিক ঘটনাৱলীৰ বাস্তৱময় জীৱন্ত চিত্ৰই উপন্যাস।" (সাহিত্য সঞ্চয়ণ ঃ উপন্যাস ঃ পৃষ্ঠা ১৩৬)। সেয়ে হলে আকস্মিক সংযোগ আৰু অপ্ৰত্যাশিত ঘটনাই সুধৰ্ম্মাৰ উপাখ্যানক বাস্তৱধৰ্মী উপন্যাসৰ পৰা ভালেখিনি আঁতৰাই নিছে। সেই একে প্ৰবন্ধতে বৰুৱা ডাঙৰীয়াই উল্লেখ কৰিছে—"কোনো কোনো উপন্যাসত ঘটনালৈ আৰু কোনো কোনোত চৰিত্ৰলৈ বেছি লক্ষ্য ৰখা হয়। সেই পিনেদি চাই উপন্যাসক সাধাৰণতে দুটি বহল বিভাগত ভগাব পাৰি—যেনে আখ্যান উপন্যাস আৰু চৰিত্ৰ উপন্যাস।" (পৃষ্ঠা (১৩৮) সেই ফালৰ পৰা বিশ্লেষণ কৰি চালে সুধৰ্ম্মাৰ উপাখ্যানক আখ্যান উপন্যাস বুলিব পাৰি। কাৰণ এই আখ্যানটিত চৰিত্ৰৰ বিশ্লেষণ বিশেষ নাই। উপন্যাসৰ চাৰিটা বিভাগ যেনে—ঘটনা, চৰিত্ৰ, কথোপকথন আৰু কাৰ্য্য। ইয়াৰ উপৰিও উপন্যাসত নিহিত হৈ থাকে ঔপন্যাসিকৰ মানৱ জীৱন সম্পৰ্কে থকা দাৰ্শনিক অভিমত। সুধৰ্ম্মাৰ উপাখ্যানৰ ঔপন্যাসিকাই সেই দাৰ্শনিক অভিমত উপন্যাসৰ শেষত প্ৰত্যক্ষভাৱে

দাঙি ধৰিছে—"পাঠক, ন্যায় আৰু ধৰ্ম্মত থাকিলে কাৰো হানি নাই। দেখা সত্যবান সুধৰ্ম্মা, মাধৱচন্দ্ৰ, লীলা, মনোৰমা এওঁবিলাক এনে বিপদত পৰাতো ঈশ্বৰে ৰক্ষা কৰিলে। ইমান কষ্টৰ শেষতো সুখী হ'ল। মানুহে ইচ্ছা কৰিলে নিজে নিজৰ স্বভাৱ সংশোধন কৰিব পাৰে। য'তে ধৰ্ম্ম ততে জয়। এই কথা সত্য।" নিজে নিজৰ জীৱন সংশোধন কৰাৰ দৃষ্টান্ত মনোহৰ বৰুৱাৰ চৰিত্ৰত আছে। এই চৰিত্ৰৰ জৰিয়তে লেখিকাই এক নতুন আদৰ্শ ডাঙি ধৰিবলৈ যত্ন কৰিছে আৰু তাতেই লেখিকাৰ স্বকীয়তা প্ৰকাশ পাইছে।

ওপৰৰ আলোচনাৰ পৰা যদিও ধৰিব পাৰি যে সুধৰ্ম্মাৰ উপাখ্যান এখন আখ্যান উপন্যাসহে, তথাপিও ৺ডিম্বেশ্বৰ নেওগ ডাঙৰীয়াই ইয়াক সাধুৰ দৰে লিখা হৈছে বুলি উল্লেখ কৰিছে—"পদ্মাৱতী ফুকননীৰ সুধৰ্ম্মাৰ উপাখ্যান ১৮৮০ত প্ৰকাশিত হয় যদিও ইয়াক অৱশ্যে সাধুৰ দৰেই লিখা হৈছে।" (অসমীয়া সাহিত্যৰ বুৰঞ্জী, পৃষ্ঠা ৬৫৮) উপাখ্যানৰ আৰম্ভণিটি অৱশ্যে সাধুৰ দৰেই কৰা হৈছে—"কমলপুৰ দেশত ৰঘুনাথ নামেৰে এজন ভদ্ৰমানুহ আছিল।" শ্ৰীযুত অতুলচন্দ্ৰ বৰুৱাই এনে সাধুকো উপাখ্যানৰ শাৰীত পেলাব খুজিছে। "কোনো কোনো উপন্যাস সাধু কথা লিখাৰ দৰে লিখা হয়। তাক পঢ়িলে এনে ভাব হয় যেন লিখকে আখ্যানটো সুন্দৰকৈ জানে আৰু তাকেই পাঠকৰ আগত সুন্দৰকৈ প্ৰকাশ কৰিছে।" (সাহিত্য সঞ্চয়ণ ঃ 'উপন্যাস' পৃষ্ঠা ১৪৭)। আনহাতে শ্ৰীযুত সত্যেন্দ্ৰনাথ শৰ্মাই উপন্যাসৰ যি দুটা প্ৰধান অঙ্গৰ কথা কৈছে সুগঠিত সুবিন্যস্ত কাহিনী আৰু নিটোল চৰিত্ৰাঙ্কণ, সেই ক্ষেত্ৰত সুধৰ্ম্মাৰ উপাখ্যান একেবাৰে অৱহেলা কৰিবলগীয়া নহয়। সুগঠিত সুবিন্যস্ত নহলেও এটা সহজ সৰল কাহিনী ইয়াত আছে। চৰিত্ৰাঙ্কণ নিটোল নিখুঁত নহলেও যিবোৰ চৰিত্ৰ ইয়াত আছে সেই "চৰিত্ৰবোৰ অসমীয়া সমাজৰ তেনেই চিনাকী হৈ পৰিছে।" (লিখিকা' ৬ষ্ঠ সংখ্যা ১৯৭৭ ঃ 'সুধৰ্ম্মাৰ উপাখ্যান' ঃ স্বাধীনতা মহন্ত)।

সুধৰ্ম্মাৰ উপাখ্যান উপন্যাস হয় নে নহয় সেই সম্পৰ্কে সন্দেহৰ অৱকাশ থাকিলেও বা বিভিন্ন জনৰ বিভিন্ন মতামত থাকিলেও এইটো স্বীকাৰ কৰিবই লাগিব যে অসমীয়া গদ্য সাহিত্য বিকাশত 'সুধৰ্ম্মাৰ উপাখ্যান' এক বলিষ্ঠ পদক্ষেপ।

কাহিনী আকৰ্ষণীয় কৰিবৰ বাবে ঠায়ে ঠায়ে সতী ধৰ্ম, পতিব্ৰতা ধৰ্ম আদিৰ আলোচনা পুথিখনত সংযোগ কৰা হৈছে। কিন্তু গাৰ্ণি চাহাব নাইবা শ্ৰীমতী গাৰ্ণিৰ উপন্যাসৰ দৰে এই আলোচনাসমূহ প্ৰচাৰধৰ্মী নহয়। প্ৰথমতেই উল্লেখ কৰা হৈছে ইংৰাজী সাহিত্যৰ Pilgrim's Progress খন কোনো মিছনেৰী চাহাবে 'জাত্ৰিকৰ জাত্ৰা' নাম দি অসমীয়ালৈ অনুবাদ কৰিছিল। পাপ-ভাৰক্লিষ্ট মানুহ কেনেকৈ পথৰ পথিক হয় আৰু ভগৱৎ দৰ্শন লাভৰ দ্বাৰা জীৱন ধন্য কৰিব পাৰে ৰূপকৰ মাধ্যমেৰে বুনিয়নে তাকে বৰ্ণনা কৰিছে। ১৮৮০-৮১ চনত বাইবেলৰ ওল্ড টেষ্টামেণ্টৰ কথ আৰু জোছেফৰ কাহিনীও এ, কে গাৰ্ণিয়ে অসমীয়া গদ্যলৈ ৰূপান্তৰিত কৰে। ৰেভাৰেণ্ড গাৰ্ণি চাহাবে ১৮৪৭ চনত 'কামিনীকান্ত', ১৮৭৭ চনত 'এলোকেশী বেশ্যাৰ কথা' আৰু তেওঁৰ পত্নীয়ে 'ফুলমণি আৰু করুণা' লিখে। প্ৰথমখন আৰু শেষৰ দুখন বঙলা ভাষাৰ পৰা অনুবাদ কৰা। 'এলোকেশী বেশ্যাৰ কথা'ত আছে—এলোকেশী নামৰ এজনী বাল্য বিধৱাৰ প্ৰলোভনত পৰি পদস্খলন হ'ল আৰু তাই বেশ্যা ৰূপে জীৱন যাপন কৰিবলৈ ধৰিলে। শেষত উদাৰ খ্ৰীষ্টধৰ্মত দীক্ষিত হৈ তাই পবিত্ৰ পথলৈ আহিল। 'কামিনীকান্ত'ত আছে কামিনীকান্ত নামৰ এজন ডেকাই সৰলা নামৰ এজনী ছোৱালীক বিয়া কৰাইছিল। কিন্তু খ্ৰীষ্টান ধৰ্মৰ সত্যতা উপলব্ধি কৰিব পাৰি সেই ধৰ্ম গ্ৰহণ কৰিলে আৰু খ্ৰীষ্ট ধৰ্মৰ সত্যতা আৰু শ্ৰেষ্ঠতা সম্পৰ্কে সৰলালৈ চিঠি লিখিবলৈ ধৰিলে। সৰলাইও স্বামীৰ যুক্তিত পতিয়ন গৈ খ্ৰীষ্ট ধৰ্ম গ্ৰহণ কৰিলে আৰু দুয়ো সুখে সন্তোষে বাস কৰিবলৈ ধৰিলে। 'ফুলমণি আৰু করুণা' গ্ৰন্থখনৰ নাম ভূমিকাত দুগৰাকী নাৰী থাকিলেও ইয়াত পাঁচগৰাকী নাৰী চৰিত্ৰ আছে—ফুলমণি, করুণা, ৰাণী, সুন্দৰী, পিয়াৰী। ফুলমণি আদৰ্শ খ্ৰীষ্টান মহিলা। তাইৰ জীয়েক সুন্দৰীয়ে মধু নামৰ মদপী যুৱক এজনক বিমুখ কৰি চন্দ্ৰকান্ত নামৰ এজন চৰিত্ৰবান যুৱকক বিয়া কৰায়। মধুৱে ৰাণী নামৰ এজনী ছোৱালীক বিয়া কৰাইছিল যদিও তাৰ কলেৰাত মৃত্যু হ'ল। পিছত পাদুৰী চাহাব এজনৰ যত্নত ৰাণীৰ নবীন নামৰ যুৱক এজনৰ লগত বিয়া হ'ল আৰু সুখেৰে কাল কটাবলৈ ধৰিলে। আনহাতে, করুণা এজনী উশৃঙ্খল নাৰী। কিন্তু এগৰাকী খ্ৰীষ্টিয়ান ইংৰাজ মহিলাৰ সংস্পৰ্শলৈ

আহি তাই নিয়মিতভাৱে গীৰ্জালৈ যাবলৈ ধৰিলে আৰু সংগধালৈ আহিল। পিয়াৰী নামৰ এগৰাকী বুঢ়াইও খ্ৰীষ্ট ধৰ্ম গ্ৰহণ কৰি সেই ধৰ্মতে অটল থাকি ইহজীৱন ত্যাগ কৰে।

মিঃ গাৰ্ণি আৰু শ্ৰীমতী গাৰ্ণিৰ উপন্যাস কেইখনত বঙালী গ্ৰাম্য জীৱন, সমাজৰ কুসংস্কাৰ আদিৰ বাস্তৱ ৰূপ ফুটি উঠিছে। অৱশ্যে মুখ্য উদ্দেশ্য হৈছে খ্ৰীষ্টধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰাৰ। হয়তো পাশ্চাত্য লেখকৰ লিখনিৰ পৰশ পাই কাহিনীকেইটা বাস্তৱময় হৈ উঠিছে। তথাপিও এই উপন্যাসকেইখন প্ৰচাৰধৰ্মী সাহিত্য হৈ পৰিছে। প্ৰায় সমকালীন ৰচনা (১৮৭৬) হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী'। প্ৰথমতেই কোৱা হৈছে এইখন এখন ব্যঙ্গাত্মক কাহিনী। উপন্যাসৰ চৰিত্ৰসমূহৰ নামবোৰ দেখিলেই—ভণ্ডেশ্বৰ (ভণ্ড), বীৰেন্দ্ৰ (ভয়াতুৰ), গোবৰ্দ্ধন (মূৰ্খ)—ৰচনাৰ ব্যঙ্গধৰ্মিতাৰ উমান পোৱা যায়। এইবোৰ প্ৰতীক চৰিত্ৰৰ জৰিয়তে ঔপন্যাসিকে সমাজৰ কুসংস্কাৰ আৰু ভণ্ডামিৰ ছবি দাঙি ধৰিছে। "বাহিৰে ৰং চং, ভিতৰে কোৱাভাতুৰী—অসমীয়া সমাজৰ বাহ্যিক নৈষ্ঠিকতা আৰু আচাৰ-ব্যৱহাৰৰ অন্তৰালত থকা ব্যভিচাৰ, ভণ্ডামি, দুৰ্নীতিৰ বিকট ৰূপ এই গ্ৰন্থৰ মূল বিষয়। ধৰ্মৰ নামত গোসাঁই, মহন্ত, ব্ৰাহ্মণৰ ব্যভিচাৰ, ভূত-প্ৰেত আদিত বিশ্বাস আৰু আসুৰিক চিকিৎসা কুসংস্কাৰ, আদালত, দুৰ্নীতি আৰু অনভিজ্ঞ ইংৰাজ বিষয়াৰ হাস্যস্পদ ব্যৱহাৰ আদি কোৱাভাতুৰীত তীব্ৰ ব্যঙ্গৰ ৰূপত প্ৰকাশ হৈছে।" (কামপুৰ সাহিত্য সভা সংখ্যা 'বিস্ময়' পৃষ্ঠা৯)। ব্যঙ্গপ্ৰধান ৰচনা কেতিয়াও শ্ৰেষ্ঠ উপন্যাসৰ শ্ৰেণীলৈ উঠিব নোৱাৰে। আনহাতে 'সুধৰ্ম্মাৰ উপাখ্যান'ত কোনো বিশেষ ধৰ্মৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিবলৈ যত্ন কৰা নাই। সমাজৰ ভণ্ডামি বা কুসংস্কাৰৰ ছবিও ইয়াত পোৱা নাযায়। তথাপি এই উপন্যাসে সজ জীৱন যাপন কৰিবলৈ পথ নিৰ্দেশ দিছে। গতিকে, 'সুধৰ্ম্মাৰ উপাখ্যান' প্ৰচাৰধৰ্মী নহলেও নীতি কথা হৈ পৰিছে।

আনহাতে সমকালীন বাংলা সাহিত্যৰ মহিলা লেখিকালৈ চকু ফুৰালে ৰবীন্দ্ৰনাথৰ ডাঙৰ বায়েক স্বৰ্ণকুমাৰী দেৱীত (১৮৫৫-১৯৩২) চকু পৰে। স্বৰ্ণকুমাৰী দেৱীয়ে উনবিংশ শতাব্দীৰ শেষ ভাগত বঙ্গদেশৰ বিদুষী সমাজত, এনেকি পুৰুষৰ সমাজতো এক উচ্চ আসন

লাভ কৰিছিল। তেখেত এনে প্ৰতিভাময়ী মহিলা আছিল যে গল্প, উপন্যাস, নাটক, কবিতা, গান সাহিত্যৰ এই সকলো বিভাগতে তেখেতে হাত দিছিল। তেখেতৰ দীপনিৰ্ব্বাণ (১৮৭৬), মালতী (১৮৮০) কাহাকে (১৮৯৮), স্নেহলতা (১৮৯২) আদি কেইখনমান পাঠকৰ মন জয় কৰিব পৰা উপন্যাস। কিন্তু 'বাংলা সাহিত্যের সম্পূর্ণ ইতিবৃত্ত'ত পোৱা যায়—"স্বর্ণকুমারীর রচনায় প্রায়শঃই একটা পুরুষালি ভাব চোখে পড়ে, যার ফলে তার অধিকাংশ গল্প উপন্যাসে নারী লেখিকার স্নিগ্ধ স্পর্শ বড় একটা পাওয়া যায় না। উপরন্তু কাহিনী ও চরিত্র গুলিকে অনেক সময়ে মনে হয় তারা যেন বড় বেশী কৃত্রিম ও সাজানো গোছানো।" (পৃষ্ঠা ৫৬৫) সেই তুলনাত পদ্মাৱতী দেবীৰ লিখনি নাৰীসুলভ কোমলতা আৰু সবলতাৰ চৰম নিদৰ্শন। চৰিত্ৰ-সমূহ অঙ্কণ আৰু কাহিনী উপস্থাপনাত ফুকননীয়ে নাৰী হৃদয়ৰ আবেগ আৰু স্নিগ্ধতা ঢালি দিছে।

এইবাৰ আমি ভাৰতীয় তথা অসমীয়া উপন্যাস সাহিত্যৰ উদ্যোগ-পৰ্বৰ সমসাময়িক সমাজ ব্যৱস্থা সম্পৰ্কে আলোচনা কৰোঁ। যি সময়ত ওচৰৰ বঙ্গদেশত উপন্যাস সম্ৰাট বঙ্কিমচন্দ্ৰৰ পূৰ্ণ পয়োভৰ চলিছিল, সেই সময়ত অসমৰ সাহিত্যিক বাতাবৰণ অতি দুখ লগা আছিল। বঙ্কিমচন্দ্ৰৰ ঐতিহাসিক উপন্যাস 'দুৰ্গেশ নন্দিনী' ১৮৬৫ চনত প্ৰকাশিত হয়। তাৰ পাছত তেখেতে একে লেঠাৰীয়ে কপাল কুণ্ডলা, মৃণালিনী, আনন্দমঠ, দেবী চৌধুৰাণী আদি উপন্যাস ৰচনা কৰে। সেই একে সময়তে ৰমেশ দত্তৰ 'সংসাৰ' (১৮৮৬), 'সমাজ' (১৮৯৪) আদি উপন্যাস প্ৰকাশ হয়। ১৮৯১ চনত হিন্দি সাহিত্যত দৈৱকীনন্দন ক্ষত্ৰীৰ 'চন্দ্ৰকান্তা', উৰ্দু সাহিত্যত মীৰ্জা ৰজব আলি বেগৰ 'ফীসানয়ে আজয়ব' প্ৰকাশ হয়। এই উপন্যাসসমূহ বাস্তৱধৰ্মী আছিল। তাৰ প্ৰধান কাৰণ আছিল সেইবোৰ ঠাইত পাশ্চাত্য শিক্ষাই প্ৰসাৰতা লাভ কৰিছিল আৰু শিল্প বিস্তাৰৰ লগে লগে নগৰীয়া সভ্যতা গঢ়ি উঠিছিল। অৰ্থনৈতিক শ্ৰেণীবিন্যাস ঘটাৰ বাবে ব্যক্তি-স্বাতন্ত্ৰ্যই মূৰ ডাঙি উঠিছিল। কিন্তু সমসাময়িক অসমৰ ফালে চালে দেখা যাব অসমত তেতিয়াও নগৰ বা শিল্পাঞ্চল সৃষ্টি হোৱা নাছিল। আনকি ইংৰাজী শিক্ষাইও প্ৰসাৰতা লাভ কৰা নাছিল। ১৮৬৪ চনলৈকে অসমত এজনো এণ্ট্ৰেন্স পাছ কৰা লোক নাছিল। ১৮৭৫

চনত এখন, ১৮৪৫ চনত দুখন, ১৮৭৩ চনত গোটেই অসমতে সাতখন হাইস্কুল স্থাপিত হৈছিল। ইংৰাজী শিক্ষাৰ প্ৰতি অভিভাৱকসকলৰ বিশেষ ধাউতি নাছিল। তথাপিও, শ্ৰীযুত সত্যেন্দ্ৰনাথ শৰ্মা ডাঙৰীয়াই তেখেতৰ 'অসমীয়া উপন্যাসৰ ভূমিকা' নামৰ গ্ৰন্থত উল্লেখ কৰিছে— "মোটামুটিভাৱে 'অৰুনোদই'ৰ আবিৰ্ভাৱৰ পৰা 'জোনাকী'ৰ আবিৰ্ভাৱলৈকে এই কালছোৱাক আমি উপন্যাস সাহিত্যৰ উদ্যোগ-পৰ্ব বুলিব পাৰোঁ।" (পৃষ্ঠা ৩২) এই সময়ছোৱাত ৰচিত কেইখনমান উপন্যাসৰ কথা আগতেই আলোচনা কৰা হৈছে। সেই একে সময়তে পঢ়াশালীত শিক্ষা লাভ নকৰাকৈ, ঘৰুৱা অভিভাৱকৰ শিক্ষাৰে শিক্ষিতা এগৰাকী অসমীয়া মহিলাই নগৰীয়া সভ্যতাৰ প্ৰভাৱবৰ্জিত, মুনি, তাপসী, ব্যাধ আদি চৰিত্ৰ থকা, আশ্ৰম, পৰ্বত, নদ-নদী, সৰোবৰ আদি পৰিবেশেৰে পৰিপুষ্ট এটি কাহিনী সৃষ্টি কৰিছে। তাক 'তিৰুতাই ৰচা' বুলি অৱহেলা কৰাৰ কোনো যুক্তি নাই। সেই কাহিনী অসমীয়া উপন্যাস সাহিত্যৰ উদ্যোগ পৰ্বলৈ এক মূল্যবান বৰঙণি।

পদ্মাৱতী দেবী ফুকননীৰ ৰচনাৰাজিৰ সাহিত্যিক মূল্যায়ণ কৰিবলৈ লোৱাৰ আগতে মনত পেলাব লাগিব কি পৰিবেশত এই ৰচনাসমহৰ সৃষ্টি হৈছিল। সমকালীন সামাজিক অৱস্থাৰ কথা আগতেই উনুকিয়াই অহা হৈছে। ইংৰাজে অসম অধিকাৰ কৰাৰ পাছত এদল স্বাৰ্থান্বেষী লোকৰ প্ৰৰোচনাত অসমৰ আদালত আৰু শিক্ষানুষ্ঠানসমূহত প্ৰায় চল্লিশ বছৰ কাল বঙলা ভাষা চলিছিল। গতিকে, সেই সময়ৰ অসমীয়া লিখনী বঙলুৱা ঠাচৰ প্ৰভাৱৰ পৰা মুক্ত হ'ব পৰা নাছিল। পদ্মাৱতী দেবী ফুকননীৰ লিখনিৰো কোনো কোনো ঠাইত বঙলুৱা ঠাচ পৰিলক্ষিত হয়। যেনে—"ময় পুনৰাই সেই নদীত ঝাপ (জাপ) দি প্ৰাণনাথৰ গুৰিলৈ যাওঁ।" (সুধৰ্ম্মাৰ উপাখ্যান) "মোৰ স্বামীএ মোৰ চকুত কাপড় (কাপোৰ) বান্ধি আনি ৰাতি হাবিৰ মাঝত (মাজত) এৰি গ'ল।" (সুধৰ্ম্মাৰ উপাখ্যান) "তোমালোকে সেই বিষয়ত অল্প (অলপ) মন দি যত্ন কৰা।" (হিত সাধিকা) ইয়াৰ বাহিৰেও দুইখন পুথিয়েই বৰ্ণাশুদ্ধি দোষৰ পৰা মুক্ত নহয়। যেনে ঃ—পুথী (পুথি), সন্তোস (সন্তোষ), ভগৰীয়া (ভাগৰুৱা), বড় (বৰ), ময় (মই), চোৰালী (ছোৱালী) ইত্যাদি। সম্পাদক বেজবৰুৱাই 'জোনাকী'ৰ ৩য় ভাগত 'হিত সাধিকা'ৰ বিষয়ে লিখিছে—

"দুখৰ বিষয় এই পুথিখনিত বৰ্ণাশুদ্ধি দোষৰ পৰা হাত সাৰিব পৰা নাই।" (পৃষ্ঠা ১৫৪) অৰ্থাৎ 'সুধৰ্ম্মাৰ উপাখ্যানতো' বৰ্ণাশুদ্ধি দোষ আছে।

মধ্য যুগৰ অসমীয়া সাহিত্যত গদ্যৰ প্ৰয়োগ সীমাবদ্ধ আছিল। সেই সময়ত সাহিত্যৰ প্ৰধান বাহন আছিল ছন্দ। উপন্যাস এবিধ গদ্য-কাহিনী। সেইকালৰ পৰা বিচাৰ কৰি চালে অসমীয়া গদ্য সাহিত্যৰ বিকাশত মিছনেৰীসকলে সৃষ্টি কৰা উপন্যাসকেইখনৰ লগতে 'সুধৰ্ম্মাৰ উপাখ্যানে'ও যথেষ্ট বৰঙণি যোগাইছে।

গদ্য সাহিত্য হলেও 'সুধৰ্ম্মাৰ উপাখ্যান'ত ঠায়ে ঠায়ে কাব্যিক আবেগ প্ৰৱণতা দেখা যায়। কীৰ্ত্তন পুথিৰ 'ৰাসক্ৰীড়া'ত পোৱা যায় কৃষ্ণ প্ৰেমত আকুল গোপীসকলে কৃষ্ণ অন্তৰ্ধান হোৱাৰ পাছত গছ-লতা আদিক সম্বোধন কৰি সুধিছিল---

"উচ্চ বৃক্ষ দেখি সোধে সাদৰি
শুনিয়ো অশ্বত্থ বট পাকড়ি
যাহান্তে দেখিলা নন্দ কুমাৰ
নেন্ত চুৰি কৰি চিত্ত আমাৰ।"

সেই একেদৰে সুধৰ্ম্মাইও স্বামী সত্যবানক হেৰুৱাই অশ্বত্থ বৃক্ষক সম্বোধি সুধিছে---"হে অশ্বত্থ---প্ৰাণনাথ কোন পিনে গইছে, মোক দেখুৱাই দিয়া।" "হে অৰণ্য! মোৰ প্ৰাণাধিক স্বামীক দেখা পাইছিলা নে?" এনে কাব্যিক আবেগ প্ৰৱণতাই নায়িকাৰ হৃদয় যাতনাৰ তীব্ৰতা প্ৰকাশ কৰিছে যদিও উপন্যাসখনক বাস্তৱময়তাৰ পৰা আঁতৰাই নিছে।

ডঃ প্ৰফুল্ল কটকীয়ে তেখেতৰ 'ক্ৰম বিকাশত অসমীয়া কথা শৈলী' নামৰ গ্ৰন্থত পদ্মাৱতী দেৱী ফুকননীৰ 'সুধৰ্ম্মাৰ উপাখ্যান'ৰ গদ্য-ৰীতি আলোচনা কৰিছে। ইয়াত পুথিখনৰ চতুৰ্থ অধ্যায়ৰ প্ৰথম অনুচ্ছেদটো তুলি দিছে---"সুধৰ্ম্মা আৰু লীলাৱতী সেই আশ্ৰমতে লগৰিয়া বিলাকে সইতে অনেক অনেক দিন আছে। তেওঁ বিলাকে বড় মন কৰি, যাতে তেওঁবিলাকৰ মন ভালে থাকে তাকে যত্ন কৰে আৰু বাটকৰা আৰু আন ঠাইৰ পৰা অহা সকলোতে সত্যবান উকৰ বাৰ্ত্তা সোধে, কোনেও কব নোৱাৰে। সুধৰ্ম্মা উক যদিওবা জ্ঞান বিষয়ত

সুখে আছে, কিন্তু স্বামীৰ বিৰহে তেওঁ বিলাকৰ মন দিন বাঢ়িএ দহি থাকে।--- ।"

"সহজ সৰল নিকা গদ্যৰ ফটফটীয়া বিৱৰণ ওপৰৰ অনুচ্ছেদত দিয়া হৈছে। ইয়াৰ গতি মন্থৰ আৰু এক গহীন ভাব ইয়াত বিৰাজ কৰিছে। 'হঁত' অৰ্থত 'উৰু'ৰ প্ৰয়োগ মন কৰিবলগীয়া। থলুৱা শব্দৰ প্ৰয়োগাধিক্যই অনুচ্ছেদটোক স্বকীয়তা দান কৰিছে। কিন্তু ই উচ্চ সাহিত্যিক গুণ-সম্পন্ন নহয়।" (পৃষ্ঠা ৭০-৭১)

পদ্মাৱতী দেৱী ফুকননীৰ 'হিত-সাধিকা বা 'সুধৰ্ম্মাৰ উপাখ্যান'ৰ গদ্য-ৰীতি বা প্ৰকাশ ভঙ্গী উচ্চ সাহিত্যিক গুণসম্পন্ন নহলেও অসমীয়া গদ্য সাহিত্যৰ বিকাশত এই দুখন গ্ৰন্থৰ ঐতিহাসিক মূল্য স্বীকাৰ কৰিবই লাগিব। এইখিনিতে শ্ৰীযুত অতুলচন্দ্ৰ বৰুৱাদেৱৰ এটি উদ্ধৃতি প্ৰণিধানযোগ্য—"প্ৰত্যেক উপন্যাসতে কথোপকথন, দৰ্শন ব্যাখ্যা, প্ৰকৃতিৰ বৰ্ণনাৰ সমাবেশ হবই। এই সকলোবোৰৰে সুন্দৰ সমন্বয়তহে উপন্যাসৰ সৌন্দৰ্য্য বিকাশ পায়।" (সাহিত্য সঞ্চয়ন, 'উপন্যাস', পৃষ্ঠা ১৪৭) এই কথা যদি সঁচা হয়, তেনেহলে 'সুধৰ্ম্মাৰ উপাখ্যান' পদ্মাৱতী দেৱী ফুকননীৰ এক সাৰ্থক সৃষ্টি। ●●

## সহায় লোৱা গ্ৰন্থসমূহ ঃ


১। আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ---৺গুণাভিৰাম বৰুৱা
২। অসমীয়া সাহিত্যৰ ইতিবৃত্ত---শ্ৰীযুত সত্যেন্দ্ৰনাথ শৰ্মা
৩। অসমীয়া উপন্যাসৰ ভূমিকা---শ্ৰীযুত সত্যেন্দ্ৰনাথ শৰ্মা
৪। অসমীয়া সাহিত্যৰ বুৰঞ্জী---৺ডিম্বেশ্বৰ নেওগ।
৫। চন্দ্ৰধৰ বৰুৱা গ্ৰন্থাৱলী—প্ৰবন্ধ---'পদ্মাৱতী দেৱী ফুকননী'
৬। কামৰূপ ৰত্নমালা---প্ৰবন্ধ---'সুধৰ্ম্মাৰ উপাখ্যান লেখিকা পদ্মাৱতী দেৱী ফুকননী'—লেখক ৺জিতেন্দ্ৰনাথ বুজৰ বৰুৱা।
৭। নীতি পাঠ পঞ্চম ভাগ---প্ৰবন্ধ---'পদ্মাৱতী ফুকননী' লেখক ৰায়চাহেব দুৰ্গাধৰ বৰকটকী
৮। সাহিত্য সঞ্চয়ন——প্ৰবন্ধ—'উপন্যাস' লেখক—শ্ৰীযুত অতুলচন্দ্ৰ বৰুৱা

৯। 'বাঁহী' ৪র্থ বছৰ ৯ম সংখ্যা শাওন, ১৮৩৫ শক,—প্ৰবন্ধ—'বিধবা' লেখিকা—পদ্মাৱতী দেৱী ফুকননী

১০। 'জোনাকী' ৩য় ভাগ পুথিৰ গুণা-গুণ বিচাৰ শিতান' সম্পাদক ৺লক্ষ্মীনাথ বেজবৰুৱা

১১। কামৰূপ সাহিত্য সভা সংখ্যা 'বিস্ময়'ৰ দ্বাৰা পুনৰ্মুদ্ৰিত পদ্মাৱতী দেৱী ফুকননীৰ 'সুধৰ্ম্মাৰ উপাখ্যান'

১২। ক্ৰম বিকাশত অসমীয়া কথা শৈলী —ডঃ প্ৰফুল্ল কটকী

১৩। বাংলা সাহিত্যের সম্পূর্ণ ইতিবৃত্ত—শ্রীঅসিত কুমার বন্দোপাধ্যায়

১৪। 'লিখিকা' ৬ষ্ঠ সংখ্যা ১৯৭৭ চন—প্ৰবন্ধ—'সুধৰ্ম্মাৰ উপাখ্যান'—লেখিকা শ্ৰীমতী স্বাধীনতা মহন্ত

১৫। আসাম সাহিত্য সভা পত্ৰিকা ২য় বছৰ ৩য় সংখ্যা—সম্পাদক—চন্দ্ৰধৰ বৰুৱা,—প্ৰবন্ধ 'সমাজত তিৰোতাৰ স্থান' লেখিকা পদ্মাৱতী দেৱী ফুকননী

১৬। 'বাঁহী' ৬ষ্ঠ বছৰ ১ম সংখ্যা—কবিতা—প্ৰকৃতিৰ শোভা' লেখিকা—পদ্মাৱতী দেৱী ফুকননী।



# স্বৰ্ণলতা বৰুৱা

শ্ৰীমতী নিৰ্মালি হাজৰিকা

স্বৰ্ণলতা বৰুৱা

জন্ম—১৮৭১ চন
মৃত্যু—১৯৩২ চন

*স্বৰ্ণলতা বৰুৱাই উনবিংশ শতাব্দীৰ শেষাৰ্দ্ধত 'আহিতিবোতা' নামে এখনি পুথি ৰচনা কৰিছিল।

অৰুনোদই যুগৰ খ্যাতনামা সাহিত্যিক, বিজ্ঞ বুৰঞ্জীবিদ ৰায়বাহাদুৰ গুণাভিৰাম বৰুৱা আৰু বিষ্ণুপ্ৰিয়া দেবীৰ একমাত্ৰ কন্যা স্বৰ্ণলতাৰ জন্ম হয় ১৮৭১ চনৰ ফেব্ৰুৱাৰী মাহত। ভাতৃ কৰুণাভিৰাম, কমলাভিৰাম আৰু জ্ঞানদাভিৰামৰ সৈতে চেনেহী মাইছানা (স্বৰ্ণলতা) লালিতা পালিতা হৈছিল "সদানন্দ ময় স্থিতবি পুৰুষ" পিতৃ গুণাভিৰাম আৰু "সাদৰী মিষ্টভাষিণী মহীয়সী" মাতৃ বিষ্ণুপ্ৰিয়াৰ মৰমৰ ছত্ৰছায়া আৰু সুশিক্ষাৰ নিৰ্মল পৰিবেশত।

উনবিংশ শতাব্দীৰ সপ্তম দশকত জন্ম গ্ৰহণ কৰা স্বৰ্ণলতাৰ শৈশৱ, কৈশোৰ আৰু যৌৱনক ঘৰে বাহিৰে, প্ৰাচ্য আৰু পাশ্চাত্য ভাবধাৰাৰে পৰিপুষ্ট 'নৱজাগৰণৰ' চিন্তাধাৰাই প্ৰভাবান্বিত কৰিছিল।

১৮৯৪ খ্ৰীষ্টাব্দত কলিকতাত বেথুন স্কুল প্ৰতিষ্ঠা হয়। বহু বছৰলৈ এই স্কুলৰ সম্পাদক আছিল পণ্ডিত ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ। পণ্ডিত মদনমোহন তৰ্কালঙ্কাৰ প্ৰমুখ্যে অনেক গণ্যমান্য লোকৰ ছোৱালী বেথুন স্কুলত ভৰ্তি হ'ল। পুৰণিকলীয়া সংস্কাৰত আঁকোৰ-গোজ হৈ থকা সমাজৰ তীব্ৰ বিৰোধিতা, গালিশপনি আৰু কৰ্কৰ্থনা শিৰ পাতি লৈ যি সকল সংস্কাৰমুক্ত পুৰুষ বা পৰিয়ালে স্ত্ৰীশিক্ষা

প্ৰসাৰৰ ষোৰ-বন্তিগছি প্ৰজ্বলিত কৰিছিল---তাৰ পোহৰতে লাহে লাহে পূব ভাৰতৰ নাৰী প্ৰতিভা বিকশিত হ'বলৈ ধৰিলে। এনে ধৰণৰ দুঃসাহসিক মহৎ প্ৰচেষ্টাৰ ফলতেই ডাঃ কাদম্বিনী গাঙ্গুলীয়ে (এওঁ কলিকতা মেডিকেল কলেজৰ প্ৰথম ছোৱালী গ্ৰেজুৱেট) বিলাতত চিকিৎসা বিজ্ঞানত উচ্চ শিক্ষা লৈ আহিছিল।

স্বৰ্ণলতাৰ শিক্ষা জীৱনৰ কালছোৱা ভাৰতৰ ইতিহাসত আছিল বিৱৰ্তনৰ যুগ। বিশেষকৈ বঙ্গদেশত ৰাজনৈতিক, সামাজিক আৰু শিক্ষা-সংস্কৃতিৰ দিশত এই কালছোৱাত বৈপ্লৱিক পৰিবৰ্তন ঘটিছিল। আৰু অসম মাতৃৰ গৌৰৱ ৺আনন্দৰাম ঢেকীয়াল ফুকন আৰু তেওঁৰ উত্তৰসূৰী গুণাভিৰাম বৰুৱাই তেওঁলোকৰ সুবচনী লিখনি সমূহৰ মাধ্যমেৰে এই মন্বন্তৰৰ বাতৰি দি অসমবাসীৰ চৈতন্য জগাই তুলিবলৈ জীৱনজোৰা প্ৰচেষ্টা চলাইছিল। অসমৰ ঐতিহ্য আৰু পৰম্পৰা সম্পূৰ্ণ ৰক্ষা কৰিও যে আধুনিক (নৱন্যাসী) চিন্তা-ধাৰাৰে অসমীয়াৰ সামাজিক জীৱনৰ গতি উৰ্দ্ধমুখী কৰিব পাৰি তাৰে পটন্তৰ এই পৰিয়ালকেইটিয়ে ভাঙি ধৰিছিল। এই ক্ষণজন্মা পুৰুষ-সকলে তেওঁলোকৰ নাতিদীৰ্ঘ জীৱনকালত অসমৰ ভাষা-সাহিত্যক পুনৰ্জীৱিত কৰিবলৈ, সমাজক সংস্কাৰমুক্ত আৰু যুগোপযোগী কৰিবলৈ যি সাধনা কৰিছিল পদ্মাৱতী দেৱী ফুকননী আৰু স্বৰ্ণলতা দেৱী আছিল তাৰ প্ৰত্যক্ষদৰ্শী। এইসকল জন্মভূমিপ্ৰাণ পুৰুষৰ পৱিত্ৰ ৰক্তৰ ধাৰা তেওঁলোকৰ দুহিতা ক্ৰমান্বয়ে পদ্মাৱতী আৰু স্বৰ্ণলতাৰ ধমনীত প্ৰৱাহিত হৈছিল।

ঘৰুৱা জীৱনত স্বৰ্ণলতাই লাভ কৰিছিল এজোৰা পৰম হিতাকাঙ্ক্ষী, উদাৰ, কুসংস্কাৰমুক্ত মনৰ অধিকাৰী পিতৃ-মাতৃৰ সান্নিধ্য। পিতৃ গুণাভিৰামে বঙ্গদেশত আলোড়ন সৃষ্টি কৰা বিধবা বিবাহৰ প্ৰথম প্ৰবাহ অসমত বোৱাইছিল কেৱল উপদেশেৰে নহয়---দৃষ্টান্তৰে।

ঘৰুৱা জীৱন আৰু শিক্ষা

ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰে বিধবা বিবাহৰ প্ৰচলন কৰি আনিব খোজা নাৰীমুক্তি আৰু সামাজিক সংস্কাৰলৈ গুণাভিৰামে পূৰ্ণ সমৰ্থন জনাইছিল। কলিকতাত হৈ যোৱা দুখন বিধবা বিবাহৰ প্ৰত্যক্ষদৰ্শী গুণাভিৰামে অৰুণোদইত (১৮৫৭ খ্ৰীঃৰ জানুৱাৰী সংখ্যা) লিখিছিল---"হা জগত ঈশ্বৰ! আমি অচম দেসত কেতিয়া এনে শুভ কৰম দেখি আনন্দ কৰিবলৈ

পাম। হা! ঈশ্বৰ প্ৰসন্ন হোআ।" তেতিয়াৰ দিনত বিধবাৰ দুৰ্গতি আৰু জীৱনযোৰা যন্ত্ৰণা উপলব্ধি কৰি 'বিধবাৰ বিবাহ' নামৰ সৰু নিবন্ধ এটিত (অৰুণোদই, জানুৱাৰী ১৮৫৪ সংখ্যা) লিখিছিল, "---পুৰুষসকলেও স্বামি নোহোআ তিৰোতাৰ জন্ত্ৰণা বুজ নে পাই। হাই! বাঁৰি তিৰোতা সকলৰ জন্ত্ৰণা আৰু দুঃখৰ কথা শুনিলে পেটতে হাত ভৰি লুকাই।" আচৰিত কথা গুণাভিৰাম বৰুৱাৰ এই কাতৰ মিনতিত ঈশ্বৰ প্ৰসন্ন হ'ল। তেওঁ বাঞ্ছা কৰা "শুভকৰম"টি তেওঁৰ নিজৰ জীৱনতে প্ৰভুৱে সম্পন্ন কৰালে। গুণাভিৰাম বৰুৱাৰ প্ৰথমা পত্নী আছিল আনন্দৰাম ঢেকীয়াল ফুকনৰ খুলশালীয়েক ব্ৰজসুন্দৰী দেৱী। এওঁৰ মৃত্যুৰ পিছত ১৮৭০ খ্ৰীষ্টাব্দৰ এপ্ৰিল মাহত পৰশুৰাম বৰুৱাৰ বিধবা পত্নী বিষ্ণুপ্ৰিয়া দেৱীক বিয়া কৰাই। উল্লেখযোগ্য যে অসমত এইখনেই প্ৰথম পঞ্জীবদ্ধ (ৰেজিষ্টাৰী) বিবাহ। এই আদৰ্শৰ প্ৰভাৱ জীয়েক স্বৰ্ণলতাৰ জীৱনতো নপৰাকৈ থকা নাছিল।

আদৰ্শ পিতৃ হিচাপে গুণাভিৰাম বৰুৱাৰ তুলনা অতি বিৰল। অৰুণোদইত প্ৰকাশিত ধাৰাবাহিক 'অচম দেসৰ লোকসকলৰ প্ৰতি নিবেদন পত্ৰ' সমূহত অসমবাসীলৈ জনোৱা অনুৰোধক আমি সচেতন বাণীও বুলিব পাৰো। ল'ৰা আৰু ছোৱালীক সমদৃষ্টিৰে চাবলৈ আৰু সমানে সুশিক্ষাৰে শিক্ষিত কৰি গঢ়ি তুলিবলৈ পিতৃমাতৃসকললৈ দিয়া হিতোপদেশত লিখিছিল (অৰুণোদই, জুলাই ১৮৫৩ সংখ্যা) "পিত্ৰি মাত্ৰিয়ে লৰাছোৱালীক কেৱল খাব পিন্ধিবলৈ দিলেই সিহঁতৰ ধাৰ সুজিব পাৰে এনে নহই; সিহঁতক সমানে পঢ়িবলৈকো সিকাব লাগে, তেহে সিহঁতৰ ধাৰ সুজা জাই।"---"পুত্ৰৰ নিচিনা কন্যাকো পালন কৰি শিকাই বুজাই দোস হিন, আৰু বিদ্বান দেখি দৰাক ধনবস্ত্ৰ সমন্বিতে সমৰ্পণ কৰিব।"

এইজন পিতৃ গুণাভিৰামৰ একমাত্ৰ কন্যা স্বৰ্ণলতাৰ শিক্ষা সম্পৰ্কে কিমান সজাগ আছিল সেই বিষয়ে তেওঁৰ কনিষ্ঠ পুত্ৰ 'কণবোপা' জ্ঞানদাভিৰামে 'মোৰ কথা' নামৰ আত্মজীৱনীমূলক প্ৰবন্ধত লিখিছে, "নগাঁৱত ছোৱালীৰ নিমিত্তে ভাল স্কুল সেইখিনি সময়ত নাছিল। বাইদেৱ স্বৰ্ণলতা দেৱীক ঘৰতে অসমীয়া পণ্ডিতৰ হতুৱাই পঢ়ুৱাই,

আই আৰু দেউতাই কলিকতালৈ গৈ বেথুন স্কুলত ভৰ্তি কৰাই দিলে (১৮৮০ খ্ৰীষ্টাব্দত)। মই আই আৰু দেউতাৰ সাহ দেখি আচৰিত হওঁ। প্ৰায় ন বছৰীয়া ছোৱালী এটিক ইমান দূৰৈত থৈ অহাটো কম সাহৰ কথা নহয়; বিশেষ এতিয়া। কিন্তু কলিকতাৰ বন্ধু বান্ধৱে বাইদেউক মৰম কৰিছিল আৰু ইংৰাজ প্ৰধান শিক্ষয়িত্ৰী আৰু আমাৰ দেশী শিক্ষয়িত্ৰীসকলে বাইদেৱক বিশেষ মৰম কৰিছিল— তেৱেঁই তাত প্ৰথম অসমীয়া ছোৱালী। মিছ লিপছ্ কম্বে কি মিছ মিটাৰে বিলাতলৈ গৈ এখন চিঠি লিখে—'মোৰ স্বৰ্ণক এৰি আহি ইমান বেয়া লাগিছে যে মই মোৰ এজনী গৰু পোৱালিৰ 'স্বৰ্ণ' নাম থৈছোঁ।' বিলাতত এনে নিয়ম আছে।" জ্ঞানদাভিৰামে পিতৃ মাতৃৰ সাহস দেখি আচৰিত হোৱাৰ কাৰণ হ'ল সেই সময়ত অসমৰ পৰা কলিকতালৈ অহা-যোৱা কৰাৰ বাবে যান-বাহনৰ সুবিধা নাছিল। এছোৱা গৰু গাড়ী, এছোৱা জাহাজ আৰু বাকীছোৱা খেলেৰে যাব লাগিছিল। তাৰোপৰি জাহাজ ৰখাই ভাল ঠাই বিচাৰি ৰন্ধাবঢ়াৰ ব্যৱস্থা কৰি খাই বই যাব লাগিছিল। মুঠতে দহ বাৰ দিনৰ মূৰতহে কলিকতা পাইছিলগৈ।

যিয়েই নহওক সকলো সামাজিক আৰু সাময়িক প্ৰতিকূল অৱস্থাক অতিক্ৰম কৰি মাক-দেউতাকৰ এহাশুধীয়া চেষ্টাত ৯ বছৰ বয়সৰ স্বৰ্ণলতাই কলিকতাৰ বেথুন স্কুলত শিক্ষা জীৱনৰ পাতনি মেলিলে। সম্ভৱতঃ ১৮৮০ পৰা ১৮৮৬-৮৭ খ্ৰীষ্টাব্দলৈ প্ৰায় ৭ বছৰ কাল তেওঁ বেথুন স্কুলত পঢ়িছিল। এই সময়ত দেউতাক গুণাভিৰাম বৰুৱা নগাঁৱত এক্‌ষ্ট্ৰা এছিষ্টেণ্ট কমিছনাৰ পদত চৰকাৰী চাকৰিত আছিল। ১৮৯০ চনলৈকে তেওঁ নগাঁৱতে আছিল। কণমানি ছোৱালী স্বৰ্ণক সুদূৰ কলিকতাত থৈ পিতৃমাতৃৰ মন যে উগুল থুগুল হোৱা নাছিল এনে নহয়। বন্ধৰ সময়ত স্বৰ্ণলতা ঘৰলৈ আহিছিল যদিও মাতৃ বিষ্ণুপ্ৰিয়া দেৱী মাজে সময়ে গৈ দুমাহ বছেৰেক জীয়েকৰ ওচৰত কলিকতাত আছিলগৈ। জ্ঞানদাভিৰাম বৰুৱাই 'পুৰণি কথা' শীৰ্ষক স্মৰণিকাত লিখিছে "আইৰে সৈতে এবাৰ ৬৫, মাণিকতলা ষ্ট্ৰীটত আছিলোঁ। সেই ঘৰ এতিয়াও আছে। ১৮৮৬ নহলে ১৮৮৭ খ্ৰীষ্টাব্দত। আই তাত এবছৰমান আছিল স্বৰ্ণবাইদেউৰ শিক্ষাৰ নিমিত্তে। তেওঁ বডিঙতে আছিল। মাকৰ মন নহয়, ছোৱালীটিক

লগত ৰাখিবলৈ ভাল পাইছিল। স্বৰ্ণ বাইদেৱে তেওঁৰ লগত থাকি শিক্ষা কৰিব, সেইদেখি আই কলিকতাত আছিলগৈ।"

কলিকতাৰ ঘৰতো স্বৰ্ণলতাৰ কৈশোৰ আৰু যৌৱন পাৰ হৈছিল এটা উচ্চ-চিন্তা চৰ্চাৰে পৰিপূৰ্ণ সুস্থ বাতাবৰণৰ মাজেৰে। গুণাভিৰাম বৰুৱা কলিকতা নিবাসী অসমীয়াসকলৰ মধ্যমণি স্বৰূপ আছিল। সাহিত্যৰথী বেজবৰুৱাই তেওঁৰ 'জীৱন সোঁৱৰণত' গুণাভিৰামৰ ব্যক্তিত্বৰ প্ৰতি কলিকতীয়া বুদ্ধিজীৱী শ্ৰেণীটোৰ আৰু কলিকতা প্ৰবাসী অসমীয়া সকলৰ শ্ৰদ্ধা-ভক্তিৰ বিষয়ে বাৰে বাৰে উল্লেখ কৰিছে। কলিকতা প্ৰবাসৰ সময়ত তেওঁৰ বাসস্থানলৈ সেই সময়ৰ খ্যাতনামা সাহিত্যিক, প্ৰবক্তা, বৈজ্ঞানিক, চিকিৎসাবিদকে ধৰি গুণী, জ্ঞানী ব্যক্তিসকলৰ সমাগম হৈছিল। বঙ্গদেশৰ সাহিত্য, সুকুমাৰ কলা-সংস্কৃতিৰ যাদুঘৰ স্বৰূপ জোড়াসোকোৰ ঠাকুৰ পৰিয়ালৰ লগতো গুণাভিৰামৰ পৰিয়ালৰ যোগাযোগ আছিল। গুণাভিৰামৰ পৰিয়ালৰ শুভাকাংক্ষী প্ৰখ্যাত বঙ্গবাসী সকলৰ ভিতৰত বৰুৱাদেৱৰ "এজন বিশিষ্ট বন্ধু" হাইকৰ্টৰ ডাঙৰ উকীল বাবু দুৰ্গামোহন দাস, ডাঃ বিপিন বিহাৰী সৰকাৰ, ব্যাৰিষ্টাৰ আৰু ভাৰতৰ প্ৰথম wrangler আনন্দমোহন বসু, ডাঃ মোহিনীমোহন বসু (পাছলৈ জগৎবিখ্যাত ছাৰ জগদীশ চন্দ্ৰ বসু) ডাঃ কাদম্বিনী গাঙ্গুলী, প্ৰিন্সিপাল উমেশচন্দ্ৰ দত্ত, ব্ৰহ্মানন্দ কেশৱচন্দ্ৰ সেন ইত্যাদি। ছাৰ জগদীশ চন্দ্ৰ বসু আছিল বৰুৱা পৰিয়ালৰ অতিকৈ আপোনজন। ডাঃ কাদম্বিনী গাঙ্গুলীৰ বৰুৱা পৰিয়ালৰ লগত ঘনিষ্ঠ সম্পৰ্ক আছিল। 'ছিকাগো' প্ৰদৰ্শনীলৈ যোৱাৰ আগেয়ে কাদম্বিনী গাঙ্গুলীয়ে দেখা কৰিবলৈ আহোঁতে পাটৰ কাপোৰ এসাজ উপহাৰ দি বৰুৱাদেৱে হেনো অসমীয়াতে তেওঁক কৈছিল, "এই আমাৰ অসমীয়া তিৰোতাৰ কাপোৰ এসাজ দিলো আই, তাত পিন্ধি আমাৰ অসমীয়া তিৰোতাই কেনে কাপোৰ পিন্ধে দেখুৱাবা দেই।" এনে এটি সাধুজনেৰে পৰিবেষ্টিত সৎ, সুন্দৰ আৰু আনন্দময় পৰিবেশত স্বৰ্ণলতাৰ কেনে মানসিক উত্তৰণ ঘটিছিল আমি তাক সহজে অনুমান কৰিব পাৰো।

পূৰ্বপুৰুষসকলে ভাষা-জননীৰ উন্নতিৰ হকে কৰা সাধনাই ক্ৰিয়া কৰিছিল তেওঁলোকৰ সুযোগ্য সন্তান কৰুণাভিৰাম, জ্ঞানদাভিৰাম, স্বৰ্ণলতা আৰু পদ্মাৱতী দেৱীৰ সাহিত্যানুৰাগত। গুণাভিৰাম বৰুৱাৰ

প্ৰেৰণাতেই ভতিজা জীয়েক পদ্মাৱতী দেৱীয়ে 'হিত সাধিকা', পত্নী বিষ্ণুপ্ৰিয়া দেৱীয়ে 'নীতি কথা', কন্যা স্বৰ্ণলতাই 'আহি তিৰোতা' গ্ৰন্থ ৰচনা কৰিছিল আৰু কৰুণাভিৰামে 'লৰাবন্ধু' কাকত সম্পাদনা কৰিছিল। অসমীয়া ভাষা-সাহিত্যলৈ জ্ঞানদাভিৰামৰ অৱদান সৰ্বজনবিদিত।

সাহিত্যচৰ্চা

স্বৰ্ণলতা দেৱীৰ 'আহি তিৰোতা'ৰ ৰচনা কাল সম্ভৱতঃ ১৮৮৬-৮৭ৰ পৰা ১৮৯৪ চনৰ ভিতৰত। দেউতাকৰ জীৱদ্দশাতে তেওঁ এই পুথিখনি লিখিছিল। গুণাভিৰাম বৰুৱাৰ মাহেকীয়া অসমীয়া আলোচনী 'আসাম বন্ধুতো' স্বৰ্ণলতা বৰুৱাই প্ৰবন্ধ পাতি লিখিছিল। ১৮৮৫ খ্ৰীষ্টাব্দৰ জানুৱাৰী মাহৰ পৰা ১৮৮৭ খ্ৰীষ্টাব্দৰ এপ্ৰিল মাহলৈকে এই আলোচনীৰ মুঠ চৈধ্যটা সংখ্যা প্ৰকাশ হৈছিল। স্বৰ্ণলতাই বেথুন স্কুলৰ ছাত্ৰী হৈ থাকোতেই বা বেথুন স্কুলৰ পৰা উত্তীৰ্ণ হৈয়ে লিখনি হাতত লৈছিল বুলি অনুমান কৰিব পাৰি। পৰৱৰ্তী কালত স্বৰ্ণলতা 'বিজুলী' আলোচনীৰো লিখিকা আছিল। ভায়েক জ্ঞানদাভিৰাম বৰুৱাৰ পত্ৰলেখাত (জিতেন্দ্ৰ বুজৰবৰুৱালৈ লিখা চিঠি) উল্লেখ আছে— "She (swarnalata) used to contribute to the Assam Bandhu Bijuli and wrote an Assamese book 'আহি তিৰোতা'।

১৮৮৭ খ্ৰীষ্টাব্দৰ মে' মাহত স্বৰ্ণলতাৰ ডাক্তৰ নন্দকুমাৰ ৰায়ৰ (এডিনবৰাৰ এম বি চি এম উপাধিধাৰী) লগত শুভ পৰিণয় হয়। জ্ঞানদাভিৰাম বৰুৱাৰ 'মোৰ কথা' শীৰ্ষক প্ৰবন্ধলানিৰ পৰা জনা গৈছে যে স্বৰ্ণলতাৰ বিয়া হেনো কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ লগত ঠিকঠাক হৈ গৈছিল। কিন্তু, মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰে গুণাভিৰাম বৰুৱাৰ বিধবা বিবাহৰ কথা শুনি সেই বিয়া হবলৈ নিদিলে। অসমৰ প্ৰথম বেৰিষ্টাৰ, প্ৰথম চিভিলিয়ান আনন্দৰাম বৰুৱাৰ লগতো বিয়া হোৱাৰ কথা চলিছিল বুলিও তেওঁ উনুকিয়াইছে। তেওঁলোকৰ বিয়া নহ'ল যদিও আনন্দৰাম বৰুৱাই স্বৰ্ণলতাৰ বিয়াত হেনো "এযোৰ কাণ চাকি ৰাখিব পৰা সোণৰ গহনা" উপহাৰ দিছিল। দুটি কন্যা সন্তান হোৱাৰ পাছতে ১৮৯০ খ্ৰীষ্টাব্দৰ ৩১ মাৰ্চত বিয়াৰ মাত্ৰ তিনি বছৰৰ পিছতে নন্দকুমাৰ ৰায়ৰ অকাল মৃত্যু হয়। সেইদিনাই নগাঁৱত গুণাভিৰাম

স্বৰ্ণলতাৰ বিবাহ আৰু বৈধব্য

বৰুৱাই চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰিছিল, পিছদিনাখন তেওঁৰ অতি মৰমৰ একেজনী জীয়েক স্বৰ্ণলতাৰ অকাল বৈধব্যৰ বাতৰিয়ে মূৰত বজ্ৰাঘাত হানিলে। এই অভাৱনীয় ঘটনাৰ পিছৰে পৰা বৰুৱা পৰিয়ালক ইটোৰ পিছত সিটো লেঠেৰী নিছিগা দুৰ্য্যোগে থকা সৰকা কৰিলে। অৱসৰ লোৱাৰ পিছতে গুণাভিৰাম বৰুৱা সপৰিয়ালে অসম এৰি আহি কলিকতাত নিগাজীকৈ থাকিবলৈ ললে। দুটি শিশুকন্যাৰে সৈতে স্বৰ্ণলতাও পিতৃগৃহলৈ উভতি আহিল। দেউতাকৰ মৰমৰ আশ্ৰয়ত থাকি সাহিত্যচৰ্চা কৰি লিখনি হাতত লোৱাৰ সুযোগ স্বৰ্ণলতাৰ জীৱনলৈ পুনৰ আহিছিল যদিও—নিয়তিয়ে নসহিলে।

১৮৯২ খ্ৰীষ্টাব্দৰ মাৰ্চ মাহৰ ২৬ তাৰিখে মাতৃ বিষ্ণুপ্ৰিয়া দেৱীৰ মৃত্যু হয়। তাৰ পিছৰ বছৰতে (১৮৯৩ খ্ৰীঃৰ ১২ জুলাই) ডাঙৰ ভায়েক কৰুণাভিৰামৰ অকাল মৃত্যু ঘটে। তাৰ পৰবৰ্তী বছৰত ১৮৯৪ খ্ৰীষ্টাব্দৰ ২৫ মাৰ্চ তাৰিখে একমাত্ৰ আশ্ৰয়ৰ থল দেউতাক গুণাভিৰাম বৰুৱাৰ মৃত্যু হ'ল স্বৰ্ণলতাৰ জীৱনৰ সবাতোকৈ শোকাবহ ঘটনা আৰু ভয়াবহ দুৰ্য্যোগ। বিধবা স্বৰ্ণলতা তেতিয়া ২৩ বছৰীয়া যুৱতী। দুটি শিশুকন্যা, মাজু ভায়েক কমলা আৰু নুমলীয়া কণমানি ভায়েক জ্ঞানৰ সকলো দায়িত্ব আহি পৰিল স্বৰ্ণলতাৰ ওপৰত। বেজবৰুৱাই 'জীৱন সোঁৱৰণত' (দ্বিতীয় ভাগ, পঞ্চম অধ্যায়) গুণাভিৰাম বৰুৱাৰ মৃত্যুৰ পিছত ল'ৰা-ছোৱালী কেইটিৰ তত্ত্বাৱধান লওঁতাসকলৰ ভিতৰত বেৰিষ্টাৰ দুৰ্গামোহন দাস, ৰজনীনাথ ৰায় আৰু বসু পৰিয়ালৰ নাম উল্লেখ কৰিছে। গুণাভিৰাম বৰুৱাৰ মৃত্যুৰ সময়ৰে পৰা বেজবৰুৱাই নিজেও তেওঁৰ সতি সন্ততি কেইটিক সকলোপ্ৰকাৰে সহায় সহানুভূতি দেখুৱাইছিল।

দেউতাকৰ মৃত্যুৰ কেইদিনমান পিছতেই ৰৰজনাক ৰজনীনাথ ৰায়ে (ডাঃ নন্দকুমাৰৰ ককায়েক) স্বৰ্ণলতাক ভায়েক দুটিৰে সৈতে তেওঁৰ 'ৰিট্ৰিট' বোলা বাসভৱনলৈ লৈ যায়। ইতিমধ্যে দুৰ্গামোহন দাস আৰু জগদীশ চন্দ্ৰ বসুক তত্বাৱধায়ক হিচাপে লৈ পৈতৃক সম্পত্তিৰ তদাৰক কৰাৰ দায়িত্ব আৰু ভায়েকহঁতৰ অভিভাৱিকাৰ ভাৰ স্বৰ্ণলতাক দিয়া হৈছিল। শ্ৰাদ্ধ বিধি হৈ যোৱাৰ পিছত আৰু বিষয়-সম্পত্তি পৰিচালনাৰ আইনসঙ্গত ব্যৱস্থা কৰা হ'লত শুভাকাঙ্ক্ষীসকলৰ সিদ্ধান্ত মতে স্বৰ্ণলতাক কন্যা দুটিৰে সৈতে ১৩ নম্বৰ কৰ্ণৱালিছ ষ্ট্ৰীটত

থকা "ব্ৰাহ্ম গাৰ্লছ স্কুলত" থোৱা হ'ল আৰু কমলা আৰু জ্ঞানক ব্ৰাহ্ম বৰ্ডিং হাউছত থোৱা হ'ল। বেজবৰুৱাই ল'ৰাছোৱালী কেউটিৰে সততে বুজবাজ লবলৈ যোৱাৰ কথা তেওঁৰ 'জীৱন সোঁৱৰণ'ত লিখিছে। নিয়তি ইমানতো ক্ষান্ত নহ'ল। ১৯৯৪ খ্ৰীষ্টাব্দৰ ৩০ নবেম্বৰত মাজু ভায়েক কমলাও মৃত্যুমুখত পৰিল। এইদৰে জোৱাঁয়েকক ধৰি পৰিপূৰ্ণ বৰুৱা পৰিয়ালটিত পাঁচোটি মানুহৰ মৃত্যু হ'ল। এতিয়া স্বৰ্ণলতা আৰু জ্ঞানদাভিৰামৰ বাবে বেজবৰুৱা প্ৰমুখ্যে বাকীসকল হিতাকাংক্ষী চিন্তিত হৈ পৰিল। জ্ঞানদাভিৰামক ৰোগ, ব্যাধি আৰু মৃত্যুৰ কবলৰ পৰা ৰক্ষা কৰিবৰ বাবে অৱশেষত বিলাতত পঢ়িবলৈ পঠাইছিল আৰু হয়তো সেইখিনি সময়তে আশ্ৰয়হীনা স্বৰ্ণলতাৰ বাবেও দ্বিতীয় বিবাহৰ বন্দৱস্ত কৰিছিল।

স্বৰ্ণলতাৰ দ্বিতীয় বিবাহ

এই বিবাহ সম্পৰ্কে বেজবৰুৱাই 'দিনলেখা'ত (মোৰ জীৱন সোঁৱৰণ, ২য় ভাগ, নৱম অধ্যায়) এইদৰে লিখিছে ঃ "১৮৯৯ খ্ৰীষ্টাব্দ. ১৪ ফেব্ৰুৱাৰী---- ক্ষীৰোদচন্দ্ৰ ৰায়চৌধুৰীৰে সৈতে স্বৰ্ণলতাৰ বিয়াৰ দিহা কৰা গ'ল।

১৫ ফেব্ৰুৱাৰী---গধূলি স্বৰ্ণৰে সৈতে ক্ষীৰোদবাবুৰ বিয়ালৈ গলোঁ। উপাসনাৰ পিছত ৰেজিষ্ট্ৰী হ'ল। ময়ো এজন সাক্ষী হলোঁ।" ক্ষীৰোদ চন্দ্ৰ ৰায়চৌধুৰী হুগলী কলেজৰ অধ্যক্ষ আছিল। পিছলৈ তেওঁ কটকতে ঘৰদুৱাৰ কৰি স্বৰ্ণলতাৰে সৈতে নিগাজীকৈ থাকিবলৈ লয়। ক্ষীৰোদচন্দ্ৰ ৰায়ে সাহিত্য চৰ্চা কৰিছিল। ১৮৩১ শকৰ বহাগ মাহত কটকৰ পৰা প্ৰকাশ কৰা তেওঁৰ 'সাহিত্য বিষয়ৰ মাসিক পত্ৰিকা'খনৰ নাম আছিল "মৃন্ময়ী"। (জ্ঞানদাভিৰাম বৰুৱাৰ পত্ৰলেখা (ক) বেজবৰুৱালৈ লিখা চিঠি) শিক্ষাবিদ আৰু সাহিত্যিক ক্ষীৰোদচন্দ্ৰ ৰায়ৰ চিন্তা-চৰ্চা আৰু অধ্যয়নত স্বৰ্ণলতাৰ সহায়-সহযোগৰ অবিহণা নিশ্চয় আছিল। কিন্তু, 'আহি তিৰোতা' ৰচয়িত্ৰী আৰু 'আসাম বন্ধু' আৰু 'বিজুলীৰ' লিখিকা স্বৰ্ণলতাৰ জীৱনৰ পৰৱৰ্তী কালৰ সাহিত্য চৰ্চাৰ বিষয়ে একো বাতৰি আমি তেনেকৈ নেপাওঁ। কলিকতাত থকা কালছোৱাত 'মৌ,' 'মিলন', 'বাঁহী', 'জোনাকী', 'অসম বন্তি' আদি অসমীয়া ভাষাৰ আলোচনীত স্বৰ্ণলতাৰ দৰে কোমল বয়সৰে পৰা লিখনি হাতত লোৱা লিখিকা এগৰাকীয়ে

লিখনিৰ স্বাক্ষৰ কিয় থৈ নগ'ল বা থৈ যাব নোৱাৰিলে তাৰ কেইবাটিও কাৰণ আমি অনুমান কৰিব পাৰো।

দেউতাকৰ মৃত্যুৰ পিছৰে পৰা বোৱা বিপদৰ ধুমুহাই স্বৰ্ণলতাৰ নিজৰ আৰু ভায়েকহঁতৰ জীৱন বিপন্ন কৰি তুলিছিল। এই ধুমুহাত প্ৰায় নিঃচিহ্ন হৈ যাব খোজা গুণাভিৰামৰ পৰিয়ালৰ অৱশিষ্ট বংশধৰ জ্ঞানদাভিৰামৰ জীৱন ৰক্ষা কৰিবলৈ আৰু শিশুকন্যা দুটিৰে সৈতে নিজৰ গাভৰু জীৱনৰ নিৰাপত্তাৰ চিন্তাই হয়তো স্বৰ্ণলতাৰ সাহিত্য চৰ্চাৰ চিন্তাক গ্ৰাস কৰি পেলাইছিল। আনহাতে দেউতাকৰ সান্নিধ্যত জাগি উঠা সাহিত্য-প্ৰীতি আৰু মাক-দেউতাক উভয়ৰে পৰা পোৱা অনুপ্ৰেৰণাৰ অৱসান ঘটাতো স্বৰ্ণলতাৰ লিখনি হয়তো স্তব্ধ হৈ পৰিছিল।

দ্বিতীয় বিবাহৰ পিছৰে পৰা হয়তো স্বৰ্ণলতাই লিখিকাৰ ভূমিকাতকৈ গৃহিনী আৰু মাতৃত্বৰ ভূমিকাত বেছি গুৰুত্ব দিবলৈ লৈছিল। নিজৰ কন্যা সন্তানক উপযুক্ত কৰি গঢ়ি তোলাৰ উপৰি তেওঁৰ সমস্ত ধ্যান ধাৰণা কেন্দ্ৰীভূত হৈছিল---মৰমলীয়া ভায়েক জ্ঞানদাভিৰামক উপযুক্ত পিতৃৰ উপযুক্ত পুত্ৰ হিচাপে গঢ়ি তোলাত। জ্ঞানদাভিৰামৰ বিভিন্ন ৰচনাৱলী আৰু 'পত্ৰলেখাৰ' পাতে পাতে আমি তেওঁৰ মৰমৰ 'মাইছানা বাইদেউ'ৰ উল্লেখ পাওঁ। কেঁচুৱাৰ পৰা 'কণবোপাক' আলপৈচান ধৰি, তেওঁৰ অধ্যয়নৰ কালছোৱাত সকলো প্ৰকাৰে সহায় কৰাৰে পৰা ঠাকুৰ পৰিয়ালৰ জীয়াৰী লতিকা দেৱীৰ লগত বিয়া পাতি দি সুপ্ৰতিষ্ঠিত কৰালৈকে স্বৰ্ণলতাৰ ভূমিকা আছিল সবাতোকৈ উল্লেখনীয়। স্বৰ্ণলতাই অশেষ যত্ন আৰু তৎপৰতাৰে, মৰমচেনেহৰ এনাজৰীৰে 'কণবোপা'ৰ জীৱনক বান্ধি দি গঢ় দিয়াৰ ফলতেই হয়তো বিজ্ঞ পুৰুষ গুণাভিৰামৰ পুত্ৰ "অসাধাৰণ ব্যক্তিত্ব সম্পন্ন" পুৰুষ সুসাহিত্যিক জ্ঞানদাভিৰাম বৰুৱা ওৰফে প্ৰিন্সিপাল জে, বৰুৱাক অসমে লাভ কৰিব পাৰিলে।

ক্ষীৰোদ চন্দ্ৰ ৰায়ৰ লগত স্বৰ্ণলতাৰ বৈবাহিক জীৱন সুখৰ আছিল। বেজবৰুৱাই পত্নী প্ৰজ্ঞাসুন্দৰীৰে সৈতে স্বৰ্ণলতাৰ কটকৰ ঘৰত গৈ অতিথি হোৱাৰ কথা আৰু স্বৰ্ণলতাৰ আলহ উদহৰ কথা 'জীৱন সোঁৱৰণ'ত লিখিছে। স্বৰ্ণলতাৰ দুটি কন্যাৰ এটি সৰুতে মৃত্যু মুখত পৰে আৰু অন্য গৰাকী হ'ল কটন কলেজৰ মিচেচ পি চি ৰয়।

১৯৩২ চনত স্বৰ্ণলতা দেৱীৰ মৃত্যু হয়। আজিৰ পৰা পাঁচকুৰি বছৰৰ আগৰ গ্ৰন্থ ৰচয়িত্ৰী আৰু "আসাম বন্ধু" পত্ৰিকাৰ এই গৰাকী লেখিকা অসমীয়া সাহিত্যৰ ইতিহাসত বৰণীয়া আৰু স্মৰণীয়া। তেওঁ ৰচনা কৰা 'আহি তিৰোতা' নামৰ পুথিখনি আজিৰ পঢ়ুৱৈ সমাজে পঢ়িবলৈতো নেপায়েই—পুথিখনিৰ শুং-সূত্ৰও পাবলৈ টান। অসমৰ ৰাজ্যিক পুথি ভঁৰালত এই পুথিখনিৰ এটা কপিও যদি সংৰক্ষিত কৰিব পৰা গ'লহেঁতেন—তেতিয়াহ'লে 'আহি তিৰোতা'ৰ ভাষা, ৰচনা-ৰীতি, বিষয়বস্তুৰ তাৎপৰ্য্য সম্পৰ্কে আমি কিছু কথা জানিব পাৰিলোহেঁতেন। তেওঁৰ মাতৃ বিষ্ণুপ্ৰিয়া দেৱীৰ 'নীতিকথা' নামৰ পুথিখনিৰ দ্বিতীয় সংস্কৰণ বোৱাৰীয়েক লতিকা দেৱীয়ে গুৱাহাটীৰ পৰা উলিয়াইছিল। কিন্তু 'আহি তিৰোতা'ৰ দ্বিতীয় সংস্কৰণ হয়তো আৰু নোলাল। গতিকে পুথিখনি দুষ্প্ৰাপ্য হৈয়ে ৰ'ল।

যিয়েই নহওক, অসমৰ জীয়াৰী—উনবিংশ শতাব্দীৰ ভাষা-জননীৰ সেৱিকা 'স্বৰ্ণলতা বৰুৱা' বিংশ শতাব্দীৰ শেষ দশকৰ আৰু আগত একবিংশ শতাব্দীৰ ভবিষ্যতৰ লিখিকাসকলৰ বাবে অনুপ্ৰেৰণাৰ উৎস। এই গৰাকী লিখিকাৰ পুণ্য স্মৃতিলৈ শ্ৰদ্ধাঞ্জলি যাচিলোঁ। ●●

যুৱজীবিদ্ স্বৰ্গীয় বেণুধৰ শৰ্মাই কোৱামতে 'আহি তিৰোতা' নামৰ পুথিখন ১৮৮৪ চনত প্ৰকাশ হয়।—সম্পাদিকা

[এই প্ৰবন্ধটি যুগুত কৰোতে (১) অৰুণোদয় গ্ৰন্থ (২) বেজবৰুৱাৰ 'মোৰ জীৱন সোঁৱৰণ' আৰু শ্ৰীযোগেন্দ্ৰনাৰায়ণ ভূঞা সম্পাদিত (৩) 'জ্ঞানদাভিৰাম বৰুৱা ৰচনাৱলী'ৰ সহায় লোৱা হৈছে—লিখিকা]

# ত্ৰৈলোক্যেশ্বৰী দেৱী বৰুৱানী

শ্ৰীমতী যোগ বৰা



জন্ম – ১৮৭৫ চন, মৃত্যু—১৯৫৪ চন

অসমীয়া ভাষা কাননত সাহিত্যৰ ফুল ফুলুওৱা মালিনী সকলৰ ভিতৰত স্বৰ্গীয়া ত্ৰৈলোক্যেশ্বৰী দেৱী বৰুৱানীও এগৰাকী। যি সময়ত মহিলা সকলে পঢ়াশালিত গৈ শিক্ষা লোৱাটো আকাশ কুসুম আছিল, সেই সময়তে এই গৰাকী বিদুষী গুণৱতী নাৰীৰ জন্ম। তেওঁৰ পিতাক প্ৰথম অসমীয়া ছোট চাহাব—ৰায় বাহাদুৰ পূৰ্ণানন্দ বৰুৱা আৰু মাতৃৰ নাম মুক্তাৱলী দেৱী। ৰায়বাহাদুৰ পূৰ্ণানন্দ বৰুৱাই পোনতে মহৰী ৰূমত থাকি প্ৰতিভাৰ বলত ক্ৰমে পদোন্নতি লাভ কৰি গৈ আছিল। মহৰীৰ পিছত পেস্কাৰ, চিৰস্তাদাৰ, মুন্সিফ আৰু অস্থায়ীভাবে মহকুমাধিপতিৰ খিতাপো লাভ কৰিছিল। তেখেতে বিভিন্ন চাকৰিত বিভিন্ন ঠাই ঘূৰি ফুৰা অৱস্থাত ১৮৭৫ চনত গোৱালপাৰা চহৰত নুমলীয়া জীয়াৰী স্বৰ্গীয়া ত্ৰৈলোক্যেশ্বৰী দেৱীৰ জন্ম হয়। তেওঁৰ জন্মৰ সময়ত অসমত স্ত্ৰী শিক্ষাৰ পৰিবেশ গঢ়ি উঠা নাছিল। সেয়ে ত্ৰৈলোক্যেশ্বৰীয়ে ঘৰতেই শিক্ষা লাভ কৰিব লগা হয়। অভিভাৱকে মনোনীত কৰা ঘৰুৱা শিক্ষকৰ তলত তেওঁ তীক্ষ্ণ বুদ্ধিৰ পৰিচয় দিয়ে। সেই সময়ৰ ৰক্ষণশীল পৰিবেশত ডাঙৰ দীঘল হোৱা ত্ৰৈলোক্যেশ্বৰী ১৮৮৮ চনত অসমৰ সুযোগ্য সন্তান বি, এ, জগন্নাথ বৰুৱাৰ দ্বিতীয়া পত্নী হয়। তেওঁক বিয়া কৰোৱাৰ আগতে বি, এ, জগন্নাথ বৰুৱাই ১৮৭৫ চনত

গুৱাহাটীৰ উজান বজাৰৰ পৰ্বতীয়া ফুকনৰ ঘৰৰ লীলাৱতীক বিয়া কৰাইছিল। কিন্তু দুৰ্ভাগ্যবশতঃ এটি পুত্ৰ আৰু এটি কন্যা সন্তান এৰি লীলাৱতী স্বৰ্গগামী হয়। সেয়ে জগন্নাথ বৰুৱাই ৩৭ বছৰ বয়সত ত্ৰৈলোক্যেশ্বৰীক বিয়া কৰাবলৈ বাধ্য হয়।

কিশোৰী চপলতা এৰি শিৰত সেন্দূৰ লৈয়ে ত্ৰৈলোক্যেশ্বৰী দুটা সন্তানৰ মাতৃ হয়। তেওঁ সন্তান দুটাক গঢ় দিয়াত তীক্ষ্ণ দৃষ্টি ৰাখিব লগা হয়। যিহেতু স্বামী ব্যৱসায় সংক্ৰান্তত সততে কলিকতা আৰু অসমৰ বিভিন্ন ঠাইত ঘূৰি ফুৰিব লাগে সন্তান দুটাৰ স্বাস্থ্য আৰু পঢ়াশুনাৰ ওপৰত চকু ৰাখিবলৈ ত্ৰৈলোক্যেশ্বৰীৰ ওপৰত দায়িত্ব পৰে। অকালতে মৃত্যুৰ মুখত পৰা জগন্নাথ বৰুৱাৰ কবি সাহিত্যিক পুত্ৰ দেবেন্দ্ৰনাথ বৰুৱাৰ পঢ়া আৰু স্বাস্থ্যৰ প্ৰতি নজৰ ৰাখিবলৈ ১৯০২ চনত ইংলণ্ডৰ পৰা পঠোৱা চিঠিত উল্লেখ পোৱা যায়। বৰুৱাৰ সংসাৰখন ত্ৰৈলোক্যেশ্বৰী বৰুৱাই সুচাৰুৰূপে পৰিচালনা কৰিছিল। লগুৱাৰ হতুৱাই বিভিন্ন বতৰত বাৰীত শাক পাচলি কৰোৱাৰ তদাৰকো তেৱেঁই কৰিছিল। বৰ্তমান যোৰহাট চৰকাৰী বালিকা বিদ্যালয়ৰ কাষতে লাগি থকা বৃহৎ বাৰী-খন গান্ধ পাণেৰে উপচাই পেলাইছিল। ত্ৰৈলোক্যেশ্বৰী দেৱী বৰু-ৱানীৰ স্বাস্থ্য ভালে নাছিল---বিশেষকৈ বহুমূত্ৰ ৰোগে তেওঁক নৰিয়া পাটিৰ লগত সখী পাতিবলৈ বাধ্য কৰাইছিল। অসুখীয়া আছিল যদিও স্বামীৰ চেনেহ আদৰৰ পৰা তেওঁ বঞ্চিত নহৈছিল। আনকি সুদূৰ বিলাতৰ পৰাও স্বামীয়ে তেওঁক স্বাস্থ্যৰ যত্ন ল'বলৈ সকিয়াই দিছিল। দেৱী বৰুৱানী এগৰাকী কাজী শিপিনীও। গান্ধীজীয়ে অসমীয়া তিৰোতাই তাঁতত সপোন ৰচিব পাৰে বুলি কোৱা উক্তিক তেৱেঁই সত্যত পৰিণত কৰি দেখুৱাইছিল। পাট-মেজাংকৰী সূতাৰে তেওঁ লাগতিয়াল কাপোৰ নিজে বৈ পিন্ধিছিল আৰু আনকো পিন্ধাই-ছিল। বেজী, সূতা আৰু কুৰ্চাৰ কামতো তেওঁ পাকৈত আছিল। তেওঁ এগৰাকী সুন্দৰ ৰান্ধনীও। বিভিন্ন বস্তুৰে জুতি লগাই তেওঁ ৰান্ধিব জানিছিল। বতৰৰ ফলমূলেৰে আচাৰ-চাটনি বনোৱাতো তেওঁ সিদ্ধহস্ত আছিল।

বৰ্তমান য'ত জগন্নাথ বৰুৱা মহাবিদ্যালয় আছে, তাতেই জগন্নাথ বৰুৱাদেৱৰ চৌহদ আছিল। তেতিয়া সেই চৌহদত থকা ঘৰটোৰ নাম---"বৰপাত্ৰ কটেজ" আছিল। জনৈক বৰপাত্ৰৰ

পৰা সেই বৃহৎ চৌহদটো কিনি লোৱা বাবে ইতিহাসপ্ৰিয় জগন্নাথ বৰুৱাই সেই নামেৰেই ঘৰটো ৰাখিছিল। বিলাতলৈ যোৱাৰ আগতে বি, এ, জগন্নাথ বৰুৱাই তেওঁৰ মাটি-বাৰী ভাতৃ কৃষ্ণকান্ত আৰু পুত্ৰ দেবেন্দ্ৰনাথৰ নামত ভাগ কৰি দিছিল।

ত্ৰৈলোক্যেশ্বৰী দেৱী বৰুৱানীৰ আপোন উদৰস্থ কোনো সন্তান নহ'ল। সেয়ে তেওঁ অপত্য স্নেহ ঢালি দিবলৈ আপোন ভাতৃৰ এটি সন্তান তুলি লয়। তেৱেঁই হৈছে বৰ্তমান ৩৭ নং বাজ্যিক পথৰ কাষত নিবাস থকা শ্ৰীকমলানন্দ বৰুৱা। এওঁ তোলনীয়া পিতৃৰ মুখ নেদেখিলেই যিহেতু ১৯০৭ চনৰ ২১ এপ্ৰিলৰ দিনা বি, এ, জগন্নাথ বৰুৱা দেবৰ কলিকতাত মৃত্যু হয়। তাৰ অলপ দিনৰ পিছত ১৯০৯ চনৰ ৫ নবেম্বৰৰ দিনা গুণবান পুত্ৰ দেবেন্দ্ৰনাথৰো অকাল মৃত্যু হয়। দেবেন্দ্ৰনাথে কনকলতা নামে এগৰাকী কন্যাক বিয়া কৰাইছিল। সতি-সন্ততি নথকা দেবেন্দ্ৰনাথে সম্পত্তি ভাগিনীয়েক মুৰলীধৰ বৰুৱাৰ নামত উইল কৰি ৰাখিছিল। সেয়ে দেবেন্দ্ৰনাথৰ মৃত্যুৰ লগে লগে মাহীমাক ত্ৰৈলোক্যেশ্বৰী আৰু পত্নী কনক লতাই "বৰপাত্ৰ কটেজ" এৰি আহে। ত্ৰৈলোক্যেশ্বৰী দেৱী বৰুৱাণীৰ সময়ত অসমীয়া সম্ভ্ৰান্ত পৰিয়ালৰ তিৰোতাসকলে পুৰুষৰ আগলৈ ওলোৱা নিয়ম নাছিল। কিন্তু ক্ষেত্ৰভেদে ত্ৰৈলোক্যেশ্বৰীয়ে পুৰুষৰ আগত ওলায়ো আলোচনাত যোগদিছিল।

দেৱী বৰুৱাণীৰ ঘৰখনৰ জাত্যাভিমান নাছিল। সেই কাৰণে সকলো সম্প্ৰদায়ৰ মানুহে সততে দেৱী বৰুৱাণীৰ মৰম স্নেহ পাইছিল। কিন্তু পৰিষ্কাৰ পৰিচ্ছন্নতাৰ ক্ষেত্ৰত দেৱী বৰুৱাণী সদা সচেতন। তেওঁ শোৱা কোঠালৈ চেণ্ডেল পিন্ধি মানুহ সোমোৱাৰ পক্ষপাতি নাছিল।

ত্ৰৈলোক্যেশ্বৰী বৰুৱানী দয়াশীলা আৰু শিক্ষানুৰাগী। নিজে সমাজৰ ৰক্ষণশীলতাৰ কাৰণে বিদ্যালয়ত গৈ শিক্ষা লাভ কৰিব নোৱাৰিলে। দুখীয়া ছাত্ৰই তেওঁৰ অৰ্থ সাহায্যৰে শিক্ষা লাভ কৰিবলৈ সুবিধা পাইছিল। গুৱাহাটী বিশ্ববিদ্যালয়লৈ তেওঁ দান আগবঢ়াইছিল। স্ত্ৰীশিক্ষা সম্প্ৰসাৰণৰ অৰ্থে তেওঁ সদা আগ্ৰহশীলা আছিল। জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ ছাত্ৰী শাখালৈ পাঁচ হেজাৰ টকা আৰু বালিগাঁও বালিকা বিদ্যালয়লৈ এহেজাৰ টকা দান কৰে। নাৰী কল্যাণ আৰু নাৰী শিক্ষাৰ ক্ষেত্ৰত তেখেত আগভাগ লৈছিল। মহিলা সমিতি আৰু

যোৰহাট বালিকা বিদ্যালয়ৰ পৰিচালনা সমিতিৰ সভ্যা হৈ নাৰী মংগলত আত্মনিয়োগ কৰিছিল।

ত্ৰৈলোক্যেশ্বৰীৰ জীৱনৰ সকলোতকৈ উজ্জ্বল দিশটো হৈছে তেওঁ এগৰাকী সুলেখিকা। পঢ়াশলীয়া শিক্ষা নথকা ত্ৰৈলোক্যেশ্বৰীয়ে অহকালি জোনাকৰে মিতিৰালি পাতি নাতি-নাতিনীহঁতক সাধু কৈ শুনাইছিল। সেইবোৰৰ কিছুমান সৰুতে শুনা, কিছুমান কিতাপত পঢ়া আৰু কিছুমান নিজে সাজি কোৱা। ত্ৰৈলোক্যেশ্বৰীয়ে ল'ৰা-ছোৱালীক কোৱা এই সাধুবোৰ কেইজনমান লোকৰ উদগণিত লিপিবদ্ধ কৰি ৰাখে। ১৯৩৩/৩৪ চনত তেওঁ লিপিবদ্ধ কৰি ৰখা সাধুকথা—"সাধু কথা" ছপা আকাৰত সমাজত দেখা দিয়ে। 'সাধুকথা' সোতৰটা সাধুৰ সমষ্টি। "সাধু কথা"ই আবাল-বৃদ্ধ-বণিতাৰ সমাদৰ লাভ কৰে। দেবী বৰুৱাণীৰ উদ্দেশ্য আছিল ফুলকলিৰ নিচিনা কোমল মনৰ ল'ৰাছোৱালীবোৰক সাধুকথাৰ মাধ্যমেৰে নীতি শিক্ষা আৰু আদৰ্শৰে গঢ়ি তোলা। সেই কাৰণে সাধুবোৰত অকল ল'ৰা-ছোৱালীৰ মনৰ খোৰাক যোগাব পৰা জীৱজন্তু আৰু ফুল-তৰা, আকাশৰ বৰ্ণনাই নাই—আছে একোটাহঁত আদৰ্শ। বান্দৰী, চাউলপুৰীয়া, দুখীৰাম, দুইভাই, বান্দৰ, গংগাযমুনা, হাবাঃ লবাঃ, টেটোন, ধৰজৰী মাৰ টাঙোন, শতায়ুস, বৈদ্য, কৰ্মবন্ধ, কুমাৰৰ লৰা, চাৰি চোৰ, মাঘৰ বিহু, ৰান্ধনী আৰু ভুটুং পহু নামৰ সোতৰটি সাধুকথাত সত্যনিষ্ঠতা, বুদ্ধিমত্তা আৰু চতুৰালি আদি পৰিলক্ষিত হয়। এবেগতীয়া, পকা-মিঠৈ, ৰামধন, গাধাপিটি মানুহ কৰা, দৰ্প চূৰ্ণ, এজনী ৰাজকন্যাৰ কথা, দুজন কৃপণ, শিয়াল তামুলী, তিত্‌কুজীৰ কটকী, চকুচৰহা, পিঠা খোৱা বুঢ়া, থুপৰী, জালোৱাৰ গুৰুভক্তি, লুভুনী, কুলক্ষণী তিৰোতা, চাৰিজন মূৰ্খৰ কথা, সোৰোপা তিৰোতা, ধনীৰামৰ ধন, মিহিৰ, ভানুমতী, স-সে মি-ৰা, হাঁহিচম্পা আদি একুৰি দুটা সাধু-কথাৰে—"সন্ধিয়াৰ সাধু" চহকী। ১৯৩৭ চনত "সন্ধিয়াৰ সাধু" প্ৰকাশ হয়। প্ৰতিটো সাধুতে ধৰ্মৰ জয়, অধৰ্মৰ পৰাজয়, সাধু পুৰুষৰ আৰু নাৰীৰ ক্ৰমোন্নতি দেখুওৱা হৈছে। 'সাধুকথা' আৰু 'সন্ধিয়াৰ সাধু' দুয়োখনে পাঠক সমাজৰ অন্তৰ জয় কৰিলে। "সাধুকথাৰ" পাতনিত লেখক ৺জ্ঞানদাভিৰাম বৰুৱাই "সাধুকথাৰ" সম্পৰ্কে এইদৰে কৈছে—"এই কিতাপখনি পঢ়ি; বুজি আৰু সেই কিতাপৰ শিক্ষানুৰূপে যি

কোনো ল'ৰা-ছোৱালীয়ে সংসাৰ পথৰ যাত্ৰী হয়, সেই আইদেউ বোপাটীসকলে, তেওঁলোকৰ জীৱন যাত্ৰাত—এ টিকট পাব। এই কথা মই ভাঠি আৰু দৃঢ়ভাৱে কওঁ।" ৰায়বাহাদুৰ জগন্নাথ বৰুৱাৰ জীৱনী লেখক শ্ৰীযতীন্দ্ৰনাথ গোস্বামীদেৱে কৈছে যে জাৰ্মান লেখক হেন্স এণ্ডাৰচনে সাধুকথাৰে সাহিত্য সেৱা কৰি জাৰ্মান জাতিক ধনী কৰাৰ দৰে অসমীয়া সাহিত্যক ত্ৰৈলোক্যেশ্বৰীয়ে ধনী কৰিলে। ১৮৩০ চনত সাহিত্যৰথী ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাই "বুঢ়ী আইৰ সাধু" আৰু "ককা দেউতা আৰু নাতি লৰা" নামৰ দুখনি সাধুকথাৰ পুথিৰে ল'ৰা-ছোৱালীবোৰৰ মনৰ পৰিসৰ বৃদ্ধি কৰিবলৈ শুভ সুৰাগুৰি তোলে। তাৰ পিছত প্ৰকৃত সাধুকথা হিচাপে পুথি লেখিবলৈ একুৰি ছবছৰলৈ কোনেও আগবাঢ়ি অহা নাছিল। "সাধুকথা" আৰু "সন্ধিয়াৰ সাধু" নামৰ সাধুকথা দুখনিয়ে ল'ৰা-ছোৱালীবোৰৰ মনৰ দিগন্ত বহলাই দিয়ে। সম্পৰ্কত ত্ৰৈলোক্যেশ্বৰী সাহিত্যৰথী বেজবৰুৱাৰ নাতিনী। নাতিনীয়েক 'চম্পা'ৰ পুথি দুখনিৰ বিষয়ে তেওঁ সন্তুষ্টি প্ৰকাশ কৰি গৈছে। বেজবৰুৱাই লেখিছে—"এতিয়া চিন্তাশীল আৰু তত্ত্ববিদসকলে বুজিছে যে কোনো এটা জাতিৰ এটা পুৰণি সাধুকথাৰ বুৰঞ্জী আৰু এটা শব্দৰ বুৰঞ্জী এখন ডাঙৰ যুদ্ধৰ বুৰঞ্জীতকৈও মূল্যবান।" গতিকে পুৰণি জাতীয় জীৱনক জানিবৰ কাৰণে "সাধু-কথা" আৰু "সন্ধিয়াৰ সাধুৱে" যথেষ্ট ইন্ধন যোগাইছে। সাধাৰণতে ল'ৰা-ছোৱালীৰ মনৰ খোৰাক যোগাই চৰিত্ৰ গঠন কৰিবলৈ আমি আগ নাবাঢ়ো। যি কেইজন আগ্ৰহী—তেওঁলোক সকলোৱে কৃতকাৰ্য্য হৈছোঁ বুলি দাবী কৰিব নোৱাৰো কিন্তু দুখন পুথি ৰচনা কৰিয়ে ত্ৰৈলোক্যেশ্বৰী দেৱী বৰুৱানীয়ে শিশু আৰু পাঠক সমাজৰ অন্তৰ জয় কৰিবলৈ সমৰ্থ হৈছে। সংখ্যাৰ ফালৰ পৰা চাবলৈ গলে তেওঁৰ পুথিৰ সংখ্যা তেনেই নগণ্য। কিন্তু মূল্যৰ ফালৰ পৰা ইয়াৰ গুৰুত্ব অসীম। জাতীয় জীৱনৰ পুৰণি ভিতৰুৱা আচাৰ-ব্যৱহাৰ, ধ্যান-ধাৰণা, ৰীতি-নীতি আদি পুথি দুখনত সোমাই আছে"।

ত্ৰৈলোক্যেশ্বৰীয়ে যি সময়ত হাতত কলম তুলি লৈছিল সেই সময়ত ভাৰতীয় আঞ্চলিক ভাষাসমূহৰ লেখিকাৰ সংখ্যা তেনেই নগণ্য। হিন্দী সাহিত্যত সুভদ্ৰাকুমাৰী চৌহান আৰু মহাদেৱী বৰ্মাই অৰিহণা যোগাই আছিছে। সমাজ ৰক্ষণশীল হোৱা বাবে

সাহিত্য প্ৰতিভা থকা অনেক নাৰীয়ে হাতত কলম তুলি লোৱা নাছিল। ত্ৰৈলোক্যেশ্বৰী অসমীয়া নাৰী সমাজৰ বাবে উজ্জ্বল আহি। ইচ্ছা থাকিলে পঢ়াশালি নেদেখিলেও কেনেদৰে সাহিত্য চৰ্চা কৰিব পাৰি তেওঁ দেখুৱাই গ'ল। তেওঁ কৰলগীয়াখিনি কথাৰ বান্ধ বাখি, কিটিপ লগাই কৈ গৈছে। তেওঁ ভালদৰে উপলব্ধি কৰিছিল যে আজিৰ শিশু কালিলৈ দেশৰ ধৰণীস্বৰূপ। সৰু কালতে নিজক গঢ় দিব নোৱাৰিলে ডাঙৰ হলে অনুতাপ আৰু অনুশোচনা কৰিব লাগে। তেওঁ সাধু কথাৰ ৰূপকৰ মাজেদি শিশুৰ নৈতিক চৰিত্ৰ গঠন কৰিব বিচাৰিছে। যিহেতু অনেক চৰিত্ৰৰ সমষ্টিৰে সমাজ গঠিত হৈছে, সেয়েহে সৰুতে ভাল চৰিত্ৰৰ শিশু গঢ় দিয়াব নোৱাৰিলে, সেই সমাজ পংগু হৈ পৰে। এই কথা লক্ষ্য কৰিয়ে ত্ৰৈলোক্যেশ্বৰী দেৱী বৰুৱানীৰ সাধুকথাবোৰত নৈতিক চৰিত্ৰৰ গুৰুত্ব আৰোপ কৰা দেখা যায়। নৰিয়াপাটিত পৰি অলস জীৱন কটোৱাতে তেওঁ সীমাবদ্ধ নাছিল। মনপক্ষী ঘোঁৰা চেকুৰাই শিশুসকলক বিভিন্ন ৰাজ্যত ঘূৰাই ফুৰাইছিল—সেয়ে তেওঁ আমাৰ পথপ্ৰদৰ্শিকা।

ত্ৰৈলোক্যেশ্বৰী দেৱী বৰুৱানীয়ে সুদীৰ্ঘ ৭৯ বছৰ পৰমায়ু লাভ কৰি ১৯৫৪ চনৰ ১৪ এপ্ৰিল, বুধবাৰে ইহলীলা সম্বৰণ কৰে। ●●

# হিমলা বৰুৱানী

শ্ৰীমতী সান্ত্বনা বৰুৱা

"পৰাণে বিচাৰে
মোৰ হে মৃত্যু সুন্দৰ
শান্তিময় আলিঙ্গনে জুৰুৱা অন্তৰ।
জ্বলিছে হৃদয় মোৰ
নেপাওঁ তৰণি,
বুকুত সাৱটি চালো মৃত্যু
শান্তিয়নী।"

"পুত্ৰ শোকত অসহনীয় বেদনাৰ মূৰ্ত প্ৰকাশ' বিননি'ৰ পাতে পাতে-- এই বিষাদ বেদনাৰ অন্ত কেৱল শান্তিয়নী মৃত্যুৱেহে আনি দিব পাৰে। আৰু এই শান্তি দিব পাৰিব চিৰ কৰুণাময়ৰ কৃপা দৃষ্টিয়ে। সেয়ে নিবেদন---



জন্ম—১৮৭৭ চন, মৃত্যু—১৯৪৮ চন

শক্তি দিয়া প্ৰভু মোক হৃদয়ৰ যত দুখ
হাঁহি মুখে উপেক্ষিব পাৰোঁ ;
শক্তি দিয়া প্ৰভু মোক তোমাৰ চৰণে শিৰ
দিনে ৰাতি ৰাখিব যেন পাৰোঁ।"

এয়া বেদনাই ব্যক্তিত্ব মধুৰ কৰা মহিয়সী এগৰাকী মাতৃৰ জীৱন উপলব্ধিৰ শেষত পৰম কৰুণাময়ৰ ওচৰত কৰা আত্মাৰ নিঃশেষ সমৰ্পণ---এয়া কবি হিমলা বৰুৱানীৰ অন্তৰ খুবলি খুবলি খোৱা অন্তহীন দুখৰ মাজতো পৰম ভক্তিৰে পৰমাত্মা আৰু গতিশীল সৃষ্টিৰ শ্বাশ্বত সত্যক অভিযোগহীন মনেৰে (তোমাৰ ধন তুমি নিলা---

দিবা চৰণত ঠাই) মানি ল'ব পৰা চাৰিত্ৰিক দৃঢ়তাৰ এগৰাকী মহিয়সী পৱিত্ৰ আত্মাৰ মাতৃ। আধুনিক অসমীয়া সাহিত্যৰ আৰম্ভণিৰ যুগতে প্ৰকাশিত তেখেতৰ কবিতাৰ পুথি "বিননি"ত চিৰন্তন মাতৃপ্ৰেমৰ মূৰ্ত প্ৰকাশৰ লগতে ভগৱানৰ ওচৰত কৰা আত্ম-নিবেদনৰ মাজেৰে ভাৰতীয় নাৰীৰ ভক্তিপূৰ্ণ আৰু আধ্যাত্মিক শক্তিৰে বলীয়ান আত্মাৰ দৃঢ় ৰূপ ফুটি উঠিছে।

যোৰহাটৰ চাহ খেতিয়ক তহচিলদাৰ স্বৰ্গীয় বিষ্ণুৰাম বৰুৱাৰ দ্বিতীয়া কন্যা হিমলা বৰুৱানীৰ ১৮৭৭ চনৰ আহাৰ মাহত তেওঁলোকৰ আদি বাসস্থান যোৰহাটৰে পকামুৰাত জন্ম হৈছিল। মাতৃৰ নাম আছিল চন্দ্ৰাৱতী বৰুৱা। পিছত পকামুৰাৰ পৰা জালুকনিবাৰীৰ ঠেঙালৰ ঘৰলৈ আহে। বিখ্যাত চাহ খেতিয়ক স্বৰ্গীয় শিৱপ্ৰসাদ বৰুৱা তেখেতৰ ভায়েক আছিল। সেই সময়ত অসমৰ পঢ়াশালিত বঙলা ভাষাৰ সলনি পুনৰ অসমীয়া ভাষাৰ মাধ্যমত শিক্ষা দিয়াৰ ব্যৱস্থা হৈছিল যদিও বঙালী ভাষাৰ প্ৰাধান্য কমা নাছিল। হিমলা বৰুৱানীৰ প্ৰথম বিদ্যাৰম্ভ বঙালী ভাষাৰ যোগেদিহে হৈছিল। পঢ়াশালিৰ পণ্ডিতজনৰ নাম জুৰায় আছিল। তেওঁ কানি খাইছিল কাৰণে জুৰায় কানীয়া বুলিহে মানুহে কৈছিল। তেওঁ হিমলা বৰুৱানীৰ বিয়াৰ পিছত লগতে শিৱসাগৰলৈ আহে। তেখেতৰ কন্যা এসময়ৰ মিলনৰ "নিৰ্ভাজ অসমীয়া গল্প লিখিকা" আৰু সমাজ সেৱিকা শ্ৰীযুতা সুধা বৰুৱাৰ মুখৰ পৰা শুনামতে সৰুৰে পৰাই তেখেত চোকা বুদ্ধিৰ আছিল, শ্ৰেণীত প্ৰথম হৈ বহু পুৰস্কাৰ পাইছিল। ঘৰুৱা খেলা ধূলাতো তীক্ষ্ণ বুদ্ধিৰ আছিল। ৰন্ধা-বঢ়া, চিলাই কৰা, তাঁত-সূত বোৱা সকলোতে নিপুণ আছিল। পঢ়া-শুনা কৰি খুব ভাল পাইছিল। হিমলা বৰুৱানীয়ে অলপ ডাঙৰ হোৱাৰে পৰাই কলিকতাৰ পৰা বঙালী গল্প, উপন্যাস, ধৰ্মপুথি আৰু আলোচনী আদি ডাকযোগে অনাই পঢ়িছিল। তেতিয়াৰ সমাজ ব্যৱস্থাত হোৱালীৰ গতি-বিধি সীমিত আছিল। অভিজাত ঘৰৰ জীয়াৰী, বোৱাৰী বাহিৰলৈ ওলাই গ'লে লগত লিগিৰীয়ে জাপিৰে আঁৰ দি যায়। হিমলা বৰুৱানীৰ সাহিত্যানুৰাগী মনক এই সীমাবদ্ধতাই সামৰি ৰখা নাছিল। ১৮৯৮ চনত তেখেতৰ বিয়া হয়। তেখেতৰ স্বামী প্ৰথম অসমীয়া অভিধান প্ৰণেতা শিৱসাগৰৰ স্বৰ্গীয় জাদুৰাম বৰুৱাৰ আজোনাতি স্বৰ্গীয় ৰাধিকাপ্ৰসাদ

বৰুৱাৰ ঘৰত সাহিত্য সংস্কৃতিৰ পৰিবেশ আদিৰে পৰাই আছিল। হিমলা বৰুৱানীৰ কলাসেৱী মনে এই সাহিত্যিক আৰু সাংস্কৃতিক বাতাবৰণত আৰু প্ৰসাৰতা লাভ কৰিলে। স্বৰ্গীয়া ৰাধিকাপ্ৰসাদ বৰুৱা শিক্ষিত ব্যক্তি আছিল, তেখেতে জোনাকীত প্ৰবন্ধ-পাতি লিখিছিল। তেখেতে দান দিয়া মাটিতে এতিয়াৰ শিৱসাগৰৰ নাট্য সমাজৰ ঘৰ গঢ়ি উঠিছে। হিমলা বৰুৱানীৰ সাহিত্য চৰ্চাত তেখেতে উৎসাহ দি কিতাপ উপহাৰ দিছিল। কলিকতাৰ পৰা ওলোৱা সেইসময়ৰ মহিলাসকলৰ আলোচনী "অন্তঃপুৰ"ৰ গ্ৰাহিকা কৰি দিছিল। তেতিয়াৰ পৰাই তেখেতে কবিতা, প্ৰবন্ধ লিখিছিল। এবাৰ পুৰীলৈ যাওঁতে কিছুমান সুন্দৰ বৰ্ণনামূলক কবিতা লিখিছিল। কিন্তু সেইখিনি হাতে লিখা অৱস্থাতে উঁইয়ে খাই নষ্ট কৰে। যুৱতী বয়সতে মৃত্যু হোৱা ভনীয়েক এগৰাকীৰ স্মৰণতো বিষাদৰ কবিতা কেইটামান ৰচনা কৰিছিল। শেষত 'বিননি'য়ে তেখেতৰ সাহিত্য সৃষ্টিৰ পূৰ্ণ স্বাক্ষৰ বহন কৰিছে।

হিমলা বৰুৱানীয়ে সাহিত্য চৰ্চাৰ উপৰিও ঘৰুৱা আন সকলো কামকে নিখুঁতভাবে কৰিবলৈ প্ৰয়াস কৰিছিল। ৰন্ধা, চিলাই কৰা, তাঁতবোৱা আদিত নিজৰ কলাসুলভ মন আৰু মৌলিকতাৰ পৰিচয় ফুটি উঠিছিল। যি কোনো কামকে উৎকৃষ্ট ভাবে নিখুঁতকৈ কৰাৰ যত্ন কৰিছিল। তেতিয়াৰ দিনত উলৰ কামৰ চানেকি পাবলৈ নাছিল যদিও তেখেতে কিনা মোজা খুলি তাৰ পৰা চানেকি তুলিছিল। কাৰ্পেটত ফুল তুলি জোতা চিলোৱাই গোসাঁই ঈশ্বৰলৈ পঠাইছিল। কেঁচা মুগা কটাৰ নিয়ম তেখেতেই আৰম্ভ কৰে আৰু সেই সোণবৰণীয়া সূতাৰে কাপোৰ বৈ গুণাৰ ফুল তুলি সুন্দৰ সাজ-পোচাক কৰিছিল আৰু জীয়াৰী বোৱাৰীকো সেই কলা শিকাইছিল। বৰপুত্ৰ ভগৱতীপ্ৰসাদে সোণাৰিৰ ঘৰৰ নাম সেয়েহে "সোণালী-ধাম" ৰাখিছিল। সুন্দৰক সুন্দৰতম কৰি তোলাৰ প্ৰয়াস তেখেতৰ কথাই কামে স্পষ্ট হৈ পৰিছিল। আৰু তেখেতৰ এই উচ্চমানৰ প্ৰতিভাৰে ঘৰৰ, ল'ৰা-ছোৱালীৰ আৰু ওচৰৰ পৰিবেশক আচ্ছন্ন কৰি ৰাখিব পাৰিছিল।

বিয়াৰ পিছত হিমলা বৰুৱানী শিৱসাগৰৰ পৰা সোণাৰিৰ ঘৰলৈ আহে যদিও ল'ৰা-ছোৱালীৰ শিক্ষাৰ কাৰণে প্ৰায়ে শিৱসাগৰত আছিল। তাত থাকোঁতে তেখেতে ৺কমলালয়া কাকতি আৰু ৺মাইচেনা দেবী-হঁতৰ লগত মিলি মহিলা সমিতি পাতিছিল। তাত বহুত উপদেশপূৰ্ণ প্ৰবন্ধ-পাতি লিখি পঢ়িছিল। সেই সময়ত ঘৰে ঘৰে গোপিনীসবাহ হৈছিল। তেনে সবাহত তেখেতে বৰগীতৰ পৰা নতুন নিয়মেৰে নাম উলিয়াই গাইছিল। শিৱসাগৰত পতা জয়মতী উছৱত যোগদান কৰিছিল—এবাৰ ইয়াৰ অভ্যৰ্থনা সমিতিৰ সভানেত্ৰী হৈ সুন্দৰ সাৰ-গৰ্ভ অভিভাষণ লিখিছিল। জীৱনৰ শেষলৈকে সাহিত্য চৰ্চা আৰু অধ্যয়ন অব্যাহত আছিল। বঙালী ভাষাৰ মানবিশিষ্ট আলোচনী প্ৰবাসী, বিচিত্ৰা, ভাৰতবৰ্ষ, দেশ আদি আৰু ৰবীন্দ্ৰনাথ, শৰৎচন্দ্ৰ, বঙ্কিমচন্দ্ৰ, অনুসূয়া দেবীকে আদি কৰি সেই সময়ৰ বিখ্যাত লিখক-সকলৰ কিতাপৰ সংগ্ৰহ আছিল। অসমীয়া আলোচনী অৰুণোদই, জোনাকী, বাঁহী, উষাৰ পৰা আৱাহনলৈ আৰু সেই সময়ৰ মুষ্টিমেয় অসমীয়া লিখকৰ লিখনীৰ সংগ্ৰহো তেখেতৰ আছিল। ভক্তিপৰায়ণ মনে কীৰ্ত্তন ঘোষা, ভাগৱতৰ পদ কণ্ঠস্থ কৰাৰ উপৰিও সেইবিলাকৰ তত্ত্ব আনকো সুন্দৰভাবে বুজাব পাৰিছিল। ভগৱৎ প্ৰেমত অবিচলিত মনে সেই কাৰণেই বোধকৰোঁ পুত্ৰশোকৰ অসহ্য বেদনাৰ মাজতো স্থিত-প্ৰজ্ঞ হৈ ভগৱানক সাৰোগত কৰি নিঃশেষে আত্মনিবেদন কৰাৰ প্ৰয়াস কৰিব পাৰিছিল।

হিমলা বৰুৱানীৰ জীৱনলৈ বহুতো দুৰ্য্যোগ আহিছিল। ১৯২৩ চনত প্ৰথমা কন্যা কমলাৰ মৃত্যু শোক পায়। ১৯২৫ চনত স্বামী বিয়োগ ঘটে। ৰৰপুত্ৰ ভগৱতীপ্ৰসাদৰ নিৰ্ভৰ আশ্বাসত আৰু ভগৱানৰ প্ৰতি অবিচলিত আস্থাই বাকী থকা ছটি পুত্ৰকন্যাৰে সংসাৰ তৰণীক আগবঢ়াই নিয়াৰ শক্তি যোগায়। তেখেতৰ অসীম অনুপ্ৰেৰণাত সোণাৰিৰ "সোণাজীপাম"ৰ ঘৰ সাহিত্য-কলাৰ সাধনাৰে মুখৰিত হৈ উঠে। তেখেতৰ উন্মাদিত সৰুপুত্ৰ শিল্পী স্বৰ্গীয় মোক্ষদাপ্ৰসাদ বৰুৱাৰ সম্পাদনাত হাতে লিখা "ঘৰ জেউতি" নামৰ আলোচনী মাহে মাহে প্ৰকাশ হয়। (সেই নাম অনুকৰণ কৰি পিছত শিৱসাগৰৰ পৰা মহিলা আলোচনী ছপা হৈ ওলাইছিল।) তাত নিয়মিতভাৱে তেখেতে কবিতা প্ৰবন্ধ লিখিছিল। মাজুপুত্ৰ গীতিকবি, সুৰকাৰ স্বৰ্গীয় পাৰ্বতি-

প্ৰসাদক গান গোৱাত উৎসাহ যোগাইছিল। অসমীয়া নামৰ সুৰত আধুনিক গীত লিখি তেখেতৰ পৰা অনুমোদন আৰু প্ৰশংসালাভ কৰে। বৰপুত্ৰ ভগৱতীপ্ৰসাদ আছিল গভীৰ ব্যক্তিত্বেৰে অসাধাৰণ প্ৰতিভাশালী পুৰুষ। তেখেতৰ কবিতা আৰু লিখনি এতিয়াও সাহিত্যিক আৰু সমালোচকৰ গভীৰ আগ্ৰহৰ বস্তু। ১৯৩৩ চনত দিচাংনৈৰ দুৰ্ঘটনাত তেখেতৰ লগতে পত্নী সত্যৱতী, পুত্ৰ দীপ পোনা, সৰু ভনীয়েক প্ৰতিমা আৰু লিগিৰী সৰুদৈৰ সলিল সমাধি ঘটে। নিয়তিৰ এই নিষ্ঠুৰতাত হিমলা বৰুৱানী অসহ্য বেদনাত অভিভূত হৈ পৰে। এই বেদনাত মাতৃ বুকুত যি কৰুণ বিষাদৰ সুৰ ধ্বনিত হ'ল, সেয়ে তেওঁৰ মনত গভীৰ জীৱনবোধক সৃষ্টি কৰিলে। গভীৰ বিষাদ আৰু ভগৱানৰ প্ৰতি অভিমানৰ লগতে এই জীৱনবোধ তেখেতৰ বেদনাহত স্বতঃস্ফূৰ্তভাৱে প্ৰকাশ পোৱা 'বিননি'ৰ কবিতাৰাজিৰ মাজত সুন্দৰভাৱে প্ৰকাশ পাইছে। ভগৱানৰ প্ৰতি অসীম বিশ্বাস আৰু ভক্তি তেওঁৰ ধৰ্মপ্ৰাণ জীৱনৰ প্ৰতি খোজতে ওতঃপ্ৰোতঃভাৱে জড়িত হৈ আছে আৰু সেয়েহে দুৰ্বিসহ বেদনাত জৰ্জৰিত হৈও প্ৰায়ে শেষত ভগৱানৰ ওচৰতে আত্মসমৰ্পণ কৰিছে। তেখেতে লিখা "আই" নামৰ প্ৰৱন্ধত মাতৃ আৰু সন্তানৰ স্বৰ্গীয় নিবিড় সম্বন্ধ আৰু মাতৃত্বইহে তিৰোতাৰ জীৱনৰ পূৰ্ণবিকাশ আৰু সুসন্তান পালন কৰা প্ৰতি তিৰোতাৰ জীৱনৰ শ্ৰেষ্ঠ ব্ৰত হোৱা উচিত সেই মন্তব্য দাঙি ধৰিছে। "বিননি"ৰ কবিতাৰাজিত নাৰী জীৱনৰ পৰম ধন সেই সন্তানক হঠাতে হেৰুৱাব লগা হোৱাৰ কৰুণ হাহাঁকাৰ আমি দেখা পাওঁ। প্ৰকৃতিৰ প্ৰতিটি সুন্দৰ বস্তুতে সন্তানৰ উপস্থিতিৰ আভাস সন্তানপ্ৰৱণ মাতৃহৃদয়ে অনুভৱ কৰিছে।

চাব তই জানিলে নিতৌ দেখা পাবি
আজি অকল নহওঁ তোৰ
বহল চকু মেলি দেখিবলৈ পালোঁ
গোটেইখন ব্ৰহ্মাণ্ড মোৰ।
পুৱাৰ সুৰুযত দেখিবলৈ পাবি
তোৰ মইনাৰ মিচিকি হাঁহি— ।"

শেষত ভগৱানৰ ইচ্ছা মানি লৈ তেওঁতে আশ্ৰয় লৈ মনক দৃঢ় কৰাৰ যত্ন কৰিছে। মাতৃপ্ৰেম আৰু সন্তানক হেৰুৱাব লগা হোৱা

কৰুণ শোক সৰ্বকালৰ, ইয়াত দেশ বা পাত্ৰৰ ব্যৱধান নাই। এই চিৰন্তন মাতৃ প্ৰেমৰ হাহাঁকাৰ প্ৰতিবিম্বিত হোৱা "বিননি"ও সেয়েহে ইমান আৱেদনশীল। এই হাহাকাৰৰ শেষ নাই—কেৱল পৰমেশ্বৰৰ অসীম কৰুণাই আদৰি অনা মৃত্যুৱেহে শান্তিয়নী জলৰ দৰে বুকুৰ উত্তাপক শীতল কৰিব পাৰিব। মৃত্যুৰ ক্ষণ গণি ভগৱানৰ বিচাৰক মানি লৈ দৃঢ়ভাৱে জীৱনৰ শেষ দিনকেইটা অতিক্ৰম কৰাৰ শক্তি তেখেতে প্ৰাৰ্থনা কৰিছে। আৰু চিৰ বিদায় লোৱা কেইজনেও যাতে ভগৱানৰ অসীম কৰুণাৰ আশ্ৰয় লাভ কৰে তাকো তেখেতে কাকুতি কৰি প্ৰাৰ্থনা কৰিছে।

"তোমাৰ ধন তুমি নিলা মোৰ একো নাই
তোমাৰ পাৱত সঁপি দিলোঁ, দিবা চৰণত ঠাই।"

এই শক্তি অসীম কৰুণাময়ে তেখেতক যাচিছিলে। স্বৰ্গীয়া কবি হিমলা বৰুৱানী মোৰ পিতামহী। বাল্যকাল আৰু কৈশোৰৰ দিনবোৰত তেখেতৰ নিবিড় সান্নিধ্য লাভ কৰাৰ সৌভাগ্য মোৰ ঘটিছিল। সেই দিনৰ স্মৃতি মন্থন কৰিলে দেখা পাওঁ আইদেউতাৰ ধীৰ, স্থিৰ, স্নিগ্ধ মিঠা ব্যক্তিত্বৰ প্ৰভাৱে আমাৰ লৰালিৰ মন জগত আৱৰি ৰাখিছে। ডাঙৰ হৈ বুজিছিলোঁ—আইদেউতা কিমান প্ৰতিভা-শালী আছিল। সৰুতে কিন্তু তাৰ বিচাৰভাৰ মনলৈ অহা নাছিল। আইদেউতা সেই সময়ত অৰ্দ্ধাঙ্গী ৰোগত ভুগিছিল। কিন্তু মনক অসুখে সেও মনাব পৰা নাছিল। সৌম্য উজ্জ্বল চকুৰে গৌৰবৰ্ণৰ আইদেউতাক আমি অতি আপোন, সাধুকথাৰ সঁফুৰা, জ্ঞানৰ ভৰাল, পবিত্ৰ আত্মা বুঢ়ীআই ৰূপে পাইছিলোঁ। এতিয়া বুজিছোঁ—তেখেত কেৱল কবি, বিদুষী, সাহিত্যানুৰাগীয়ে নহয়, আধ্যাত্মিক শক্তিৰে বলীয়ান এগৰাকী আদৰ্শৱতী নাৰী

বেদনাই ব্যক্তিত্ব গধুৰ কৰা আইদেউতাই হয়তো আমি নাতি নাতিনীহঁতৰ মাজতে, সাহিত্য চৰ্চাৰ আৰু ভগৱৎ প্ৰেমৰ মাজেৰে নিজৰ দুখক পাতলাই ৰাখিছিল। সেই স্নিগ্ধ সোঁৱৰণী ভৰা দিন বোৰলৈ উভতি চালে আইদেউতাৰ নিত্য নৈমিত্তিক গোসাঁই সেৱাৰ লগতে আমাক প্ৰতিটি কথাকে নিপুণভাৱে শিকাবলৈ যত্ন কৰা, আৰু সাহিত্য আলোচনা, মাজে মাজে থৰক বৰক খোজেৰে ৰাজনিঘৰত মিঠা মিঠা আজা বজা এই ছবিবোৰ মানসপটত ভাহি উঠে। ন্যায়-

অন্যায়, ঈশ্বৰৰ প্ৰতি সম্যক জ্ঞান, পাপভয়, বিচাৰ বুদ্ধিৰ ভাব তেখে-তেই শিকাইছিল। আমি গধুলি পাঠ্যপুথি পঢ়াৰ পাছত নামঘোষা বা মহাভৰত, ৰামায়ণৰ অধ্যায় পঢ়ি শুনাব লাগিছিল। প্ৰতিটি কথা ৰস লগাকৈ বুজাইছিল। অসমীয়া আৰু বঙালী সাহিত্যৰ লগত পৰিচয় ঘটোৱাই দিছিল। তেখেত গান্ধীজীৰ পৰম ভক্তা আছিল। বাতৰি কাকত পঢ়ি দেশৰ সকলো খবৰৰ প্ৰতি সচেতন আছিল। গান্ধীজীৰ মৃত্যুত গভীৰ শোক পাইছিল। পুৰণা "ঘৰ জেউতি"ৰ পৰম্পৰা ৰাখিবলৈ তেখেতৰ উৎসাহত আমিও দুই এখন হাতেলিখা "ঘৰ জেউতি" উলিয়াইছিলোঁ। তেখেতে তাত "মহাত্মা" নামৰ কবিতা এটি লিখিছিল। সেইটোৱেই তেখেতৰ শেষ কবিতা। সেই বছৰতে অৰ্থাৎ ১৯৪৮ চনৰ ৭ জুনত তেখেতৰ মৃত্যু হয়। "গীতা"ৰ গান্ধী ভাষ্যখন তেখেতৰ খুব প্ৰিয় আছিল। মৃত্যুৰ সময়তো সেইখন বুকত লৈ আছিল। ইমান দিনৰ পিছতো তেখেতৰ অবিনশ্বৰ আত্মাৰ উপস্থিতি যেন আমাৰ দেহৰ ৰন্ধ্ৰে ৰন্ধ্ৰে অনুভৱ কৰি আছোঁ।

বাগ্মীবৰ কবি নীলমণি ফুকনদেৱে 'বিননি'ৰ পাতনিত সুন্দৰ-ভাবে তেখেতৰ চৰিত্ৰ আৰু ব্যক্তিত্ব আমি অনুভৱ কৰাৰ দৰেই ফুটাই তুলিছে। "পুৱা গধুলি গোসাঁই ঘৰত সোমাই ইষ্টদেৱতাক তুতি কৰি পৰমানন্দ লোকত বাস কৰা, শাস্ত্ৰ ভাগৱত আলোচনা কৰা যাৰ নিত্য নৈমিত্তিক ক্ৰিয়া, নিষ্ঠা, সদাচাৰ যাৰ প্ৰতি মুহূৰ্তৰ আচৰণ, ভ্ৰমতো যি পৰৰ গ্লানি গাই এধানমানো সুখ নাপায়—সেই গৰাকী দেৱীতুল্যা মাতৃৰ প্ৰতি বিধি পিদাৰুণ হ'ল যদিও সকলো কথা তেওঁতে সমৰ্পণ কৰি নিজকে নিজেই সান্ত্বনা দিব পৰা আধ্যাত্মিক শক্তিৰে তেওঁ মহিমাময়ী হৈ পৰিছিল। "বিননি"ৰ পাতে পাতে চিৰন্তন মাতৃ প্ৰেমৰ লগতে ভগৱান আৰু সৃষ্টিৰ প্ৰতি গভীৰ উপলব্ধিৰ প্ৰকাশ ঘটিছে আৰু ভগৱৎ চৰণেই জীৱনৰ চৰম প্ৰাৰ্থনাৰূপে লৈ ভগৱানৰ ওচৰত আত্মসমৰ্পণ কৰিছে।"

অসমীয়া ভাষাৰ পুনৰ প্ৰতিষ্ঠাৰ যুঁজ চলি থকাৰ যুগতে ৰচনা কৰা পুথি ৰূপেও "বিননি"ৰ এটি সাহিত্যিক মূল্য আছে। আৰু চিৰন্তন মাতৃপ্ৰেমৰ আৰু শোকৰ মূৰ্ত প্ৰকাশ আৰু আধ্যাত্মিকতাবাদৰ গভীৰতাই "বিননি"ক সাৰ্থক সাহিত্যৰ ৰূপ দিব পাৰিছে।

সেই গৰাকী মহিয়সীৰ জীৱন সোঁৱৰণেৰে তেখেতৰ পবিত্ৰ আত্মাৰ প্ৰতি মোৰ মৰম আৰু ভক্তিপূৰ্ণ সেৱা জনাইছোঁ। ●●

# নিকুঞ্জলতা চলিহা

শ্ৰীমতী স্নিগ্ধাৰাণী গগৈ



জন্ম ঃ অনুমানিক ১৮৭৭ চন
মৃত্যু ঃ ১৯৪৮ চন

অসমীয়া সাহিত্যৰ ভঁৰালত যিসকল মহিলাই তেখেত সকলৰ বৰ্ণাঢ্য সাহিত্য সম্ভাৰেৰে অৱদান আগবঢ়াইছিল সেইসকলৰ ভিতৰত স্বৰ্গীয়া নিকুঞ্জলতা চলিহায়ো এমুঠি থ'বলৈ সক্ষম হৈছিল। অনুমানিক ১৮৭৭ চনত নিকুঞ্জলতা চলিহাৰ জন্ম হয়। তেখেতৰ 'স্তুতিমালা' নামৰ পুথিত উল্লেখ আছে যে তেখেতৰ জন্ম "শিৱমানাৰ ভাদত।"

স্বৰ্গীয়া নিকুঞ্জলতা চলিহাৰ পিতৃ আছিল নামতিয়াল বংশৰ ৺দামোদৰ বৰুৱা আৰু মাতৃৰ নাম ৺লম্বিতা বৰুৱা। লম্বিতা বৰুৱা আছিল দেশৰ হকে ফাঁচি কাঠত ওলমা ৺মণিৰাম দেৱানৰ কন্যা।

নিকুঞ্জলতাৰ স্বামীৰ নাম ৰায়বাহাদুৰ কালিপ্ৰসাদ চলিহা। ৺কালিপ্ৰসাদ চলিহাই প্ৰথমে নিকুঞ্জলতাৰ বায়েকক বিয়া কৰাইছিল। কিন্তু বায়েকৰ অকাল মৃত্যু হোৱাত দেউতাকে দ্বিতীয়া কন্যা নিকুঞ্জলতাক কালিপ্ৰসাদ চলিহালৈ বিয়া দিয়ে।

ফুলকুমলীয়া নিকুঞ্জলতাই বিয়াৰ পিছত এখন ডাঙৰ সংসাৰৰ গুৰুভাৰ বহন কৰিবলগীয়াত পৰিছিল। শাহুয়েকৰ অবৰ্ত্তমানত বুঢ়া শহুৰ, দহ-এঘাৰজন পঢ়া ল'ৰা আৰু আত্মীয় স্বজনেৰে প্ৰায় ত্ৰিশ-পঁয়ত্ৰিশ জনেৰে ভৰা সংসাৰত সোমাই পৰিছিল। তেখেতৰ

প্ৰথম সাংসাৰিক জীৱনৰ আলে-আহুকালৰ কথা শুনিলে সাধুকথা শুনা যেনহে লাগে।

লেখা-পঢ়াৰ প্ৰতি নিকুঞ্জলতাৰ অদমনীয় হেপাহ আছিল। ছোৱালীকালত শিক্ষা গ্ৰহণৰ তেনে কোনো সুযোগ নেপালে। বিয়াৰ পিছতো তেখেতৰ সেই আগ্ৰহ কমা নাছিল। তেখেতৰ কোনো ঘৰুৱা শিক্ষকো নাছিল। বিবাহিত জীৱনৰ ঘৰ-সংসাৰৰ সকলো জা-জঞ্জাল মাৰি তেখেতৰ সমবয়সীয়া ভাগিনীয়েক ৺আনন্দিৰাম বৰুৱাৰ ওচৰত পঢ়িবলৈ লৈছিল। ফলস্বৰূপে অসমীয়া আৰু বঙালী ভালদৰে আয়ত্ব কৰাৰ উপৰিও ইংৰাজীৰো আখৰ পৰিচয় হৈছিল। যুক্তাক্ষৰ ভালদৰে আয়ত্ব কৰিব নোৱাৰাটোৱেই তেখেতৰ দুঃখ আছিল।

পৰাধীন যুগৰ কঠোৰ সমাজ ব্যৱস্থাৰ মাজত থাকিও ৺নিকুঞ্জলতা চলিহাই ভালেমান সমাজহিতকৰ কাম কৰি থৈ গৈছে। তেখেতে সেই সময়ৰ জীয়ৰী-বোৱাৰী সকলক শিক্ষা-দীক্ষা দিয়া, চিলাই কাম আদি কৰিবলৈ শিকোৱা, নানা তৰহৰ ৰুচিপূৰ্ণ খাদ্য সামগ্ৰী প্ৰস্তুত কৰা—আদি কামত আগ্ৰহ দেখুৱাইছিল। তেখেতৰ দিনতেই খুব উলহ-মালহেৰে জয়মতী উৎসৱ পালন কৰা হৈছিল। বৰজাপিৰ আঁৰ লৈয়ো যে দেশসেৱা কৰিব পাৰি তাৰে এইয়া প্ৰত্যক্ষ নিদৰ্শন।

নিকুঞ্জলতা চলিহাৰ উলগণিতে বৰ বোৱাৰী ৺কনকলতা চলিহা আৰু বৰজীয়াৰী ৺কমলালয়া কাকতিয়ে তেতিয়াৰ দিনতে ৰাইজৰ কাম কৰিবলৈ ঘৰৰ বাহিৰলৈ ওলাই আহিছিল আৰু যুটীয়াভাৱে সম্পাদনা কৰি 'ঘৰ জেউতি' নামৰ প্ৰথম মহিলা আলোচনী উলিয়াব পাৰিছিল।

বৰ্তমান শিৱসাগৰ নগৰৰ প্ৰৱেশদ্বাৰত ৺নিকুঞ্জলতা চলিহা অঙ্গনাৱাড়ী নাৰী আৰু শিশু প্ৰশিক্ষণ কেন্দ্ৰটি অৱস্থিত। এই কেন্দ্ৰটি তেখেতৰ জীয়েক ডাঃ নিৰ্মলা চলিহাই মাকৰ নামত প্ৰতিষ্ঠা কৰে। এসময়ত এই ঠাইতে ৺নিকুঞ্জলতা চলিহাৰ উদ্যোগত শিপিনী ভঁড়াল গঢ়ি উঠিছিল। বহুতো মহিলাই এতিয়া এই কেন্দ্ৰত প্ৰশিক্ষণ লৈ আছে। এই অনুষ্ঠানৰ সভানেত্ৰী সৰুবোৱাৰী শ্ৰীমতী অময়া চলিহা আৰু সম্পাদক নাতি শ্ৰীসত্যব্ৰত চলিহা। এই অনুষ্ঠানে এতিয়াও তেখেতৰ স্মৃতি চিৰসেউজীয়া কৰি ৰাখিছে। তদুপৰি তেখেতৰ

স্মৃতিৰ অৰ্থে তেখেতৰ ল'ৰা আৰু নাতি ল'ৰাহঁতে শিৱসাগৰৰ ফুকন নগৰৰ প্ৰাথমিক বিদ্যালয়ৰ ভৱনটো দান দিছে।

নিকুঞ্জলতা চলিহা এগৰাকী সাহিত্যানুৰাগী মহিলা আছিল। সাহিত্যাকাশত তেখেত জোটাতৰা নহ'লেও নাৰী শিক্ষাৰ প্ৰচলন নথকাৰ যুগতে সামান্য আক্ষৰিক জ্ঞানেৰে তেখেতে যি অৱদান দি থৈ গৈছে তাক বহুমূলীয়া বুলি ক'লেও অত্যুক্তি কৰা নহ'ব।

তেখেত এগৰাকী নামতীও আছিল। শেষৰ ফালে তেখেতে নিজে গাই থকা নাম-গুণবোৰ ল'ৰা-ছোৱালী, বোৱাৰী, নাতি-নাতিনী সকলোকে শিকাইছিল। পথুলিৰ দৈনিক উপাসনাত গাবলৈ শিকোৱা নামটোৰ প্ৰথম ফাকি হ'ল—

"প্ৰণামো দেৱ গোৱিন্দ,
যুগল পদ অৰবিন্দ,
ঘনত দশন ৰূপে বিপৰীত
অষ্টিলা কোটী অলকা ॥

স্বৰ্গীয়া নিকুঞ্জলতা চলিহাৰ একমাত্ৰ প্ৰকাশিত পুথিখনৰ নাম 'স্তুতিমালা'। ইয়াত মুঠ সাতচল্লিশটা স্তুতি-গীত সন্নিবিষ্ঠ কৰা হৈছে। আধ্যাত্মিক ভাবধাৰাৰে লেখা এই পুথিখন নামতীসকলৰ বৰ প্ৰিয় আছিল। এই পুথিৰ পাতনিত এনেদৰে লেখা আছে—"স্বৰ্গীয়া মাতৃদেৱীয়ে জীৱিতাৱস্থাত তেখেতৰ মনত থকা আৰু প্ৰায়েই গাই থকা নামবিলাক আহৰি সময়ত লেখি থৈছিল। ইচ্ছা আছিল কিতাপৰ আকাৰে ছপাই তেখেতৰ ল'ৰা-ছোৱালী, নাতি-নাতিনী আৰু আত্মীয়-স্বজনৰ হাতত একোখনি দিবৰ।"

জীয়াই থাকোতে তেখেতৰ এই আশা পূৰ্ণ নহ'ল। মৃত্যুৰ পাছত মাজুপুত্ৰ যাদৱ প্ৰসাদ চলিহাদেৱে নামবোৰ ছপাই মাকৰ বহুবেৰীয়া চিনিত আত্মীয়-স্বজনৰ মাজত বিলাই দিয়ে। তাৰপাছত আকৌ ১৯৬৭ চনত তেখেতৰ নুমলীয়া জীয়াৰী ডাঃ নিৰ্মলা চলিহাই এই 'স্তুতিমালা' পুথিৰ দ্বিতীয় প্ৰকাশ কৰোৱায়।

'স্তুতিমালা' পুথিৰ নামবোৰৰ ভিতৰত উল্লেখযোগ্য "স্তুতিমালা" নামৰ নামটি ইয়াত তুলি দিয়া হ'ল—

অ—অনাদি অনন্ত প্ৰভু ভগৱন্ত তিনিও লোকৰ স্বামী।

অধমক মোক প্ৰভু ক্ষমিয়োক শৰণে পশিলো আমি ॥
আ—আত্মাৰূপে প্ৰভু সবাতো অন্তৰে আছা দেৱ যদুপতি।
আমাৰ আত্মাক ৰাখা নাৰায়ণ তোমাক কৰো মিনতি ॥
ই—ইটো দেহা মোৰ তোমাতে মাধৱ কৰি আছোঁ সমৰ্পণ।
ইন্দ্ৰিয় স্বৰূপে আমাৰ আত্মাক নৈয়ো নাশি জনাৰ্দ্দন ॥
ঈ—ঈশ্বৰ মহেশে সেৱিয়া তোমাক মৃত্যুকো কৰিলে জয়।
ঈশ্বৰে ঈশ তুমি পৰমেশ তযু নামে পাব জয় ॥
উ—উঠোঁতে বহোঁতে মোৰ মুখে যেন ৰোয়ে তযু গুণ নাম।
উত্তম বাসনা এহিসে কামনা আনতো নাহিকে কাম ॥
ঊ—ঊৰ্দ্ধবাহু হুয়া বায়ুক ভক্ষিয়া শতেক বৎসৰ ধৰি।
উগ্ৰ তপ কৰি কি কাজ সাধিবো তোমাক নভজি হৰি ॥
ঋ—হৃদি মধ্যে আন নেমাগোহোঁ নাম কেৱল তোমাৰ নাম।
ঋষিৰো বাঞ্চনী মুক্তিকো নেলাগে এইহে যশৰ কাম ॥"

'স্তুতিমালা'ৰ নাম বিলাকলৈ লক্ষ্য কৰিলে দেখা যায় যে সেই সময়ত নাৰী সমাজতো মহাপুৰুষ দুজনাৰ বৈষ্ণৱী কীৰ্তন, নামঘোষা দশম আদিয়ে যথেষ্ট আদৰ পাইছিল আৰু সেই গীত পদবোৰ নাৰী মনত দকৈ শিপাইছিল।

এই 'স্তুতিমালা' কবিতাটিৰ যোগেদি কবি নিকুঞ্জলতা চলিহাই তেখেতৰ ভক্তিভৰা প্ৰাণৰ অঞ্জলিৰে ভগৱানৰ ওচৰত আত্মনিবেদন জনাই আধ্যাত্ম দৃষ্টিৰ পৰিচয় দি গৈছে। প্ৰতিটো শাৰী স্বৰবৰ্ণৰে আৰম্ভ কৰাটোও কবিতাটোৰ আন এটা বিশেষত্ব।

লেখিকা, সমাজসেৱিকা নিকুঞ্জলতা চলিহা এগৰাকী আদৰ্শ মাতৃ আছিল। তেখেতৰ দহোটা ল'ৰা-ছোৱালীৰ ভিতৰত প্ৰথম পুত্ৰ ৺অভয়া প্ৰসাদ সাত বছৰমান বয়সতে গ্ৰহণী ৰোগত ঢুকায়। দ্বিতীয় পুত্ৰ ৺তাৰাপ্ৰসাদ চলিহা বেৰিষ্টাৰ আৰু লোকেল বৰ্ডৰ প্ৰথম ভাৰতীয় চেয়াৰমেন আছিল। তৃতীয়া কন্যা আছিল 'ঘৰ জেউতি'ৰ সম্পাদিকা কমলালয়া কাকতি। চতুৰ্থ পুত্ৰ ৺যাদব প্ৰসাদ চলিহা এসময়ৰ কংগ্ৰেছৰ সভাপতি হোৱাৰ উপৰিও, বিধান সভাৰ সদস্য, প্ৰথম এ, এফ, চিৰ চেয়াৰমেন আৰু এ, পি, এচ, চিৰ চেয়াৰমেন আছিল। তেখেতৰ পত্নী শ্ৰীযুতা দেববালা চলিহাও অসমৰ অন্যতম উদ্যোগী মহিলা। পঞ্চম কন্যা ৺লাৱণ্যপ্ৰভা ৺সীতানাথ বৰবৰা চিৰাস্তাদাৰৰ

পত্নী, ষষ্ঠ পুত্ৰ ৺শুক্ৰপ্ৰসাদ চলিহা চাহ খেতিয়ক আৰু শিৱসাগৰ ক'অপাৰেটিভ বেঙ্কিং ইউনিয়নৰ কাৰ্য্যাধ্যক্ষ আছিল। সপ্তমকন্যা ৺হেমপ্ৰভা ৺ত্ৰৈলোক্যনাথ ভুঞাৰ প্ৰথমা পত্নী, অষ্টম কন্যা ৺হিৰণ্য প্ৰভা চাহ খেতিয়ক আৰু লোকসভাৰ প্ৰাক্তন সদস্য ৺প্ৰফুল্লচন্দ্ৰ বৰুৱাৰ পত্নী, নৱম কন্যা ডাঃ নিৰ্মলা চলিহা আৰু দশম পুত্ৰ ভূতপূৰ্ব মুখ্যমন্ত্ৰী ৺বিমলাপ্ৰসাদ চলিহা। স্বামী অবিহনে ইমান কেইজন ল'ৰা-ছোৱালীক উপযুক্ত শিক্ষা-দীক্ষাৰে ডাঙৰ দীঘল কৰাটো নিকুঞ্জ-লতা চলিহাৰ জীৱনৰ কম কৃতিত্ব নহয়।

নিকুঞ্জলতা চলিহাৰ বুদ্ধিও আছিল অতি প্ৰখৰ। নুমলীয়া পুত্ৰ ৺বিমলা প্ৰসাদ চলিহা যোৰহাট কাৰাগাৰত থকাৰ সময়ত বঙলাৰ চাৰিওফালে বৃটিছ চিপাহীয়ে বেৰি আছিল। চিঠিত সকলো কথা মুকলিকৈ লেখাটো বিপদজনক বুলি ভাবি "বঙলাৰ চাৰিওফালে আলহীসকল আছেহি" বুলিহে পুতেকলৈ লেখিছিল। এই কথাই তেখেতৰ প্ৰত্যুৎপন্নমতিতাৰ পৰিচয় দিয়ে।

১৯৪৮ চনৰ ৯ এপ্ৰিল, শুক্লা প্ৰতিপদ, শুকুৰবাৰে কলিকতাত মাজু পুতেকৰ ঘৰত নিকুঞ্জলতা চলিহাৰ পৰলোকপ্ৰাপ্তি ঘটে 'স্তুতিমালা' পুথিয়ে অসমীয়া নাৰী সমাজত তেখেতক যুগমীয়া কৰি ৰাখিব। ●●

'স্তুতিমালাৰ' ভালেমান স্তুতি 'কীৰ্ত্তন', 'ঘোষা,, আদিৰ পৰা সংগ্ৰহ কৰা হৈছে। ইয়াৰ কোনো কোনো স্তুতি 'অন্নদা দেবী বৰকটকীৰ' নামাঙ্কলীতো পোৱা যায়। —লেখিকা।

জীৱনীটো যুগত কৰোতে ৺নিকুঞ্জলতা চলিহাৰ নাতিনী বোৱাৰীয়েক শ্ৰীমতী জয়শ্ৰী চলিহাৰ পৰা বিশেষ ভাবে সহায় পোৱা হৈছে। তেখেতলৈ আমাৰ কৃতজ্ঞতা জনালো

—সম্পাদিকা)

# অন্নদাদেবী বৰকটকী

শ্ৰীমতী হেমলতা দত্ত।

আহোম ৰজাসকলৰ শেষ ৰাজধানী, যোৰহাটত আৱহমান কালৰ পৰা বহুতো দেশপ্ৰাণ মহিলাই জন্মগ্ৰহণ কৰি আহিছে। জনমভূমিৰ উন্নতিৰ অৰ্থে বহুতো ত্যাগ, বহুতো প্ৰেৰণাৰে বৰঙণি যোগোৱা ৺অন্নদাদেবী বৰকটকী যোৰহাটৰ অগ্ৰণী মহিলাসকলৰ অন্যতম।



জন্ম—১৮৮১ চন
মৃত্যু—১৯৬৮ চন

প্ৰাচীন গৌৰৱময় ইতিহাস জড়িত বাহ্নিগাঁও অঞ্চলৰ দিচৈ-কোষ গাঁৱৰ এটি উচ্চ পৰিয়ালত ইং ১৮৮১ চনৰ, চ'ত মাহত অন্নদা দেবী বৰকটকীয়ে জন্মলাভ কৰে। তেখেতৰ পিতৃ ৺যজ্ঞেৰাম পণ্ডিত সংস্কৃতজ্ঞ হিচাপে উজনি অসমত জনাজাত আছিল। তেখেত তেতিয়াৰ উচ্চ প্ৰাইমেৰী বিদ্যালয়ৰ প্ৰধান শিক্ষক আছিল। পিতৃৰপৰা পোৱা শিক্ষা আৰু উচ্চ আদৰ্শ আৰু মাতৃ ৺ভিম্বেশ্বৰী দেবীৰ পৰা পোৱা ধৰ্মপ্ৰাণা ভাবধাৰাই অন্নদা দেবীৰ ভৱিষ্যত জীৱন গঢ়ি তোলাত বৰঙণি যোগাইছিল।

সেই সময়ত নাৰী শিক্ষাৰ সুবিধা নথকা হেতুকে তেখেতে উপযুক্ত শিক্ষালাভ কৰিব নোৱাৰিলে। এইকথা লৈ অন্নদা দেবীয়ে অন্তিম সময়লৈকে আক্ষেপ কৰিছিল। আৰু সেই কাৰণেই নাৰী শিক্ষাৰ বাবে তেখেতে দেহেকেহে খাটিছিল। নিজৰ বিদ্যাৰ বিষয়ে তেখেতে

নিজেই কৈছে যে—"আমাৰ ঘৰত সন্ধ্যাও ছাত্ৰহঁতে পাঠ লয়গৈ। মই সেইবোৰ শুনি থাকো আৰু লগতে দুই এখন কিতাপ পঢ়ো। মই ৰামায়ণ, মহাভাৰত, পুৰাণ আদি আন আন পদপুথি পঢ়িবপৰা হলো আৰু নিজৰ নামটো চহী দিব পৰা হলো। এয়ে মোৰ বিদ্যা।"

নিচেই কম বয়সতে স্থানীয় দেশকৰ্মী ৺গঙ্গাধৰ বৰকটকীৰ লগত তেখেতৰ বিয়া হয়। ৰাজহুৱা কামত ৺বৰকটকীদেৱে নিজেও লাগিছিল আৰু পত্নীকো উদ্গণি দিছিল। ১৯২১ চনৰ স্বাধীনতা আন্দোলনত দুয়ো একেলগে যোগ দিছিল।

নিজৰ ঘৰখন সুচাৰুৰূপে চলোৱাৰ উপৰিও সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক আৰু গ্ৰাম উন্নয়নমূলক সকলো কামতে অন্নদা দেবী বৰকটকী ওতঃপ্ৰোতভাৱে জড়িত আছিল। তেখেতৰ চেষ্টাতে বালিগাঁৱৰ ওচৰে পাজৰে নানা সামাজিক অনুষ্ঠান গঢ়ি উঠিছিল দেশৰ মহিলাসকলক আগবঢ়াই নিয়াত তেখেতে আগভাগ লৈছিল।

৺অন্নদাদেবী বৰকটকীয়ে স্থানীয় মহিলাসকলৰ সহযোগত বালিগাঁৱত মহিলা সমিতি স্থাপন কৰি খাদী আন্দোলন গঢ়ি তোলে। বৰকটকী দম্পতিৰ অশেষ চেষ্টাতে যোৰহাটত 'অন্নদা প্ৰিণ্টিং হাউচ্' আৰু 'বৰকটকী কোম্পানী' গঢ় লৈ উঠে। ১৯৪২ চনৰ গণ আন্দোলনত এই প্ৰেছৰ পৰাই 'অসম ৰাইজ' নামৰ বাতৰি কাকত প্ৰকাশ কৰা হয়।

৺অন্নদা দেবী বৰকটকী 'অসম হৰিজন সংঘ' আৰু 'অসম মহিলা সমিতি'ৰ লগতো জড়িত আছিল। তেখেত এগৰাকী সফল শিপিনী আছিল। গাৰ্হস্থ্য জীৱনৰ প্ৰথম হোৱাত দাৰিদ্ৰৰ লগত যুঁজ দিবলগীয়া হওঁতে তাঁতশালখনে তেখেতক বহুত সহায় কৰিছিল। বৃদ্ধ অৱস্থাতো যঁতৰেৰে সূতাকটা কামটো তেখেতে এৰি দিয়া নাছিল। তেখেতে ধাতৃ বিদ্যাও আয়ত্ব কৰিছিল।

১৯২৬ চনত ৺অন্নদা দেবীৰ নেতৃত্বত 'বালিগাঁও মাতৃ মন্দিৰ' প্ৰতিষ্ঠা হয়। মাতৃসকলৰ সংহতি আৰু প্ৰেৰণাৰ ফলস্বৰূপে এই সৰ্বাঙ্গসুন্দৰ অনুষ্ঠানটিৰ তেখেত বহু বছৰ জুৰি সম্পাদিকা আছিল। এখেত আছিল এগৰাকী ভাল নামতী। তেখেতে লগোৱা নামৰ লগত শ শ মহিলা কণ্ঠৰ ধ্বনিয়ে মাতৃ মন্দিৰত অমৃত বৰ্ষণ কৰিছিল। জয়সাগৰত হোৱা 'জয়া উৎসৱ'ত তেখেতে এবাৰ সভানেত্ৰীত্ব কৰিছিল।

ইয়াৰ পিছত তেখেতেই আগভাগ লৈ ১৯৩৫ চনত ✝নাৰায়ণী সন্দিকৈৰ নেতৃত্বত 'জয়মতী উৎসৱ' পাতে। সেই সভাতে অন্নদা দেবীয়ে কৈছিল—"আমাৰ ছোৱালীবোৰে চানেকিৰ পৰা কাপোৰত চন্দ্ৰতৰা তোলে। গতিকে ইমান সুন্দৰকৈ ফুলাম কাপোৰ বৱপৰা ছোৱালীয়ে মহাসতী জয়াই থৈ যোৱা আহি বা চানেকি চাই আদৰ্শ নাৰী আৰু আদৰ্শ মাতৃ জকল হ'ব পাৰিব। জয়াই অসমীয়া ছোৱালীক জয় জয় কৰক"—আজিৰ পৰা পঞ্চাশ বছৰৰো অধিক কাল আগতে এনে উদ্দীপনামূলক ভাষণ আৰু আহি দেখুৱাওতা ✝অন্নদা দেবী আমাৰ জয়যাত্ৰাৰ পথপ্ৰদৰ্শিকা।

অন্নদা দেবীয়ে বালিগাঁৱত "জয়মতী আদৰ্শ বিদ্যালয়" প্ৰতিষ্ঠা কৰে। পিছত "জয়মতী মধ্য ইংৰাজী বিদ্যালয়" আৰু "জয়মতী উচ্চ ইংৰাজী বিদ্যালয়" দুখনো তেখেতৰ যত্নতে স্থাপিত হয়। ইয়াৰ উপৰিও 'মিলন মন্দিৰ', 'মাতৃমঙ্গল কেন্দ্ৰ, 'শিশু মঙ্গল কেন্দ্ৰ' আদি বালিগাঁৱৰ অনুষ্ঠানবোৰৰ প্ৰতিষ্ঠাত তেখেতে পূৰ্ণ সহযোগ কৰে।

আজিৰ ভাৰতত সৰ্বোদয় বুলি যি প্ৰথাৰ প্ৰচলন হৈছে সেই প্ৰথ বালিগাঁৱত এইগৰাকী দেশপ্ৰাণা মহিলাই জীৱন্ত কৰি থৈ গৈছে। সেয়েহে ক'ব পাৰি যে বালিগাঁৱত ভাগ্যোদয় হৈছিল এইগৰাকী মহিলাৰ চেষ্টাতে।

আজিকালি অসমীয়া সমাজৰ বিবাহ আদি মাঙ্গলিক কাৰ্য্যত বৰ অমাৰ্জিত বিয়ানাম আদি শুনা যায়। এইবিলাক নামে শুভ মিলনৰ পবিত্ৰতা, গভীৰতা আৰু আধ্যাত্মিকতা একেবাৰে নাশ কৰে। সেয়েহে অন্নদা দেবীয়ে অসমীয়া ছোৱালীৰ মন আকৰ্ষণ কৰিবলৈ শিৱ-পাৰ্বতী, উষা-অনিৰুদ্ধ, কৃষ্ণ-ৰুক্মিনী আদিৰ বৰ্ণনাৰে নামৰ পুথি ৰচনা কৰাত মনোনিবেশ কৰে। তেখেতৰ এই প্ৰচেষ্টাতে তেতিয়াৰ দিনতে 'নামাঞ্জলী', বিয়ানাম,, 'আইনাম' 'আসনপতা আইনাম' আদি চাৰিখন নামৰ পুথি ৰচনা কৰি প্ৰকাশ কৰি উলিয়ায়। নামখিনিৰ কিছু অংশ প্ৰচলিত লোকগীত আৰু কিছুমান তেখেতে নিজে ৰচনা কৰা। সংগ্ৰহ আৰু নিজে ৰচনা কৰা এই নামখিনিয়ে মাতৃসকলৰ অতি আদৰৰ সেইকথা 'নামাঞ্জলীৰ' একাদশ সংস্কৰণ আৰু বিয়ানামৰ নৱম সংস্কৰণৰ প্ৰকাশ হোৱাৰ পৰাই বুজিব পাৰি। এই কেইখন পুথিৰ উপৰিও তেখেতে 'সাধুকথা' নামৰ পুথি এখনো লেখিছিল। আজিৰ

পৰা প্ৰায় পঞ্চাশ বছৰ আগতে এগৰাকী মহিলাৰ হাতৰ পৰা পাঁচ-খনকৈ পুথি প্ৰকাশ হোৱাটো লেখত ল'বলগীয়া কথা। এই কথাই প্ৰমাণ কৰে যে—অসমীয়া সাহিত্যৰ বেদীত, সাহিত্য চৰ্চাৰ বৰঙণি যোগাই, সাহিত্যৰ প্ৰাণ প্ৰতিষ্ঠা কৰা সকলৰ ভিতৰত অন্যতম আছিল যোৰহাট বাল্লিগাঁৱৰ অন্নদাদেবী বৰকটকী। তেখেতৰ পৈনত হাতৰ লেখনিৰ পৰা নিগৰি পৰা এফাকি নাম হ'ল—

"নমো কৃষ্ণ কৃপা সিন্ধু অনাথ জনৰ বন্ধু।
অখিলৰ বিপদ ভঞ্জন হে ৰাম॥
তোমাৰ চৰণ তলে এই দাসী শৰণ ললো।
ৰাখা* প্ৰভু বিপদবাৰণ—হে ৰাম॥"

আকৌ এঠাইত লেখিছে—

"জ্ঞানহীনা, বিদ্যাহীনা নামহীনা মই
আপোনাৰ গুণে তুষ্ট হোৱা দয়াময়ী"

আন এঠাইত লেখিছে—

"মই অতি অল্পমতি জাতিতে অবলা
নিজগুনে তুষ্ট হোৱা ভকত বৎসলা"—ইত্যাদি।

অন্নদা দেবীৰ নিপুণ হাতৰ লেখনীত সুৰ পাই উঠা আন এষাৰি নাম হ'ল—

"জননী দধি দুগ্ধ দিয়া খাওঁ।
বকুল ফুলৰ মালা গলে পিন্ধাই দিয়া
ধেনু চাৰিবলৈ যাওঁ॥"

অন্নদা দেবী বৰকটকীৰ বিনীত স্বভাৱৰ প্ৰমাণ তেখেতৰ নামাঞ্জলী পুথিতেই পোৱা যায়। এই পুথিৰ পাতনিত তেখেতে লেখিছে—"অসমীয়া ভাষাত সম্পূৰ্ণ নামৰ পুথিৰ অভাৱ দূৰ কৰিবৰ মনেৰে 'নামাঞ্জলী' নামেৰে ক্ষুদ্ৰ পুথিখনি সংগ্ৰহ কৰি আইসকলৰ আগত দাঙি ধৰিলো। আমি যে এনে কামৰ তেনেই অনুপযুক্তা সেই কথা মুক্তকণ্ঠে স্বীকাৰ কৰিছো। গুণগ্ৰাহিনী আইসকলে কুলাৰ দৰে দোষৰ ভাগ ত্যাগ কৰি, গুণৰ ভাগ (ইয়াত কিবা থাকিলে) গ্ৰহণ কৰিলে আমাৰ শ্ৰম সাৰ্থক মানিম।"

ঘৰত তেখেত এগৰাকী চেনেহী আই কিন্তু কামৰ সময়ত যুঁজলৈ যাবলৈও প্ৰস্তুত। ১৯৪২ চনৰ গণ আন্দোলনত অসমৰ চুকে-কোণে

বহু সভাত তেখেতে ওজস্বিনী ভাষণ দিছিল। উত্তৰ লক্ষীমপুৰ মহিলা সম্মিলনত সভানেত্ৰীত্ব কৰি এবাৰ এটা তথ্যগধুৰ লিখিত ভাষণ পাঠ কৰিছিল। সেই ভাষণ বাঁহীত প্ৰকাশ হৈছিল। ১৯৬৪ চনত বালিগাঁৱৰ বিৰাট ৰাজহুৱা সভাত অন্নদা দেবী বৰকটকীক সম্বৰ্দ্ধনা জনোৱা হয়।

১৯৬৮ চনৰ ফেব্ৰুৱাৰী মাহৰ ২৫ তাৰিখে বালিগাঁৱৰ বাস-ভৱনত তেখেতে পৰলোকলৈ গমন কৰে।

দেশৰ বাবে ত্যাগ, দেশৰ বাবে কৰ্মৰ সাধনাই যে প্ৰকৃত মানৱৰ লক্ষ্য হোৱা উচিত, সেইকথা সৰোগত কৰি অন্নদা দেবীয়ে নিজৰ জীৱনেৰে তাৰেই আহি দেখুৱাই থৈ গ'ল।

অন্নদা দেবীয়ে ভাল পাইছিল সমাজক, সমাজৰ প্ৰতিজন লোকক। বিশেষকৈ পাছ পৰি থকা মহিলাসকলক জগাই তোলাৰ মহান ব্ৰতত ব্ৰতী হৈছিল অন্নদা দেবী। প্ৰতিজন দেশকৰ্মী বা সামাজসেৱকেই তেখেতৰ প্ৰিয়পাত্ৰ আছিল। সমাজ সংস্কাৰৰ বাবে লাগি থকা অন্নদা দেবীয়ে সমাজক আগবঢ়াই নিয়াত মহিলাসকলৰ অৱদানৰ বাবে সদায় সঁকিয়াই আহিছিল।

দেশ আৰু দহৰ সেৱা কৰা, মহান সমাজ সেৱিকা, দেশপ্ৰাণ অন্নদা দেবী বৰকটকীৰ নাম অসমীয়া সাহিত্যৰ ক্ষেত্ৰতো অন্যতম বাটকটীয়া হিচাবে চিৰকাল জিলিকি থাকিব। ●●

জীৱনীটো যুগুত কৰোতে "অন্নদা দেবী বৰকটকীৰ নাতিনী শ্ৰীমতী অঞ্জলি দেবীয়ে পূৰ্বতে লেখি দিয়া আজো আইতাকৰ জীৱনীৰ পৰা বিশেষ সহায় লোৱা হৈছে।

সম্পাদিকা

# অমৃতপ্রিয়া দেবী

শ্রীমতী স্বর্ণ গোস্বামী



জন্ম—১৮৮৩ সন, মৃত্যু—১৯৫৫ সন

অমৃত মন্থন কৰি অমৃতপ্ৰিয়াই
বোৱালে অমৃত সুঁতি অমৃতপ্ৰাণত।
ফল্গুৰ আকাৰে বঁজে গোপনে হিয়াত
আমাই লভিলো তৃপ্তি ই মহাদানত।
ফুলালে সাহিত্য ফুল গোপনে গোপনে
জীৱন্ত কৰিলে তাক প্ৰেমৰ ৰসেৰে॥
শান্তা-শিষ্টা সুচৰিতা নাৰী প্ৰেমময়ী
বিলালে প্ৰতিভা নিজে আপোন প্ৰভাৱে।

কবি ৺ধৰ্মেশ্বৰী দেৱী বৰুৱানীয়ে ৰচনা কৰা ওপৰৰ কবিতাটিত বৰ্ণনা কৰা কোন সেই শান্তাশিষ্টা সুচৰিতা প্ৰেমময়ী নাৰী—যি গৰাকীয়ে গোপনে গোপনে সাহিত্য ফুল ফুলাই জনমানসত প্ৰতিভাৰ সুৰভি বিলাই থৈ গ'ল? কোন সেই অমৃতপ্ৰিয়া—যি অমৃত মন্থন কৰি মানুহৰ প্ৰাণত ফল্গুৰ আকাৰে অমৃতৰ সুঁতি বোৱাবলৈ সক্ষম হ'ল? ঊনৈশ শতিকাৰ মহিলাৰ প্ৰাক্‌প্ৰগতিৰ যুগত আবিৰ্ভাৱ হোৱা এই গৰাকী এগৰাকী নিভাঁজ অসমীয়া নাৰী—যুগৰ প্ৰতিবন্ধকতাৰ বাবে যাৰ অমৃতক্ষৰণ পাছৰ যুগৰ অসমীয়াই ভোগ কৰিবলৈ নেপালে। সেই সময়ৰ বাধা বিঘিনি নেওচি যি অমৃতৰ সন্ধান উত্তৰাধিকাৰী-সকললৈ এৰি গ'ল—সেয়া পৰিমাণত ন্যূন হলেও মূল্যায়ণত অমূল্য।

এতিয়াৰ পৰা এশ বছৰৰ আগতে ইং ১৮৮৩ চনত জন্ম লাভ কৰা এইগৰাকী মহিয়সী নাৰী অমৃতপ্ৰিয়া দেৱী। এওঁৰ জন্মস্থান কামৰূপ জিলাৰ এখন অতি পিছপৰা গাঁও ভালুকী। এই গাঁওখন সৰিহ মৌজাৰ বজালী চাৰ্কোলৰ অন্তৰ্গত। ধন-দৌলতৰ ফালৰ পৰা পিছপৰা হলেও শিক্ষা-দীক্ষাৰ ক্ষেত্ৰত নিশ্চয় আগবঢ়া আছিল—নহলে যি যুগত স্ত্ৰী শিক্ষাৰ অৱস্থা শোচনীয় আছিল সেই যুগতে সৰুতে পিতৃমাতৃহীনা হোৱা অমৃতপ্ৰিয়াই ককায়েক ৺ধৰ্মেশ্বৰ শৰ্মা জ্যোতিষৰত্নৰ লগত থাকি সংস্কৃত আৰু বঙলা ভাষা পঢ়িব নোৱাৰিলেহেঁতেন। বিখ্যাত জ্যোতিষী জ্যোতিষসিদ্ধান্ত বস্তুভিষগশাস্ত্ৰী ৺ৰত্নেশ্বৰ দেৱশৰ্মাৰ কন্যা অমৃতপ্ৰিয়া যোগ্য পিতৃৰ সুযোগ্যা কন্যা আছিল। মাতৃৰ নাম ৺হ্লাদধিপ্ৰিয়া দেৱী। তেওঁ সকলো দেৱ-দেৱীৰ স্তৱ-স্তোত্ৰ আদি

মুখস্থ কৰি লৈছিল আৰু পূজা-পদ্ধতিও জানিছিল। অমৃতপ্ৰিয়াৰ স্মৰণ শক্তি অতি প্ৰখৰ থকা হেতুকে এবাৰ যি পঢ়িছিল বা শুনিছিল তাক কেতিয়াও নেপাহৰিছিল। পুৰণি কালত তুলাপাত আৰু ছপাশালৰ আৱিষ্কাৰৰ আগতে মানুহে গছৰ ছাল আদিত (সাঁচিপাতৰ পুথি) লেখা পুথিৰ কথাবোৰ শুনি শুনিয়েই মনত ৰাখিছিল। কিতাপৰ প্ৰচলন হোৱাৰ পাছতো অনাখৰী লোকসকল চকু থাকিও অন্ধ আছিল। তেতিয়াও লোকে পঢ়া-শুনি বা লোকৰ মুখৰ পৰা শুনি পুথিৰ গীত পদবোৰ হুবহু মনত ৰাখিব পাৰিছিল। এনে প্ৰখৰ স্মৰণশক্তিৰ অধিকাৰিণী অমৃতপ্ৰিয়াইও আধুনিক, পৌৰাণিক উভয় সাহিত্যৰ কবিতা, গীত, পদ, শ্লোক, স্তোত্ৰ—কত যে মুখস্থ ৰাখিছিল ভাবিলে আচৰিত হ'ব লাগে। সৰু-সুৰা পদ পুথি—ভীমচৰিত, কাণখোৱা, লক্ষ্মীচৰিত, প্ৰহলাদ চৰিত, পদ্মহৰণ, ধ্ৰুৱচৰিত ইত্যাদিৰ বাহিৰেও কিছুমান ডাঙৰ পুথিও তেওঁৰ কণ্ঠস্থ আছিল। তাঁতশালত কাপোৰ বৈ থাকোতেই তেওঁ কীৰ্ত্তনখন মুখস্থ কৰি পেলাইছিল। তেওঁৰ জ্ঞান পিপাসা ইমান প্ৰবল আছিল যে ঘৰুৱা কাম-বন কৰি আজৰি পালেই নাইবা ৰাতি দোভাগত বা কেতিয়াবা পুঁৱতি নিশা ঘৰৰ পাছফালে নিৰ্জন ঠাইত অকলে বহি কিতাপ পঢ়িছিল। এই বিষয়ত অৰ্থাৎ অধ্যয়নৰ বিষয়ত পিতৃগৃহ বা পতিগৃহ ক'তো তেওঁ বাধাৰ সন্মুখীন হোৱা নাছিল। সৰুতে পিতৃবিয়োগ হলেও সাহিত্য-সঙ্গীত-সুকুমাৰ কলা বিশাৰদ, ৰাজহুৱা কামত অগ্ৰণী ককায়েক ৺ধৰ্মেশ্বৰ শৰ্মাদেৱৰ তত্ত্বাৱধানত থাকি অধ্যয়ন কৰাৰ সুবিধা যেনেকৈ পাইছিল—আয়ুৰ্বেদিক চিকিৎসক হলেও সাহিত্যত ৰাপ থকা স্বামী ৺প্ৰাণেশ্বৰ শৰ্মাৰ ঘৰতো অধ্যয়নৰ আৰু সাহিত্য চৰ্চাৰ পূৰ্ণ সুযোগ লাভ কৰিছিল। সাধু, সৰল, বিপদৰ বন্ধু বুলি খ্যাত ৺প্ৰাণেশ্বৰ শৰ্মাৰ সাহিত্য চৰ্চাত ইমান অনুৰাগ আছিল যে, নিজহাতে অন্যৰ কিতাপ-পত্ৰ নকল কৰিয়ে জ্ঞানৰ স্পৃহা নিবৃত্তি কৰিছিল। তেওঁ নামঘোষা, ৰত্নাৱলী, কাণখোৱা আদি পুথি নকল কৰাৰ উপৰিও ধৰ্ম, দৰ্শন, তন্ত্ৰ-মন্ত্ৰ, আয়ুৰ্বেদিক গ্ৰন্থ আদিৰ নানান টোকা লেখিছিল। বিভিন্ন বিষয়ৰ কিতাপ-পত্ৰ তেওঁ সংগ্ৰহো কৰিছিল। ১৯৫৫ চনৰ ২৭।২৮ ডিচেম্বৰত গুৱাহাটীত বহা চতুৰ্বিংশতিঅসম সাহিত্য সভাত ৺প্ৰাণেশ্বৰ শৰ্মাৰ হাতে লেখা বিভিন্ন ধৰণৰ সাহিত্য-সঙ্গীত তন্ত্ৰ-মন্ত্ৰ আদিৰ টোকা আৰু

তেওঁৰ তাত থকা সাঁচিপতীয়া পুথিসমূহৰ প্ৰদৰ্শনী এখন দেখুৱা হৈছিল। এনে এজন স্বামীৰ সংস্পৰ্শত ৺অমৃতপ্ৰিয়াই জ্ঞানামৃত পাণ কৰাৰ পূৰ্ণ সুযোগ গ্ৰহণ কৰিছিল। অবাবত সময় নষ্ট নকৰাৰ বাবেই ঘৰখন নিয়াৰকৈ চলাইও তেতিয়াৰ দিনত অধ্যয়ন কৰিবলৈ সময় সুবিধা উলিয়াব পাৰিছিল।

৺অমৃতপ্ৰিয়াৰ এটি গবেষণামূলক অমূল্য প্ৰবন্ধ 'গৰু বিহু আৰু ভাৰতীয় সংস্কৃতি' তেতিয়াৰ 'সাদিনীয়া অসমীয়া'ত প্ৰকাশিত হৈছিল। তেওঁৰ ভাষা মধুৰ—শৈলী অতুলনীয়। 'গৰু বিহু আৰু ভাৰতীয় সংস্কৃতি'ত তেওঁ লেখিছে—

"গৰু পালনীয়। পালনীয় আৰু माননীয়। মাননীয় বস্তু শ্ৰেষ্ঠ। শ্ৰেষ্ঠ ভগবান, গৰুও শ্ৰেষ্ঠ, গৰুও ভগবান বাচক। আমি ভগবানক দয়াৰ সাগৰ বুলিকও ভগবানে অদৃশ্যভাৱে থাকি আমাক লালন পালন কৰিছে— গৰুৱে আমাক দৃশ্যভাৱেই লালন পালন কৰিছে। মাতৃবৎ আমাক দুগ্ধামৃত পান কৰাইছে। গাখীৰৰ দৰে উৎকৃষ্ট খাদ্য আজি বিজ্ঞানৰ চৰম অৱস্থাতো বৈজ্ঞানিকে উলিয়াব পৰা নাই। গৰুৱে শতকৰা ৯৯ জন লোকে খেতি কৰে। গৰুৱে কৰা খেতিয়ে নিবনুৱা সমস্যা দূৰ কৰাত সহায় কৰে। বিজ্ঞানৰ ট্ৰেক্‌টৰ পুঁজিপতিৰ সাম্যবাদৰ আৰু গান্ধী- বাদৰ অন্তৰায়।"

সেই প্ৰবন্ধৰে আন এঠাইত লেখিছে—

"মহাত্মা গান্ধী, যীশুখৃষ্ট, প্ৰফেট মহম্মদ, শংকৰদেৱ আৰু মাধৱদেৱ প্ৰভৃতি ত্যাগী পুৰুষ। অকাতৰে বিনাভাষণৰে ত্যাগ কৰা ত্যাগীৰ ধৰ্ম। গৰু মূক, ত্যাগৰ প্ৰতীক। অৱশ্যে যুগে যুগে ত্যাগী জ্ঞানী মহামানৱক নিকৃষ্ট পশুৰ দৰে ব্যৱহাৰ কৰা পটন্তৰ জগতত বিৰল নহয়। তথাপি ত্যাগৰ মহিমা ক'ত লুকাব। সেৱাই বিশ্ব ধৰ্ম। ব্ৰহ্মাণ্ড বৈ আছে সেই চক্ৰৰ ফলত।"

দ্বাদশ সংখ্যা (বৰ্ষ ৩১) পশুপালন নামৰ কাকতত প্ৰকাশিত 'গৰু বিহুৰ ভাৰতীয় সংস্কৃতিক মূল্য' নামৰ প্ৰবন্ধৰ ভাষাও ওখ খাপৰ। এই প্ৰবন্ধৰ এঠাইত লেখিছে—

'গৰু ভৰপুৰ গাওঁ এখনৰ গৰু যেতিয়া একেলগে নদীলৈ নিয়া হয় তাৰ দৃশ্য মনোৰম হয়। সেই সময়ত দামুৰীৰ হেম্বেলনি, গাই গৰুৰ গুমৰণি, বলদৰ নাদনিত পৃথিৱী মুখৰিত হয়। গৰখীয়া

ল'ৰাৰ চিঞৰৰ বাখৰ, পানীত গৰু ডুবুৰাই দিয়াৰ শব্দ, গীতৰ সুললিত ধ্বনি আটায়ে লগ লাগি বিশ্বখন মুখৰিত হৈ উঠা দৃশ্য কি চমকপ্ৰদ, দেখোঁতাজনেহে অনুভৱ কৰিব পাৰে।'

আন এঠাইত লেখিছে—

'অসমীয়া তথা বৈষ্ণৱ সাহিত্যতো গৰু বিষয়ক বহুত কিংবদন্তি আছে। অসমীয়া সাহিত্যত কোৱা কিংবদন্তিৰ ভিতৰত—

(১) যাৰ নাই গৰু
সবাতোতকৈ সৰু।
(২) আছে গৰু নাবায় হাল
হোৱাতকৈ নহোৱাই ভাল।
(৩) যাৰ গৰু মৰে
সিহে নেগুৰত ধৰে।
(৪) গিৰি নোহোৱা গৰু
ডাকোন নোহোৱা চৰু।
(৫) সাথনৰ গাই
চাৰিখন ঠেং ঠিকেই আছে
ওহাৰখনহে নাই।
(৬) সাত জনমত নহল গাই
কৰীয়াটো লৈ দুৱলৈ যায়।
(৭) গোৰে পোৰে তল যোৱা।
(৮) ৰাতি জুহালত সাত হাল বায়
পুৱা হলে এহালো নাই।
(৯) এক গো এক পো ইত্যাদি।"

আকৌ আন ঠাইত—

"বৈষ্ণৱ সাহিত্যত গৰু বিষয়ক কিছুমান গীত পদ আছে। তাক গোষ্ঠ বোলে। গোষ্ঠবিলাক বৰ সুৱলা।"

তেওঁৰ প্ৰবন্ধত গধূলিৰ দুটি গোষ্ঠৰ উদ্ধৃতি দিছে—

(১) "এ আহে গোপাল গৃহে গধূলি সময়।
সঙ্গেঞা জলজা শ্যাম ভুবন ভুলায়॥
এ আহে গোপাল---

কানাই বোলে বলাই ভাই আমে ধূলা খেলা।
অগধূলি সময় ভৈলা ধেনু লই চলা ।।
এ আহে গোপাল---
এ আগে ধেনু পাছে কানু মধ্যে বলোৰাম।
অ' চৌপাশে আবৰি যায় গো শিশুগণ ।।
এ আহে গোপাল---
ধূলাই ধূসৰ অঙ্গ দেখি অতি তনু।
পাছে পাছে বলোৰামে বাই যায় বেনু ।।
এ আহে গোপাল---
ধূলাই ধূসৰ অঙ্গ দেখি অতিশয়।
ধূলা জাৰি নন্দ ৰাণী বদন চুম্বয় ।।
এ আহে গোপাল---
কহয় মাধৱ দাসে যশোদা ভাগ্যৱতী।
ধূলা জাৰি কোলে লয় ত্রিজগত পতি ।।
এ আহে গোপাল---।

(২) এ নন্দ তুমি আগবাঢ়ি যোৱা।
অন্তৰাত্রি নাহিল কৃষ্ণ কিসক লাগিয়া ।।
নন্দ তুমি আগবাঢ়ি যোৱা ।।
এ অন্ন হৈল কড়কড়া ব্যঞ্জন হৈল বাসী।
তপত কৰা লয়ণু ক্ষীৰ মাখি পেলাই তুহি ।।
ভাগ্যানি কৈছিলো নন্দ বেচি পেলাই ধেনু।
বাজাৰে মাগিয়া খাইব কহে ৰামকানু ।।
সাত নাই পাঁচ নাই একেটি কানাই।
লগত দুখিতা মোৰ নিদিলা গোঁসাই ।।
অন্যৰ বাছা ভাণ্ডৰ দীঘল মোৰ বাছা সৰু।
ঘ'ত আছে সিংহ বাঘ তাতে চাৰে গৰু ।।
বনে বনে ফুৰে বাছা বন ফুল খাই।
নিচিনি নাজানি বাছা কাৰ কোলে আই ।।
কহয় মাধৱ দাসে যশোদা ভাগ্যৱতী।
কৃষ্ণক গলধৰিয়া বান্ধে ত্রিজগত পতি ।।

এনে ধৰণৰ উচ্চ খাপৰ দুই চাৰিটা প্ৰৱন্ধ পাতি সেই সময়ৰ কাকতে পত্ৰই প্ৰকাশ হৈছিল। কিতাপ আকাৰে তেওঁৰ কোনো প্ৰকাশিত গ্ৰন্থ পোৱা নাযায়। নাৰী অৱহেলিত যুগত জন্ম লোৱা বাবেই "অমৃতপ্ৰিয়াৰ বাক্যামৃত পান কৰিবলৈ পিছৰ চামৰ বাবে একো চিৰস্থায়ী বস্তু এৰি যাব নোৱাৰিলে। তেওঁৰ যি গুণ-গৰিমা আছিল সেই সকলো তেওঁৰ লগতে গ'ল। কোনে জানে হয়তো তেওঁ জপা ভৰাই ৰচনাৱলী এৰি গৈছিল—সকলো কালৰ গৰ্ভত লীন গ'ল। ওপৰত উদ্ধৃতি দিয়া প্ৰৱন্ধকেইটিৰ ভাষা আৰু বৰ্ণন শৈলী সূক্ষ্মভাৱে নিৰীক্ষণ কৰিলে দেখা যায় স্কুলৰ দুৱাৰমুখত ভৰি নিদিয়া, ঘৰতে বিদ্যাশিক্ষা কৰা "অমৃতপ্ৰিয়াই যদি অলপো উচ্চশিক্ষা লাভৰ সুবিধা পালেহেঁতেন তেনেহলে নিশ্চয় অসমীয়া সাহিত্যলৈ এটি শকত অৱদান এৰি যাব পাৰিলেহেঁতেন। এটা অন্ধকাৰ যুগত জন্মলাভ কৰি যিখিনি এৰি গ'ল সেয়াই যথেষ্ট বুলি ভাবিবৰ থল আছে।

পুৰণি সাহিত্যৰ কবিতা গীত, পদ, শ্লোক আওৰোৱাৰ উপৰিও আধুনিক সাহিত্যৰ ভুও অমৃতপ্ৰিয়াই ৰাখিছিল। ৰাতৰিকাকতত প্ৰকাশ হোৱা পাণ্ডিত্যপূৰ্ণ প্ৰৱন্ধকেইটাৰ উপৰিও তেওঁৰ ১৮৯৭ চনৰ বৰ ভুঁইকপৰ হুবহু বৰ্ণনা পঢ়িলে গাৰ নোম শিয়িঁৰ উঠে। মহাৰাণী ভিক্টোৰিয়াৰ শাসনকাল, দিল্লীৰ দৰবাৰ আৰু প্ৰথম মহাযুদ্ধৰ কথা অমৃতপ্ৰিয়াই ভালকৈ জানিছিল। ইয়াৰ দ্বাৰা প্ৰমাণিত হয় যে তেওঁ বাহিৰৰ জগতখনৰ বহুত খবৰ ৰাখিছিল। সেই যুগৰ নাৰীৰ বাবে ই এটা লেখতল'বলগীয়া কথা।

ভাৰতৰ স্বাধীনতা আন্দোলনৰ সময়তো এই গৰাকী মহিলাই যিমান পাৰে সিমান বৰঙণি আগবঢ়াইছিল। নিজে গান্ধীজীৰ অহিংস আদৰ্শত ব্ৰতী হৈ লোককো তেনে হ'বলৈ উদ্গনি দিছিল। গান্ধীজীৰ জীৱন কাহিনী পদ আকাৰে গাইছিল আৰু নিজহাতে সূতা কাটি কাপোৰ বৈ লৈছিল। দেশৰ বাবে ফাটেকলৈ যোৱা পুতেকক তেওঁ বাধা নিদিছিল বৰং ভালহে পাইছিল। বহুতো পলাই ফুৰা স্বেচ্ছা-সেৱকক গোপনে আশ্ৰয় দি আহাৰ-পানীৰ যোগান ধৰিছিল। তেখেতৰ এই উদাৰ মনোভাবৰ বাবে ৰাইজে প্ৰশংসা কৰিছিল। সেই সময়ত যি কোনো দেশসেৱাৰ সামাজিক অনুষ্ঠানৰ আলোচনা তেওঁৰ ঘৰতে হৈছিল। হিন্দু, মুছলমান, উচ্চ-নীচ সকলোৱে তেওঁৰ

পৰা সমাদৰ লাভ কৰিছিল। হিন্দুৰ বাহিৰেও কেইবাজনো মুছলমানৰ তেওঁ ধৰ্মমাতৃ আছিল। তেওঁৰ মতে সকলো মানুহৰ তেজ একেই।

৺অমৃতপ্ৰিয়া দেবী শিশুসকলৰ অতি প্ৰিয় আছিল। তেওঁ নিজৰ ঘৰতে এটি পুথিভঁৰাল পাতি তাৰপৰা দুখীয়া ল'ৰা-ছোৱালীক কিতাপ-ফলি আদিৰ সহায় দিছিল। ভীমচৰিত, লক্ষ্মী চৰিত, ধ্ৰুৱ চৰিত আদি পুথিৰ পদবিলাক মুখে মুখে গুৱলা কণ্ঠৰে সুললিত সুৰৰে গাই ল'ৰাছোৱালীবিলাকক শুনাইছিল। ইয়াৰ বাহিৰেও বহুত সাধুকথা, ফকৰা যোজনা, সাঁথৰ, কৌতুক আদি অনৰ্গল কৈ যাব পৰা গুণটোৱে কিশোৰ-কিশোৰীহঁতক বাৰুকৈয়ে মুগ্ধ কৰিছিল। তেওঁৰ বহুত আধ্যাত্মিক গীত-পদ জীয়েক-জোঁৱায়েকে সংগ্ৰহ কৰি ৰাখিছে।

এগৰাকী শিক্ষিতা মাতৃ এশ শিক্ষকতকৈও শ্ৰেষ্ঠ। এশ বছৰৰ আগতে অসমত বৰ্তমানৰ দৰে স্ত্ৰীশিক্ষাৰ প্ৰচলন নাছিল। চহৰৰ দুই এগৰাকী মহিলাইহে মাথোন সাধাৰণ শিক্ষা লাভ কৰিবলৈ সুবিধা পাইছিল। সেই যুগৰ নাৰী হৈও ৺অমৃত প্ৰিয়াই বিদুষী প্ৰতিভাময়ী নাৰীৰ যোগ্যতা অৰ্জন কৰিবলৈ সক্ষম হৈছিল আৰু নিজে প্ৰতিভা বিকাশৰ বাবে পৰিবেশ সৃষ্টি কৰি লব পাৰিছিল। পিতৃ-মাতৃহীনা ছোৱালী এজনীয়ে ককায়েকৰ লগত থাকি স্কুল-কলেজত ছোৱালীৰ প্ৰৱেশ নোহোৱা যুগত লেখাপঢ়া শিকাটো আৰু সেই যুগত স্বামীৰ ঘৰত অধ্যয়ন কৰিবলৈ সুযোগ পোৱাটো কম-কথা নাছিল। দৈবানুগ্ৰহত ৺অমৃতপ্ৰিয়া শিক্ষিত পৰিবেশৰ পৰা কেতিয়াও বঞ্চিত হোৱা নাছিল—তাৰেই ফলস্বৰূপে বিস্মৃতভাৱে নাজানিলেও বৰ্তমান যুগত থুলমূল হিচাবে ৺অমৃতপ্ৰিয়াৰ নাম সাহিত্য জগতত জিলিকি আছে। জোনাকী পৰুৱাৰ ক্ষুদ্ৰ পোহৰো মূল্য নথকা নহয়—আন্ধাৰ ৰাতি দিকহাৰা পথিকক ইয়ে পথৰ সন্ধান দিয়ে, তেনেকৈয়ে সংখ্যাত কম হলেও অমৃতপ্ৰিয়াৰ প্ৰবন্ধসমূহে অসমীয়া সাহিত্যপ্ৰেমীক জ্ঞানৰ পোহৰ দৰ্শাব। এনে এগৰাকী মাতৃ—যাৰ বিশ্ববিদ্যালয়ৰ ওখ ডিগ্ৰী নাই অথচ জ্ঞানৰ ভাণ্ডাৰ সুউচ্চ—তেওঁৰ সন্তান মানুহ হ'বই। ৺অমৃতপ্ৰিয়া বাস্তৱতে সুগৃহিনী আছিল। তেওঁৰ মৃত্যুৰ পোন্ধৰ বছৰ আগতেই স্বামী বিয়োগ হোৱা সত্ত্বেও নিজৰ সংসাৰখন কোনো বিশৃংখলতা নোহোৱাকৈ চলাইছিল। ৺অমৃত-

প্ৰিয়া দেৱীৰ আদৰ্শত আৰু উন্নত পৰিবেশৰ মাজত তেখেতৰ ল'ৰা-ছোৱালীবোৰ শিক্ষাৰ প্ৰতি ধাউতি জন্মিছিল। স্ত্ৰীশিক্ষাৰ মুঠেই প্ৰচলন নথকা যুগতে ৺অমৃতপ্ৰিয়াৰ ডাঙৰ ছোৱালী দুজনী ল'ৰাৰ স্কুলতে পঢ়ুৱাটো সেই সময়ৰ সামাজিক ৰীতিনীতিৰ বিৰুদ্ধে প্ৰত্যাহ্বান বুলিয়েই ক'ব পাৰি। এনে মহিলা যুগে যুগে আদৰণীয়।

৺অমৃতপ্ৰিয়া দেৱীয়ে মাজে সময়ে সভা-সমিতিলৈ গৈছিল, সূত্ৰযজ্ঞ, আদিত যোগ দিছিল আৰু শিক্ষিত লোকৰ লগত গভীৰ দাৰ্শনিক তত্ত্বমূলক আৰু সমসাময়িক ঘটনাৱলীৰ চৰ্চা কৰি বৰ তৃপ্তি পাইছিল। স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰী, শিক্ষক, অধ্যাপক আৰু আন আন শিক্ষিত লোকসকলে আহি ৺অমৃতপ্ৰিয়াৰ লগত কথা-বতৰা পাতি বৰ সন্তোষ পাইছিল। সেইবুলি তেওঁ প্ৰতিবেশী অশিক্ষিত মহিলাসকলক হেয় জ্ঞান কৰা নাছিল। বৰং হাঁহিমুখে আপোনজনৰ দৰে আদৰ আপ্যায়ন কৰিছিল।

এইগৰাকী সৰবৰহী, বিদুষী চিৰহাস্যময়ী, আলোকসন্ধানী, দৃঢ়মনা নাৰী ১৯৫৫ চনৰ ১৬ ফেব্ৰুৱাৰীৰ দিনা ইহলোকৰ মায়া ত্যাগ কৰি চিৰদিনৰ বাবে গুচি গ'ল। তেওঁৰ বিয়োগত ২০।২।৫৫ তাৰিখৰ অসম ট্ৰিবিউন আৰু ২২।২।৫৫ তাৰিখৰ হিন্দুস্তান ষ্টেণ্ডাৰ্ড দুয়োখন বাতৰি কাকতত লেখিছে— The death has occured here of Sm Amritpriya Devi at the age of 72. She was a highly cultured woman and was proficient in the ancient lores. She had also acquired proficiency in Ayurveda from her deceased husband. Sm Amritpriya kept herself abreast of current developments in the country.

During the struggle for freedom, she extended her hospitality to the fighters in no limited measure and her village home at Bhaluki of Bojali was the hub of them all.

The funeral was largely attended. she is survived by two sons and two daughters.

সেই সময়ত বাতৰি কাকতত মৃত্যুৰ বাতৰি ছপোৱা সাধাৰণ কথা নাছিল। এই গৰাকী অসাধাৰণ গুণসম্পন্না মহিলাজনি পৃথিৱীত নাই—কিন্তু তেওঁ এৰি থোৱা গুণৰ সোঁৱৰে অসমীয়া নাৰী

সমাজ আজিও আমোলমোলাই ৰাখিছে—তেওঁ সদায় গাই থকা অতি প্ৰিয় গীতটিৰ সুৰৰ ধ্বনি প্ৰাণে প্ৰাণে ঝংকৃত হৈ আছে—

দিহা ঃ হে দেখিও চঞ্চল মন
ছায়াবাজী খেলা।
খেলা দেখি নু ভুলিবা
ৰামকৃষ্ণ বোলা ॥

পদ ঃ পাতি আছে ব্ৰহ্মাৰ সভা
সুবৰ্ণ গঠিত ঃ
তাক দেখি জীৱগণ
হইল মোহিত ॥
সকলো ঈশ্বৰৰ লীলা
নৰ্ত্তকী লইয়া।
চিকিমিকি খেলা কৰে
ব্ৰহ্মাণ্ড ভেদিয়া ॥
দুইজনে ছায়াবাজি
খেলা আৰম্ভিলা।
ব্ৰহ্মাদেৱে টিকটবাবু
টিকট কাটি দিলা ॥
টিকটতে লেখা আছে
যাৰ যিমান মেদ। (ম্যাদ)
মেদ হন্তে বহিৰাই
কৰি আছে ছেদ ॥
এইদৰে যাই কত
আসক্ত দুনাই।
ছায়াবাজি খেলা দেখি
জীৱে মোহ যায় ॥

যেনেকৈ গভীৰ অৰণ্যত সুগন্ধি ফুল ফুলি আপোনমনে সৌৰভ বিলাই যায় সেই সৌৰভ জনসমাজে উপভোগ কৰিবলৈ নাপায়—ঠিক তেনেকৈ এটা অন্ধকাৰযুগত "অমৃতপ্ৰিয়াই বিলাই যোৱা জ্ঞানৰ সৌৰভৰ সম্পূৰ্ণ উপভোগ কৰিবলৈ অসমৰ নাৰী সমাজে নাপালে। তথাপি "অমৃতপ্ৰিয়া মৰিও অমৰ।" ●●

"অমৃতপ্ৰিয়াৰ জীৱনী লেখিবৰ বাবে তথ্য আদি দি সহায় কৰাত শ্ৰীদীপেন শৰ্মালৈ কৃতজ্ঞতা জনালো। —সম্পাদিকা।

# সৰোজবালা দত্ত

শ্ৰীমতী ব্ৰজবালা দত্ত



জন্ম ঃ ১৮৮৫ চন
মৃত্যু ঃ ১৯৭৩ চন

স্বৰ্গীয়া সৰোজবালা দত্ত ডিব্ৰুগড়ৰ ৺চন্দ্ৰধৰ ৰাজখোৱা আৰু ৺কনকেশ্বৰী ৰাজখোৱাৰ প্ৰথম সন্তান। ১৮৮৫ চনত ডিব্ৰুগড়ত তেখেতৰ জন্ম হৈছিল। তেখেতৰ জন্মৰ সময়ত পিতৃ ৺চন্দ্ৰধৰ ৰাজখোৱাই ডিব্ৰুগড়তে চাকৰি কৰি আছিল। পিছত তেখেত অবিভক্ত জয়পুৰ মৌজাৰ মৌজাদাৰ হৈছিল। বিশিষ্ট সাহিত্যিক বেণুধৰ ৰাজখোৱা সৰোজবালা দত্তৰ দদায়েক আৰু ৺শৈলধৰ ৰাজখোৱা তেখেতৰ ভায়েক আছিল।

ডিহিং নৈৰ পাৰত অৱস্থিত চন্দ্ৰধৰ ৰাজখোৱাৰ ঘৰখন প্ৰাচীন অসমীয়া পৰিয়ালৰ এখন চিত্ৰৰ দৰে আছিল। ভঁড়ালত ধান, গোহালিত গৰু, বাৰীত আম কঠাল, পুখুৰীত মাছ, পাছফালৰ চোতালত তাঁতশাল, আগফালৰ চোতালত হাতী—মুঠতে যেন একোৰেই অভাৱ নাছিল। কেউফালে পয়োভৰ। এনে পৰিবেশৰ মাজতে, পিতৃগৃহত সৰোজবালা দত্ত ডাঙৰ-দীঘল হৈছিল।

৺সৰোজবালা দত্তই ডিব্ৰুগড়ৰ বালিকা বিদ্যালয়ত শিক্ষা লাভ কৰিছিল। তেতিয়া বিদ্যালয়বোৰত বঙালী ভাষা শিক্ষাৰ মাধ্যম আছিল। সেইকাৰণে অভ্যাসবশতঃ তেখেতে জীৱনৰ শেষ বয়সলৈকে 'ৰ' আখৰটো 'ৰ' বুলিয়েই লেখিছিল। কেইবছৰমান শিক্ষালাভ কৰাৰ পাছতেই, নিচেই কম বয়সতে ৺নীলাম্বৰ দত্তৰ লগত তেখেতৰ বিবাহ সম্পন্ন হয়। নীলাম্বৰ দত্ত সৰু থাকোতেই তেখেতৰ মাতৃ

বিয়োগ হৈছিল। সেইবাবে বিবাহৰ সময়ত ঘৰত তেখেতৰ পিতৃ আৰু দুজন ভায়েক আছিল।

সৰোজবালা দত্তৰ স্বামী ৺নীলাম্বৰ দত্তই তাঁৰ বিভাগত প্ৰশিক্ষণ লৈ ডাক-তাঁৰ বিভাগত চাকৰি কৰিছিল। কিন্তু পিছলৈ তেখেতে সেই চাকৰি এৰি ঠিকা কৰিবলৈ আৰম্ভ কৰে। তেখেত কঠোৰ পৰিশ্ৰমী আৰু অত্যন্ত সাহসী মানুহ আছিল। এই গুণৰ বলতেই তেখেতে ব্যৱসায়ত যথেষ্ট উন্নতি কৰিছিল। এই বিষয়ত পত্নীয়ে তেখেতক সদায় উৎসাহিত কৰিছিল আৰু সুখ-দুঃখ সকলো অৱস্থাৰ মাজেৰে ঘৰুৱা সংসাৰখন পৰিপাটিকৈ চলাই নিছিল।

সৰোজবালা দত্ত যেনেকৈ দেখিবলৈ ধুনীয়া, তেনেকৈ সকলো কামতে পাকৈত আৰু বুদ্ধিমতীও আছিল। বোৱাকটা কামৰ প্ৰতি ৰাপ দেখি শহুৰেকে তেওঁক ঘৰতে এগৰাকী বোৱনী লগাই তাঁত-সূত শিকোৱাইছিল। ৰন্ধা-বঢ়াৰ পৰা বোৱাকটা, উলৰ কাম, সূতাৰ কাম, ঘৰতে এড়ীপলু পুহি সূতাকটা আদি সকলো কামতে তেখেত পাৰদৰ্শী আছিল। ১৯৩০ চনত ডিব্ৰুগড়ত হোৱা এখন হস্ত-শিল্পৰ প্ৰদৰ্শনীত সৰোজবালা দত্তই সকলোবোৰ বিষয়তে প্ৰথম পুৰস্কাৰ লাভ কৰি সকলোৰে প্ৰশংসাৰ পাত্ৰী হৈছিল।

স্বামীগৃহত এনে এক আনন্দমুখৰ আৰু আৰ্থিকভাবে অতি স্বচ্ছল পৰিবেশৰ মাজত সৰোজবালাই তেখেতৰ যৌৱনকাল আৰু প্ৰৌঢ়কাল অতিবাহিত কৰিছিল। তেখেত অতি চৌখিন অথচ নিভাঁজ অসমীয়া সাজপাৰ আৰু ৰীতি-নীতিৰে এগৰাকী আদৰ্শ গৃহিণী আছিল।

সৰোজবালা দত্ত ছটা সন্তানৰ মাতৃ হৈছিল। তেখেতৰ তিনি-গৰাকী জীয়ৰী হ'ল ক্ৰমান্বয়ে বৰ জীয়ৰী শ্ৰীযুতা জ্ঞানবালা বৰুৱা, মাজুজীয়ৰী ৺ৰাজবালা পদ্মপতি আৰু সৰু জীয়ৰী এই জীৱনী লেখিকা শ্ৰীযুতা ব্ৰজবালা দত্ত। শ্ৰীযুতা জ্ঞানবালা যোৰহাটৰ ৺হেৰম্ব-প্ৰসাদ বৰুৱাৰ পত্নী। ৰাজবালাক তেজপুৰৰ শ্ৰীকামাখ্যাকুমাৰ পদ্মপতিলৈ বিয়া দিয়া হৈছিল। কিন্তু বিবাহৰ ছমাহ পিছতেই ৰাজ-বালাৰ মৃত্যু হয়। এই ঘটনাই মাতৃ সৰোজবালাক চৰম আঘাত দিয়ে। পুত্ৰসকলৰ ভিতৰত বৰপুত্ৰ শ্ৰীনবকুমাৰ দত্ত, মাজুপুত্ৰ শ্ৰী (জাষ্টিচ) শৰৎকুমাৰ দত্ত আৰু সৰু পুত্ৰ শ্ৰীদেবকুমাৰ দত্ত। তিনিওজনেই উচ্চ শিক্ষাৰে শিক্ষিত আছিল। সৰোজবালাৰ জীৱিত

কালতে তিনিওজন পুত্ৰৰ বিবাহ সম্পন্ন হৈছিল। ঘোৰ সংসাৰী আৰু ৰক্ষণশীল স্বভাৱৰ হোৱা সত্ত্বেও তেখেত কোনোক্ষেত্ৰতে সংকীৰ্ণমনা নাছিল। এগৰাকী দক্ষ গৃহিণী আৰু মৰমিয়াল শাহু হিচাবে ঘৰখনত তেখেতে নিয়মানুবৰ্তিতা তথা শৃংখলা আৰু কৰ্ত্তব্যৰ অনুশাসন প্ৰৱৰ্তন কৰিছিল।

সৰোজবালা এগৰাকী ভাল নামতীও আছিল আৰু সুন্দৰকৈ এচ্ৰাজ বজাব পাৰিছিল। তেখেতে বজোৱা এচ্ৰাজ এখন এতিয়াও তেখেতসকলৰ ঘৰত আছে। তেখেতৰ মুখত জাউৰিয়ে জাউৰিয়ে আইনাম, বিয়ানাম, ল'ৰা-ছোৱালী নিচুকোৱা নাম আদি নামবোৰ শুনি ঘৰৰ, পৰিয়ালৰ আৰু ওচৰচুবুৰীয়া লোকসকলো বৰ আনন্দিত হৈছিল। শেষ বয়সত আধুনিক বিয়ানামবোৰ শুনি তেখেতে বেয়া পোৱা হৈছিল আৰু আগৰ দিনৰ সুশ্ৰাব্য নামবোৰ গাই শুনাইছিল। কীৰ্তনকে আদি কৰি আন বহুত ধৰ্মপুথিৰ নাম তেখেতে অনৰ্গল গাই যাব পাৰিছিল।

মাজু জীয়ৰী ৰাজবালাৰ অকাল মৃত্যুত সৰোজবালা দত্তৰ জীৱনৰ গতি সলনি হ'ল। তেখেতে বিয়া-সবাহ, সভা-সমিতি, থিয়েটাৰ-চিনেমা আদি সম্পূৰ্ণভাৱে ত্যাগ কৰিলে। তেখেতে স্বামী আৰু ল'ৰা-ছোৱালীৰ সৈতে বছৰত এবাৰ ভাৰতবৰ্ষৰ মানা ঠাই ফুৰিবলৈ ওলাইছিল। কিন্তু এই শোক পোৱাৰ পিছত ঘৰৰ পৰা একেবাৰেই নোলোৱা হ'ল। ঘৰতে ধৰ্মপুথি পঢ়ি আৰু গোপিনীসকলৰ সৈতে নামগাই সময়বোৰ কটাবলৈ ধৰিলে।

স্বৰ্গীয়া দত্তৰ বেছি শিক্ষা নাছিল বুলি আগতেই উল্লেখ কৰা হৈছে। স্কুলত কেইশ্ৰেণীমান পঢ়াৰ পিছতে তেখেতৰ শিক্ষাগ্ৰহণ অন্ত পৰে। কিন্তু পঢ়া-শুনাৰ প্ৰতি তেখেতৰ বিশেষ ধাউতি আছিল। সেইদিনত লেখত ল'বলগীয়া অসমীয়া আলোচনী বেছি নাছিল বুলিলেও হয়। তেখেত 'ভাৰতবৰ্ষ', 'বসুমতী' আদি কলিকতাৰ পৰা ওলোৱা বঙালী আলোচনীৰ নিয়মীয়া গ্ৰাহিকা আছিল। অসমীয়া বাতৰি কাগজখন নিয়মিতভাৱে পঢ়ি দেশ-বিদেশৰ খবৰ ৰাখিছিল আৰু শেষ জীৱনত নিজে পঢ়িব নোৱাৰা হ'লত আনে কাগজখন পঢ়ি শুনাব লাগিছিল। কবিগুৰু ৰবীন্দ্ৰনাথৰ কবিতা তেখেতৰ বৰ প্ৰিয় আছিল।

১৯৩৩ চনত মাজু জীয়ৰী ৰাজবালাৰ মৃত্যুৰ পাছত সৰোজবালাৰ মাতৃ হৃদয়ে হাহাঁকাৰ কৰি উঠিল, মনৰ শান্তি চুৰমাৰ হৈ গ'ল,—শোকে ভেঁটা ভাঙি দিলে আৰু অন্তৰৰ ব্যথা প্ৰকাশ পালে তেখেতৰ ‘প্ৰলয় কাহিনী’ নামৰ কবিতাৰ কিতাপখনিত। এই পুথি যদিও জীৱনৰ মৰ্মন্তুদ কাহিনী তথাপিও ইয়াৰ মাজেদি তেখেতৰ লেখাৰ প্ৰতিভা আৰু সন্তানহাৰা মাতৃৰ শোক উচ্ছ্বাস ভাষাত ৰূপান্তৰিত কৰিব পৰা ক্ষমতা প্ৰকাশ পালে। এই কিতাপ পঢ়ি খ্যাতনামা সাহিত্যিক, ঔপন্যাসিক ৺ৰজনীকান্ত বৰদলৈ ডাঙৰীয়াই কিতাপখনৰ পাতনিত মন্তব্য কৰিছিল যে, “প্ৰলয়কাহিনী”য়ে অসমীয়া পঢ়ুৱৈ সমাজত সমাদৰ লাভ কৰিব।

ইয়াৰ পিছত সৰোজবালা দত্ত স্বামী নীলাম্বৰ দত্তৰ সৈতে তীৰ্থ ভ্ৰমণলৈ ওলাল। তীৰ্থ ভ্ৰমণে মনত শান্তি দিব পাৰে বুলি আৰু পূৰ্বজন্মৰ কিবা দোষ থাকিলে খণ্ডন হ'ব পাৰে বুলি সৰল বিশ্বাসেৰে তেখেতসকলে ভাৰতবৰ্ষৰ ভালেমান প্ৰসিদ্ধ তীৰ্থস্থান ভ্ৰমণ কৰি আহিলেগৈ। ভ্ৰমণৰ অন্তত সৰোজবালাই আন এখন কিতাপ লেখিবলৈ হাতত ল'লে। কিতাপখনিৰ নাম ৰাখিলে ‘শান্তি সন্ধান’। এই কিতাপত তেখেতে তীৰ্থ ভ্ৰমণৰ অভিজ্ঞতাবোৰ বৰ্ণনা কৰিছিল। ‘শান্তি সন্ধান’ক সৰ্বপ্ৰথম অসমীয়াত লেখা ভ্ৰমণ কাহিনীৰ ভিতৰত অন্যতম বুলি কলেও বোধকৰো অত্যুক্তি কৰা নহ'ব। সেই যুগৰ কেইবাগৰাকীও সাহিত্যিকে, (মনত পৰাৰ ভিতৰত ৺জ্ঞানদাভিৰাম বৰুৱাও এগৰাকী) এই কিতাপ পঢ়ি প্ৰশংসা কৰিছিল।

তীৰ্থ ভ্ৰমণৰ অন্তত সৰোজবালা তেখেতসকলৰ কুলৰ গুৰু আউনীআটীৰ সত্ৰাধিকাৰ শ্ৰীশ্ৰী হেমচন্দ্ৰ গোস্বামী প্ৰভুৰ ওচৰ চাপিল আৰু গুৰুৱে যেন তেখেতক ধৰ্মৰ ডোলেৰে বান্ধি পেলালে। মালা-মন্ত্ৰ, ধৰ্মৰ গূঢ় তত্ত্বেৰে তেখেতৰ অস্থিৰ চিত্ত লাহে লাহে স্থিৰ হৈ আহিবলৈ ধৰিলে।

তেনে সময়তে ১৯৪২ চনত স্বামীৰ বিয়োগ ঘটাত তেখেতে আন সকলো কাম এৰি একমাত্ৰ ধৰ্ম-কৰ্মতে নিজক আৱদ্ধ কৰি পেলালে। গুৰুৰ সান্নিধ্য লাভ কৰিবৰ বাবে আউনীআটী সত্ৰত ঘৰ এটা সজাই মাজে মাজে গৈ তাত দীঘলীয়াকৈ থাকিবলৈ ল'লে। গুৰুৰ আশ্ৰয়ত থাকি মনত যথেষ্ট শান্তি পালে। সেই বয়সতো তেখেতে নিজহাতে

গোসাঁই ঈশ্বৰৰ বাবে পাটৰ ধুতি-চাদৰ, ভাওৰ ফুজৰ গোসাঁই গামোছা আদি বৈ নিছিল। আউনীআটী সত্ৰত সজোৱা ঘৰটো পাছত তেখেতে স্বামীৰ নামত সত্ৰত আলহী থকা ঘৰ হিচাপে দান দিয়ে। কিন্তু দুঃখৰ বিষয় যে প্ৰবল গৰাখহনীয়াত সেই ঘৰ ব্ৰহ্মপুত্ৰৰ বুকুত লোপ পালে।

সৰোজবালা ধাৰ্মিক মহিলা আছিল। নাম প্ৰসঙ্গত তেখেতৰ গভীৰ বিশ্বাস আছিল। কিন্তু বিগ্ৰহ আদিক অৱহেলা নকৰিছিল। তেখেতে কৈছিল যে যুগে যুগে ঈশ্বৰ উপাসনাৰ প্ৰথা সলনি হৈ থাকিলেও পৰমেশ্বৰ এজনেই।

১৯৭৩ চনৰ মে' মাহৰ সোতৰ তাৰিখ, বৌদ্ধ পূৰ্ণিমাৰ নিশা, মাত্ৰ বাৰ দিন টান নৰিয়াত ভুগি, ল'ৰা-ছোৱালী, নাতি-নাতিনী সকলোকে কন্দুৱাই সৰোজবালা দত্তই স্বৰ্গধামলৈ গতি কৰে। মৃত্যুৰ সময়ত তেখেতৰ বয়স আছিল ৮৮ বছৰ। ●●

# হেমপ্ৰভা দাস

শ্ৰীমতী পুণ্যপ্ৰভা ৰাজখোৱা



জন্ম ঃ ১৮৮৬ চন
মৃত্যু ঃ ১৯৪৫ চন

উনবিংশ শতাব্দীৰ শেষ ভাগত যেতিয়া অসমত ল'ৰাৰ হাইস্কুলৰ সংখ্যাই নগণ্য আছিল, ছোৱালীৰ হাইস্কুল নাছিলেই আৰু কম সংখ্যক অভিভাৱকেহে ছোৱালীক স্কুলত পঢ়ুৱাই শিক্ষা দিয়াৰ কথা চিন্তা কৰিছিল—সেই সময়তে যি গৰাকী ছোৱালী বহু কষ্ট কৰি কলিকতালৈ গৈ স্কুলত পঢ়িবলৈ লৈছিল—তেৱেঁই আছিল অফুৰন্ত কৰ্মশক্তিৰ মহিলা স্বৰ্গীয়া হেমপ্ৰভা দাস। তেওঁ ডিব্ৰুগড় ছোৱালী হাইস্কুলৰ প্ৰতিষ্ঠাত্ৰী আৰু প্ৰধান শিক্ষয়িত্ৰী আছিল। সেই স্কুল বৰ্তমান উচ্চ মাধ্যমিক বহুমুখী বিদ্যালয়ত পৰিণত হৈছে।

ডিব্ৰুগড়ৰ সম্ভ্ৰান্ত ভূঞা পৰিয়ালত ১৮৮৬ চনৰ ১০ এপ্ৰিল তাৰিখে হেমপ্ৰভাৰ জন্ম হয়। তেওঁৰ পিতৃ স্বৰ্গীয় মাধৱেন্দ্ৰ ভূঞা আৰু মাতৃ স্বৰ্গীয়া দেৱীপ্ৰভা ভূঞা দুয়ো অতি উদাৰ মনৰ আৰু স্ত্ৰী-শিক্ষাৰ প্ৰতি আগ্ৰহী আছিল। হেমপ্ৰভাৰ বায়েক আছিল ৺দুৰ্গা-প্ৰভা বড়া (ভূঞা), ককায়েক ৺কনকচন্দ্ৰ ভূঞা আৰু ভায়েক ৺মাণিক চন্দ্ৰ ভূঞা।

মাতৃ দেৱীপ্ৰভা দৃঢ় মনোবলৰ এগৰাকী সাহসী মহিলা আছিল। ১৮৯৯ চনত দুৰ্গাপ্ৰভা আৰু হেমপ্ৰভাই ডিব্ৰুগড় স্কুলৰ পৰা মাইনৰ পাছ কৰাৰ পাছত মাতৃ দেৱীপ্ৰভাই তেওঁলোকক উচ্চ শিক্ষা দিয়াৰ

কথা ভাবিলে। তেওঁ ল'ৰা-ছোৱালীকেইটিক লৈ যান-বাহনৰ সুচল নথকা অৱস্থাত, যাতায়তৰ নানা অসুবিধাকো আওকাণ কৰি কলিকতালৈ লৈ গৈছিল আৰু তাত ঘৰ ভাড়া কৰি থাকি ছোৱালী দুটিক বেথুন কলেজৰ সপ্তমমান শ্ৰেণীত নাম লগাই দিয়ে। সেই সময়ত অসমৰ স্কুলত ল'ৰা-ছোৱালী একেলগে পঢ়াতো ভাবিব নোৱাৰা কথা আছিল। উচ্চ শিক্ষাৰ বাবে অসমৰ বাহিৰলৈ যোৱা এই দুগৰাকী ছোৱালীয়েই প্ৰথম বুলি জনা যায়। তেওঁলোকে অসমৰ পৰা জাহাজেৰে গৈ বঙ্গদেশৰ গোৱালন্দ ষ্টেশ্যনৰ পৰা ৰেলেৰে গৈ কলিকতা পাইছিল। আজিমান দিনলৈকে অসমৰ পৰা বাহিৰলৈ যোৱাৰ ব্যৱস্থা এনেকুৱা আছিল।

কেইবছৰমান তাত থকাৰ পিছত দুৰ্গাপ্ৰভা, হেমপ্ৰভাই এন্ট্ৰেন্স পাছ কৰিলে। তেতিয়া মাক দেবীপ্ৰভাই তেওঁলোক দুয়োকে বেথুন কলেজৰ হোষ্টেলত থৈ কলেজত পঢ়ুৱাৰ দিহা কৰিলে। হোষ্টেলত থৈ আহিবৰ সময়ত দুৰ্গাপ্ৰভাই মাকক এৰি থাকিবলৈ মন নকৰাত মাকে দুয়োকে লৈ আহিব খুজিলে। হেমপ্ৰভাই তেতিয়া মাকক কলে, "মা, তুমি মোক এবাৰ হোষ্টেলত থৈ পঢ়ুৱাম বুলি আশা দিলা যেতিয়া মোক থৈ যাবই লাগিব। মই ইয়াতে পঢ়িম।" মাকেও সৰু জীয়েকৰ এনে মনোবল দেখি ভাল পালে আৰু তেওঁক হোষ্টেলত থৈ অসমলৈ ঘূৰি আহিল।

হেমপ্ৰভাই তাত পঢ়ি দুবছৰৰ পাছত এফ, এ, পাছ কৰি বি, এ শ্ৰেণীত নাম লগালে।

তেওঁ হোষ্টেল আৰু কলেজতো বান্ধৱী আৰু শিক্ষয়িত্ৰীসকলৰ প্ৰিয় পাত্ৰী আছিল। বি, এ পঢ়ি থকা সময়তে তেওঁৰ পিতৃবিয়োগ হোৱাত তেওঁ ঘৰলৈ গুচি আহিব লগা হ'ল। পিতৃক হেৰুওৱা শোকৰ লগতে বান্ধৱীসকলক আৰু অসমাপ্ততকৈ শিক্ষা এৰি আহিব লগা হোৱাত তেওঁ মনত অতি দুখ পাইছিল। পিছত কলেজ কৰ্তৃপক্ষৰ পৰা তেওঁক মাতি পঠোৱা কেইবাখনো চিঠি পোৱা সত্ত্বেও নানা প্ৰকাৰ ঘৰুৱা জঞ্জালৰ বাবে তেওঁৰ আৰু কলিকতালৈ ঘূৰি যোৱা নহ'ল। বি, এ পাছ কৰাৰ আশা তেওঁৰ মনতে মাৰ নিয়াৰ দৰে হ'ল।

হেমপ্ৰভা কলিকতাত থকা সময়তে বাইদেৱেক দুৰ্গাপ্ৰভাৰ গুৱাহাটীৰ ডাক্তৰ বিপিনবিহাৰী বৰুৱাৰ লগত বিয়া হয়। এইখিনিতে

উল্লেখ কৰিব খুজিছোঁ যে স্বৰ্গীয়া দুৰ্গাপ্ৰভা বড়া ১৯২৬ চনত গুৱাহাটীত বহা অসম মহিলা সন্মিলনৰ প্ৰথম অধিবেশনৰ সভানেত্ৰী আছিল।

দেউতাকৰ অবৰ্তমানত ভিনিহীদেৱেক ডাঃ বড়াই তেওঁলোকৰ ঘৰখনৰ অভিভাৱক স্বৰূপ আছিল। ভিনিহীদেৱেকে গুৱাহাটীৰ চিভিল হস্পিটেলৰ এছিষ্টেণ্ট চাৰ্জন ডাঃ হৰিকৃষ্ণ দাসৰ লগত হেমপ্ৰভাৰ বিয়াৰ বন্দোবস্ত কৰে। মাকে হেমপ্ৰভাক মতামত সোধাত তেওঁ ক'লে, "মানুহজন যদি স্বাধীনচিতিয়া, উদাৰ মনৰ হয় তেনেহ'লে তেওঁৰ আপত্তি নাই।" ভিনিহীয়েকৰ মুখত মানুহজনৰ উচ্চ প্ৰশংসা শুনি তেওঁ বিয়াত সন্মতি দিলে। ১৯০৬ চনত তেওঁ-লোকৰ বিয়া হৈ যায়। প্ৰকৃততে ডাঃ হৰিকৃষ্ণ দাস এজন উদাৰমনা, সহানুভূতিশীল, পৰোপকাৰী, সংস্কাৰশূণ্য মনৰ লোক আছিল। হেমপ্ৰভাও স্বাধীনচিতিয়া, স্পষ্টবাদী, মৰমিয়াল মহিলা আছিল তেওঁলোকৰ এখন সুখী সংসাৰ হ'ল। ১৯০৮ চনত তেওঁলোকৰ বৰ জীয়াৰী শ্ৰীমতী তিলোত্তমাৰ (বৰ আইকণ) জন্ম হয়। এই সময়তে ডাঃ দাস ডিব্ৰুগড়লৈ বদলি হৈ যায়। চিভিল হস্পিটালৰ উপৰিও তেওঁ বেৰি হোৱাইট মেডিকেল স্কুলতো শিক্ষকতা কৰে। ডিব্ৰুগড়ত ১৯১১ চনত সৰু জীয়েক শ্ৰীমতী অমলপ্ৰভা (সৰুমণি)ৰ জন্ম হয়।

এই কেইটি বছৰ তেওঁ ছোৱালী দুটিক লৈ ঘৰুৱা কামতে ব্যস্ত হৈ থাকিব লগা হৈছিল। হেমপ্ৰভাৰ দৰে সমাজ-সচেতন মহিলা এগৰাকীয়ে ঘৰতে এইদৰে সময় কটাই ভাল নেপাইছিল। তেওঁ আমাৰ ছোৱালীবোৰক আৰু লগতে মাকসকলকো স্ত্ৰী-শিক্ষাৰ প্ৰতি কেনেকৈনো আগ্ৰহী কৰিব পাৰি তাৰ চিন্তা কৰিলে। এনেতে এটি সুযোগ আহিল। সজ কামলৈ মানুহৰ চেষ্টা থাকিলে যেনে তেনে সুযোগ ওলায়েই।

১৯১৩ চনত ডিব্ৰুগড় মডেল স্কুলত (মাইনৰ স্কুল) প্ৰধান শিক্ষয়িত্ৰীৰ পদ খালি হয়। ইয়াৰ বাবে হেমপ্ৰভাকেই উপযুক্ত ভাবি এই পদ ল'বলৈ মেনেজিং কমিটিয়ে অনুৰোধ কৰিলে। তেৰোঁ আনন্দ মনেৰে সেই দায়িত্ব গ্ৰহণ কৰিলে। স্বৰ্গীয়া কুন্তী ফুকননীয়ে তেতিয়া সেই স্কুলতে কাম কৰি আছিল।

স্কুলৰ পৰা মাইনৰ পাছ অৰ্থাৎ ষষ্ঠমান শ্ৰেণী পাছ কৰাৰ পাছত ছোৱালীবোৰে স্কুল এৰিব লগা হৈছিল আৰু কতো পঢ়িবলৈ সুবিধা নেপাইছিল। তেতিয়ালৈকে অসমত সহশিক্ষাৰ প্ৰচলন হোৱা নাছিল। সেয়ে হেমপ্ৰভা দাসে সেই স্কুলখন হাইস্কুললৈ উন্নীত কৰিবলৈ ইচ্ছা কৰিলে। তেওঁ ঘৰে ঘৰে গৈ আগতে এম-ই 'পাছ' কৰি ঘৰত বহি থকা ছোৱালী কেইগৰাকীমান আৰু নতুনকৈ 'পাছ' কৰি ওলোৱা ছোৱালীখিনিক গোটাই লৈ একশ্ৰেণী একশ্ৰেণী কৈ বঢ়াই নি হাইস্কুলত পৰিণত কৰিলে। এই ছোৱালীবোৰক সংগ্ৰহ কৰাৰ সময়ত তেওঁ অভিভাৱকসকলক ছোৱালীক পঢ়ুৱাৰ বিষয়ে যথেষ্ট বুজাব লগা হৈছিল। ১৯২৩ চনত প্ৰথম দল ছোৱালী, প্ৰায় ৮।৯ গৰাকীয়ে মেট্ৰিক দিয়ে, তাৰ মাজত দুগৰাকী বঙালী ছোৱালীও আছিল। আটাই কেইগৰাকী পৰীক্ষাৰ্থীয়েই উত্তীৰ্ণ হৈছিল। ছয় গৰাকীয়ে প্ৰথম বিভাগ লাভ কৰিবলৈ সক্ষম হৈছিল। তিলোত্তমাও মেট্ৰিকৰ কাৰণে প্ৰস্তুত হৈছিল। পিছে তেওঁৰ বয়স কম হোৱাত তেওঁ পৰীক্ষাত বহিব নোৱাৰিলে। মেট্ৰিক পৰীক্ষাৰ্থী ছোৱালীৰ বয়স তেতিয়া ষোল্ল বছৰ নিৰ্ধাৰিত আছিল।

হাইস্কুল হোৱাৰ পিছত লাহে লাহে ছাত্ৰীৰ সংখ্যা বাঢ়িল—। ডিব্ৰুগড়ৰ ওচৰ-পাজৰৰ বাগানৰ কৰ্মচাৰীসকলৰ ছোৱালীও দুই-চাৰি গৰাকী আহিবলৈ ধৰিলে। ইচ্ছা থকাতো দূৰৰ, ছোৱালীবোৰ আহিব নোৱাৰে। এই কথা গম পাই হেমপ্ৰভাই চান্দা সংগ্ৰহ কৰি এখন গাড়ীৰ বন্দোবস্ত কৰিলে। সেই সময়ত মহিলাসকলে দিনতো চহৰৰ ভিতৰতে আলিবাটত খোজকাঢ়ি নুফুৰিছিল। এইবোৰ অসুবিধাৰ বাবে কেইবা গৰাকীও বাগানৰ ছোৱালীক তেওঁ নিজৰ ঘৰতে ৰাখি পঢ়াৰ সুবিধা কৰি দিলে। উপযুক্ত শিক্ষয়িত্ৰীৰূপে অসমীয়া বি, এ পাছ ছোৱালী নেপাই তেওঁ খ্বিলঙৰ পৰা এগৰাকী খাছিয়া গ্ৰেজুৱেট ছোৱালী আনি তেওঁৰ ঘৰতে যত্ন কৰি ৰাখি স্কুলত নিযুক্তি দিলে। লাহে লাহে ছোৱালীৰ সংখ্যা বাঢ়ি আহিল—ওচৰৰ গাঁৱৰ পৰাও কোনো কোনো ছোৱালী আহিবলৈ ইচ্ছা কৰাত তেওঁ নিজ ঘৰতে দুটামান কোঠা বঢ়াই নিজে দায়িত্বলৈ হোষ্টেল খুলিলে। তেওঁ স্কুলৰ আৰু হোষ্টেলৰ ছোৱালীবোৰক বৰ মৰমৰ চকুৰে চাইছিল। কোনো ছোৱালীৰ অসুখ হৈ স্কুল খতি কৰিলে ঘৰলৈ গৈ খা-খবৰ কৰি ডাঃ দাসক লৈ গৈ চিকিৎসা কৰাইছিল।

শিক্ষাব্ৰতী, সমাজ সংস্কাৰত আগ্ৰহী, কৰ্মশীলা এই গৰাকী মহিলাই সাহিত্য ক্ষেত্ৰলৈ আগবঢ়োৱা অৱদানখিনিলৈ লক্ষ্য কৰিলে তেখেতক এগৰাকী সুলেখিকা আখ্যা দিব পাৰি।

হেমপ্ৰভা দাসে শ্বেক্সপীয়েৰৰ তেৰটা গল্প অসমীয়ালৈ অনুবাদ কৰি "শেক্‌ছপিয়াৰৰ গল্প" নাম দি দুটা খণ্ডত কিতাপ আকাৰে প্ৰকাশ কৰিছিল। প্ৰকাশক আছিল তেখেতৰ স্বামী ডাঃ হৰেকৃষ্ণ দাস। অৱশ্যে এই পুথি প্ৰকাশ হোৱা চন সম্পৰ্কে কোনো উল্লেখ নাই।

গল্পকেইটা হ'ল—(১) যেন কুকুৰ তেন টাঙোন (২) ওথেলো (৩) দন্দুৰী কেথেৰিন (৪) টাইমন (৫) জাৰকালিৰ গল্প (৬) ৰোমিও জুলিয়েট (৭) ৰজা লিয়েৰ (৮) জুলিয়াচ চিজাৰ (৯) বাহুলবন্তে লঘুক্ৰিয়া (১০) পেৰিক্লিচ, (১১) হেমলেট (১২) ম্যাকবেথ (১৩) দ্বাদশ ৰজনী।

অসমৰ মহিলা সমাজত শিক্ষাৰ পোহৰ নপৰা যুগতে বিশ্ববিশ্ৰুত সাহিত্যিক শ্বেক্সপীয়েৰৰ গল্প অসমীয়ালৈ অনুবাদ কৰি অসমীয়া সকলক বিদেশী সাহিত্যৰ সোৱাদ দিয়াৰ তেখেতৰ প্ৰচেষ্টা আজিৰ মহিলাৰ বাবেও আদৰ্শনীয়।

ইয়াৰ উপৰিও তেখেতে বুৰঞ্জীমূলক, ধৰ্মমূলক আৰু নীতি-শিক্ষাৰ আদৰ্শেৰে পৰিপূৰ্ণ, 'সজকথা' নামেৰে কুৰিটা আখ্যানৰ এটি সংকলন প্ৰকাশ কৰিছিল। অনুমানিক ১৯৩৪।৩৫ চনত এই পুথি প্ৰকাশ হৈছিল। প্ৰকাশক আছিল ডাঃ ৺হৰেকৃষ্ণ দাস।

এই পুথিখন কিছুদিন স্কুলৰ পঞ্চম আৰু ষষ্ঠ শ্ৰেণীত পাঠ্যপুথি হিচাপে প্ৰচলন কৰা হৈছিল।

সজ কথাৰ আখ্যানবোৰত লেখিকাৰ মূল বক্তব্য এয়ে যে—সজ আচৰণ, ঈশ্বৰ বিশ্বাস আৰু সত্যপৰায়ণতাই মানুহক সদায় বিপদৰ পৰা পৰিত্ৰাণ পোৱাৰ উপায় দিয়ে। ক্ষমা, দয়া আদি মানবীয় গুণৰ দ্বাৰাহে মানুহ মহৎ হ'ব পাৰে। পুৰণি আখ্যানৰ ভিত্তিত ৰচিত হ'লেও ইয়াত লেখিকাৰ নিজস্ব প্ৰকাশভঙ্গীৰ পৰিচয় পোৱা যায়। আখ্যানসমূহৰ মূল চৰিত্ৰবোৰ অঙ্কণ কৰোতে লেখিকাৰ শিক্ষা আৰু শুদ্ধ সমাজ গঢ়ি তোলাৰ আগ্ৰহ স্পষ্টভাবে পৰিলক্ষিত হৈছে।

৺হেমপ্ৰভা দাসে স্কুলত কাম কৰি থকা সময়ত বিপ্লৱী কবি অম্বিকাগিৰি ৰায়চৌধুৰী কাৰ্য্যসূত্ৰত ডিব্ৰুগড়ত আছিল। তেখেতে

ডাঃ দাস আৰু কেইগৰাকীমান সাহিত্যপ্ৰেমী লোকৰ সহযোগত "অসম বান্ধৱ" নামে এখন মাহেকীয়া আলোচনী উলিয়াইছিল। স্বৰ্গীয়া দাসে সেই আলোচনীত মহিলাৰ উপযোগী ভালেমান প্ৰবন্ধ-পাতি লেখাৰ উপৰিও ঘৰ-গৃহস্থালী আৰু স্কুল হোষ্টেলৰ অলেখ কামৰ মাজতো ৰাতি এডোখৰলৈকে আলোচনীৰ প্ৰুফ চাই সহায় কৰি দিছিল। তেওঁ চহৰৰ মহিলাসকলৰ মাজত প্ৰায়ে আলোচনা সভা পাতি নানা আৱশ্যকীয় বিষয় চৰ্চা কৰিছিল। এনে সভাবিলাকৰ কাৰণে তেওঁ নগৰৰ হিন্দু, মুছলমান, খ্ৰীষ্টান, ব্ৰাহ্ম ধৰ্মাৱলম্বী অসমীয়া, বঙালী আদি সকলোৰে ঘৰে ঘৰে গৈ নিমন্ত্ৰণ কৰি আনিছিল। মহিলাসকলে নিজে যেনেদৰে পাৰে প্ৰবন্ধ, ৰচনা আদি পাঠ কৰিছিল এই সভাবিলাকৰ যোগেদি জ্ঞান আহৰণ কৰাৰ উপৰিও সকলোৰে মাজত মিলা-প্ৰীতিৰ সম্পৰ্ক গঢ়ি উঠিছিল।

কম বয়সতে শিক্ষা লাভৰ বাবে অসমৰ বাহিৰলৈ যোৱা বাবে স্বৰ্গীয়া দাসে তাঁতবোৱা কাম ভালদৰে শিকিব পৰা নাছিল। ১৯২১ চনত গান্ধীজীৰ "বিদেশী বৰ্জন" আন্দোলনৰ প্ৰতি সঁহাৰি জনাই স্বামী-স্ত্ৰী উভয়ে বিদেশী কাপোৰ বৰ্জন কৰাৰ পাছত স্বৰ্গীয়া দাসে ঘৰতে এজন তাঁতৰ শিক্ষক ৰাখি তাঁত বৰলৈ শিকি ললে। প্ৰথমে মিলৰ সূতাৰে পিছত খাদীসূতা পোৱা গলত সেই সূতাৰে পৰিয়ালৰ পিন্ধা কাপোৰ, পৰদা, বিছনা চাদৰ আদি বৈ লৈছিল। এই কামত তেওঁ গাঁৱৰ অভাৱগ্ৰস্থ মহিলাকো নিয়োগ কৰিছিল। তেওঁ ঘৰতে পাট, মুগা, এড়ি পলু পুহি সূতা কটোৱাই লৈছিল।

স্বামী স্ত্ৰী দুয়ো সমাজৰ পৰিত্যক্তা আৰু মাউৰা ল'ৰা-ছোৱালীক সততে সহায় কৰিছিল। কেইবাগৰাকী তেনে তিৰোতা আৰু ল'ৰা-ছোৱালী তেওঁলোকে ঘৰতে ৰাখি নিজৰ ল'ৰা-ছোৱালীৰ দৰে শিক্ষা দি গঢ়ি তুলিছিল, পিছত উপযুক্ত পাত্ৰ-পাত্ৰী চাই বিয়া দি সংসাৰ পাতি দিছিল। অসমৰ বিভিন্ন ঠাইত আজিও ভালেকেইগৰাকী ল'ৰা-ছোৱালীয়ে তেওঁলোকৰ মহানুভৱতাৰ কথা শ্ৰদ্ধাৰে সোঁৱৰে। এই ক্ষেত্ৰত তেওঁ জাতি ধৰ্ম্ম বাছ-বিচাৰ নকৰিছিল। তেওঁৰ কোনো কোনো আত্মীয় স্বজনে এই কামবোৰৰ সমালোচনা কৰিছিল। কিন্তু হেমপ্ৰভাই সেইবোৰ কথালৈ আওকাণ কৰি তেওঁলোকক ধৰ্মনিৰপেক্ষতাৰ বিষয়ে বুজাইছিল।

স্বৰ্গীয়া দাস এগৰাকী আদৰ্শ মাতৃ আছিল। তেওঁ নিজৰ ছোৱালী দুটিক উচ্চশিক্ষা দিয়াৰ লগতে সকলো ঘৰুৱা কামত পাৰ্গত কৰি তুলিছিল। ১৯৩৮ চনত হেমপ্ৰভা দাসে চৰকাৰী কামৰ পৰা অৱসৰ গ্ৰহণ কৰে। ইয়াৰ ভিতৰত তেওঁৰ ৰৰজীয়ৰী শ্ৰীমতী তিলোত্তমাই কলিকতাৰ মেডিকেল কলেজৰ পৰা এম বি (এম, বি, বি, এচ) পাছ কৰি আহে। সৰু জীয়াৰী অমলপ্ৰভাইও কলিকতাৰ 'ছায়েন্স কলেজ'ৰ পৰা সুখ্যাতিৰে এম এছ ছি পাছ কৰে। পিছত কলিকতাৰ ডাঃ প্ৰভাতচন্দ্ৰ ৰায়চৌধুৰীৰ লগত তিলোত্তমাৰ বিয়া হয়। তেওঁলোক দুয়ো গুৱাহাটীত নিজাববীয়াকৈ চিকিৎসা সেৱা আৰম্ভ কৰে। অমলপ্ৰভাই একাণপতীয়াকৈ সমাজ আৰু দেশ সেৱাৰ কামত লাগি পৰে।

তেতিয়া গোটেই দেশজুৰি স্বাধীনতা আন্দোলনৰ ঢৌ বিয়পি পৰিছিল। গান্ধীজীয়ে দেশবাসীৰ সন্মুখত বিদেশী বস্তু বৰ্জন, বিলাসিতা বৰ্জন, মাদক দ্ৰব্য নিবাৰণ, খাদী প্ৰচলন, সুতাকটা আদি কাৰ্য্যসূচী দাঙি ধৰিছিল। দাস দম্পতী দুয়ো চৰকাৰী কৰ্মচাৰী আছিল যদিও গান্ধীজীৰ আদৰ্শেৰে অনুপ্ৰাণিত আছিল। সেয়ে তেওঁলোকৰ শৰণীয়াত থকা ঘৰত (বৰ্তমান শৰণীয়া আশ্ৰম) মহিলাসকলক স্বাৱলম্বী কৰাৰ উদ্দেশ্যেৰে কাপোৰ বোৱা আৰু অন্যান্য উদ্যোগ শিকোৱা আৰম্ভ কৰিছিল। ১৯৩৪ চনত হৰিজনৰ কামত গান্ধীজী অসমলৈ আঃহাতে তেখেতৰ লগতে অহা কেইবাটিও যুৱক-যুৱতী হৰিকৃষ্ণ দাসৰ পাণ-বজাৰৰ ঘৰত আলহী আছিল। তেতিয়া স্বৰ্গীয়া দাসে গান্ধীজীৰ গঠনমূলক ভালেমান আঁচনিৰ বিষয়ে জানিব পাৰিছিল। ১৯৩৯ চনত এই আঁচনিসমূহৰ বিষয়ে জ্ঞান লাভ কৰিবৰ বাবে জীয়েক অমলপ্ৰভাক লগত লৈ ৱাৰ্দ্ধালৈ গৈছিল আৰু মগনবাৰীৰ গ্ৰামোদ্যোগ বিদ্যালয়ত তেলপেৰা, কাগজ তৈয়াৰ কৰা, মৌ পোহা আদি কামৰ প্ৰশিক্ষণ লৈ উভতি আহি গুৱাহাটীত সেই আহিত ঘানী তৈয়াৰ কৰি তেলপেৰা কাম আৰম্ভ কৰিছিল। এই কামবিলাক ১৯৪২ চনলৈকে ভালদৰে চলিছিল। এই উদ্যোগসমূহ আৰু গান্ধীজীৰ অন্যান্য গঠনমূলক কামৰ বাবে শৰণীয়াত এটা প্ৰশিক্ষণ কেন্দ্ৰ স্থাপন কৰাৰ ইচ্ছা তেওঁৰ আছিল। কিন্তু গোটেই পৰিয়ালেই স্বাধীনতা আন্দোলনত সক্ৰিয়ভাৱে জড়িত হৈ পৰাত কাম আগবঢ়া নাছিল। এনে

সময়তে ডাঃ দাস আৰু অমলপ্ৰভা কাৰাৰুদ্ধ হয়। শ্ৰীমতী অমলপ্ৰভা দাস সন্ত বিনোৱাজীৰো এগৰাকী প্ৰধান শিষ্যা। তেওঁ গোটেই জীৱন গান্ধীজীৰ আদৰ্শেৰে অতিবাহিত কৰি একাণপতীয়াকৈ আশাশুধীয়া-ভাৱে দেশ আৰু সমাজৰ সেৱা কৰি আহিছে আৰু কৰি আছে। তেওঁৰ এই অক্লান্ত কৰ্মৰ স্বীকৃতি স্বৰূপে "যমুনালাল বাজাজ বঁটা" লাভ কৰে। এই বঁটাৰ মূল্য একলাখ টকা। এই টকা গান্ধীজীৰ স্মাৰক নিধি, উত্তৰ লক্ষীমপুৰৰ মৈত্ৰী আশ্ৰম আদি গান্ধীজীৰ গঠন-মূলক অনুষ্ঠানত দান দিয়ে।

স্বামী, কন্যা দুয়ো কাৰাৰুদ্ধ হোৱাৰ পাছত কাহানিও ভাগৰি নপৰা মহিলাঁ হেমপ্ৰভাৰ মনত হয়তো কিছু অৱসাদ আহিল। তেওঁৰ স্বাস্থ্য ভাঙি পৰিছিল। তেওঁৰ কল্পনাৰ অনুষ্ঠানটিক ৰূপ দিয়াৰ আগতে ১৯৪৫ চনৰ জানুৱাৰী মাহৰ ১৫ তাৰিখে উনষাঠি বছৰ বয়সত এই গৰাকী অক্লান্ত কৰ্মদক্ষা মহিলাৰ পৰলোকপ্ৰাপ্তি হয়।

তেওঁৰ মৃত্যুৰ ঠিক এবছৰৰ পিছতে ১৯৪৬ চনৰ জানুৱাৰী মাহত "কস্তুৰবা ৰাষ্ট্ৰীয় স্মাৰক ট্ৰাষ্ট"ৰ দ্বাৰা কস্তুৰবা ট্ৰাষ্ট অসম শাখাৰ যোগেদি অসমত মহিলা আৰু শিশুসকলৰ মঙ্গলৰ কাৰণে এক ব্যাপক আঁচনিৰ বাস্তৱৰূপ দিবলৈ এখন প্ৰাদেশিক অনুষ্ঠান শৰণীয়াতে স্থাপন হ'ল। ভগবানে তেওঁৰ ইচ্ছা পূৰণ কৰিলে।

মই স্কুলত পঢ়া দিনৰে পৰা হেমপ্ৰভা মাহীদেউক লগ পাই আহিছোঁ। মই সদায় তেখেতক মুগা, এড়ি বা খদ্দৰৰ মেখেলা চাদৰ পিন্ধা দেখিছিলোঁ। তেখেতৰ সাজ-পাৰত সমূলি বিলাসিতা নাছিল। মোৰ বিয়াৰ পিছতে ১৯৩৪ চনত ডিব্ৰুগড় ছোৱালী হাইস্কুলত তেখেতৰ তলত অস্থায়ী শিক্ষয়িত্ৰীৰূপে এবছৰ কাম কৰাৰ সৌভাগ্য হৈছিল। তেখেত তেতিয়া স্কুলৰ প্ৰধান শিক্ষয়িত্ৰী আছিল। তেখেতে সহকৰ্মী আৰু কেৰাণী চকীদাৰ সকলক অতি আগ্ৰহেৰে আৰু মৰমেৰে কাম শিকোৱা দেখিছিলোঁ। কাৰো অনুপস্থিতিত তেখেতে কেতিয়াও সেইজন লোকক আনৰ আগত সমালোচনা নকৰিছিল, কিবা দোষ বা অন্যায় দেখিলে সন্মুখতে কৈ দিছিল, হয়তো কেতিয়াবা অলপ টান-কৈয়ে কৈ দিছিল কিন্তু পিছ মুহূৰ্ত্ততে মৰম কৰি গাত হাত ফুৰাই কথাটো বুজাই দিছিল। সেয়ে সকলোৱে এই স্পষ্টবক্তা মানুহ গৰাকীক ভাল পাইছিল আৰু সমীহ কৰি চলিছিল। গান-বাজনাতো

তেখেতৰ বাপ আছিল। স্কুলত কোনো অনুষ্ঠান হলে চিনাকী ল'ৰা সকলকো মাতি আনি ছোৱালীবোৰক গান শিকোৱাইছিল। তেখেতৰ স্পষ্টবাদিতাৰ কথা এষাৰ এইখিনিতে উনুকিয়াব খুজিছোঁ।

আগতেই উল্লেখ কৰিছোঁ গান্ধীজী হৰিজনৰ কামত আহোঁতে তেখেতৰ ঘৰত আলহী আছিল। গান্ধীজীৰ লগত ১৯/২০ বছৰীয়া ল'ৰা-ছোৱালী কেইটিমানো আহিছিল। মহাত্মা গান্ধীয়ে সেই সময়ত নিমখ বৰ্জন কৰি আহাৰ কৰিছিল। গান্ধীজীৰ নিৰ্দেশমতে তেখেতে ল'ৰা-ছোৱালীখিনিকো নিমখবিহীন খাদ্যকে দিলে। তেতিয়া তাৰে এজনে আব্দাৰ কৰি ক'লে, "মাতাজী আমি অসমলৈ আহি আপোনাৰ ওচৰতো এই আহাৰকে কৰিমনে, আমাক ভাল জুতি লগা অসমীয়া ব্যঞ্জন দিয়ক।" তেতিয়া স্বৰ্গীয়া দাসে ক'লে, "বাৰু আজিৰ পৰা মই তোমালোকক জুতি লগা আহাৰকে দিম, বাপুজীৰ নিৰ্দেশতহে মই এই আহাৰ দিছোঁ।" তাৰ পিছৰ পৰা তেখেতে খাৰ, টেঙা, আদখৰীয়া আদি নানা বস্তু ৰান্ধি ল'ৰা-ছোৱালীকেইটাক খাবলৈ দি নিজেও ভাল পালে সিহঁতকো তৃপ্ত কৰিলে। পিছত গান্ধীজীয়ে এই কথা শুনি তেওঁক সুধিলে, "মই শুনিছো, তুমি হেনো মোৰ দলৰ মানুহক মোৰ উপদেশ মতে নুখুৱাই নানা ৰকম মুখৰোচক তৰকাৰী ৰান্ধি খুৱাইছা।" তেওঁ নিৰ্ভীকভাবে উত্তৰ দিলে, "বাপুজী, আপুনি ঠিকেই শুনিছে। আপোনাৰ দৰে তেওঁলোকো মোৰ আলহী। আপুনি যেনেকৈ ভাল পায় তেনেকৈ দিয়া হৈছে। মোৰ আলহী যেতিয়া তেওঁলোকেও যি ভাল পায়, সেইদৰে ৰান্ধি দিয়াও মোৰ অধিকাৰ আছে বুলি মই ভাবোঁ।" মহাত্মাই অলপ হাঁহি মাৰি মনে মনে থাকিল। ল'ৰা-ছোৱালীবোৰে কথাটো গম পাই তেওঁক ক'লে, "মাতাজী! তুমি কাৰণেহে বাপুৰে বেছি একো নক'লে।" এই গৰাকী স্পষ্টবাদী, স্বাধীনচিতিয়া, মৰমিয়াল, কৰ্মশীলা, নিৰ্ভীক মহিলা আমাৰ সকলোৰে আদৰ্শ। তেখেতক শ্ৰদ্ধাৰে সুঁৱৰিলোঁ। ●

৺বেণুধৰ শৰ্মাৰ মতে ৺হেমপ্ৰভা দাসৰ জ্ঞান এখন গ্ৰন্থ "জ্ঞানমালা"।

—সম্পাদিকা

# হীৰাৱতী গোঁহাঞি বৰুৱা

শ্ৰীমতী দীপালী ডেকা



জন্ম ঃ ১৮৯০ চন
মৃত্যু ঃ ১৯৬৭ চন

স্বৰ্গীয়া হীৰাৱতী গোহাঞি বৰুৱানী বুলি ক'লে মনলৈ আহে প্ৰায় পাঁচফুট ওখ লাহী দেহৰ, বগা, নাকজোঙা দেখনীয়াৰ চেহেৰাৰ এগৰাকী কোমল মাতৰ মহিলালৈ।

একুৰি বছৰৰ আগতে মৃত্যুৰ ওচৰত হাৰমনা এই মহিলা গৰাকীৰ স্মৃতিয়ে আমাৰ মনলৈ আনে ওঠৰ শতিকাৰ শেষ ফালৰ অসমীয়া আভিজাত্য সমাজৰ স্মৃতিৰ দাপোণত ক্ষন্তেকৰ কাৰণে বৈ যোৱা সময়ৰ এলবামৰ একোখিলা পাতৰ ৰেখা। সঁচাকৈয়ে হীৰাৱতী গোহাঞি বৰুৱাৰ সান্নিধ্য যিসকলে গভীৰ ভাৱে পাইছিল, তেওঁলোকৰ কাৰণে এই স্মৃতিৰ এলবামৰ ছবি মনত সাঁচ থৈ যোৱা।

গোহাঞি বৰুৱানীৰ জন্ম হৈছিল ১৮৯০ চনত তেজপুৰ নগৰৰ কলিবাৰী অঞ্চলত। পিতৃৰ নাম আছিল স্বৰ্গীয় লক্ষ্মীকান্ত দাস আৰু মাতৃৰ নাম কেশৱতী দাস। স্বামী পদ্মনাথ গোহাঞিবৰুৱা।

গোহাঞি বৰুৱানীৰ পিতৃ স্বৰ্গীয় লক্ষ্মীকান্ত দাস সেই যুগত তেজপুৰৰ এজন খ্যাতিমান আৰু প্ৰথিতযশা ব্যক্তি। ১৮৫৬ চনত মণিৰাম দেৱানক যেতিয়া কলিকতাৰ পৰা জাহাজত বন্দী কৰি যোৰহাটলৈ আনে, স্বৰ্গীয় লক্ষ্মীকান্ত দাসে জাহাজঘাটত গৈ মণিৰাম দেৱানৰ সৈতে কথা-বতৰা হৈছিল বুলি জনা যায়। তাৰপাছত

মণিৰাম দেৱানক নি যোৰহাটত ফাঁচি দিয়ে। সেই লক্ষ্মীকান্ত দাসৰ নুমলীয়া জীয়েক আছিল হীৰাৱতী। দেউতাক লক্ষ্মীকান্তই সেই যুগৰ ধৰ্ম মানি চলিলেও ঘৰতে জীয়কহঁতক ঘৰুৱা শিক্ষকৰ যোগেদি বৰ্ণপৰিচয়ৰ সুবিধা দিয়াৰ উপৰিও ৰামায়ণ, মহাভাৰত, ৰত্নমালা আদি পুথিৰ যোগেদি শিক্ষা দিছিল। তাৰ উপৰি কাপোৰ বোৱা, ৰন্ধা-বঢ়া, অতিথি সৎকাৰ আৰু ধৰ্ম-কৰ্মৰ শিক্ষা গোটেইখিনিয়েই দিছিল বুলি ক'ব লাগিব। এশ বছৰৰ আগতে অসমত স্ত্ৰীশিক্ষা বুলিলে যিখিনি বুজায়, গোহাঞি বৰুৱানীয়ে সেইখিনিকে পাইছিল বুলি ক'লেও ভুল হ'ব। অৱশ্যে পিতৃৰ যত্নত ঘৰতে এল, পি পৰ্য্যায়লৈ পঢ়িছিল। কিন্তু তাৰে গোহাঞি বৰুৱানীৰ জ্ঞানৰ তৃষ্ণা নপলালে। সেয়েহে বোৱাৰী জীৱনত তেওঁ দুঃখ প্ৰকাশ কৰি "অনুতাপ" নামৰ কবিতাটিত এইদৰে লেখিছিল ঃ

উচ্চ শিক্ষাত শিক্ষিতা নহলো
দেখা নাই স্কুল মই।
আজলি হিয়াত শত ভাব উঠি
হিয়াত পৰিছে জয় ॥
পিতাদেউ মোৰ শিক্ষাৰ বিৰোধী
নিদিলে স্কুলত মোক।
অনুতাপে মোৰ দহে মন প্ৰাণ
উঠলি উঠিছে শোক ॥
কত যতনেৰে যি ফেৰি শিকিলো
ঘৰৰ ভিতৰত ৰই।
আন্ধাৰ বাটত কণাৰ লাখুটি
ধৰিছো যতন কই ॥
দেউতাৰ আদেশ পালন কৰি
শিপিনী ৰান্ধনী হই।
দুইটি যে মোৰ জীৱন লগৰী
জগতে যাম লই ॥
মাতৃৰ অভাৱ বুজিব নিদিলে
সাদৃৰি দেউতাই মোৰ।
চকুৰ আঁতৰ যদিও দেউতা

মনৰ নপৰে ওৰ ॥
স্বামীৰ সঙ্গত লাভ হল মোৰ
পদুম আঠোটি মোৰ।
আনৰ মনত যিয়েই নহওঁক
জোনৰ পোহৰ মোৰ ॥

১৯৩৭ চনত তেখেতে ভালেমান কবিতা লিখিছিল, কবিতাবোৰ সংগ্ৰহ কৰি পুথি আকাৰত নাম দিছিল 'ফুলকলি'। উক্ত কবিতাটি 'ফুলকলি' নামৰ হাতেলিখা কবিতা পুথিৰ পৰা সংগ্ৰহ কৰা হৈছে।

শিক্ষাৰ প্ৰতি থকা তেখেতৰ আগ্ৰহ উক্ত কবিতাটিত ফুটি উঠিছে। আজিৰ শিক্ষিতা নাৰীৰ কাৰণে এয়া ভাবিব নোৱাৰা কথা হলেও প্ৰায় এশ বছৰৰ আগৰ অসমৰ নাৰী সমাজত এয়াই সত্য আছিল।

সেই যুগত সমাজত, বিশেষকৈ মহিলাৰ জীৱনগাঁথা কেনে আছিল, তাৰ এটা উদাহৰণ গোহাঞি বৰুৱানীৰ "বিহুৰ উল্লাহ" নামৰ কবিতাটিতে চাওক ঃ

জীৱনৰ লগৰী তাঁতশাল দোপতি
সংসাৰৰ লগৰী তাঁত,
তাঁতকে নবলে থাকিব নোৱাৰো
গা-মন নপৰে শাঁত।
তাঁতকে বওঁতে ভাত এৰিছিলো,
নাবান্ধো মুকলি চুলি,
লগৰীৰ সতে নকৰো ধেমালি
গামোছা নোলাব বুলি।
ৰূপ জহি যায়—নাথাকে সদায়
নাথাকে সমানে ভোক
প্ৰভুৰ চৰণত এয়েহে মিনতি
তাতে যেন নেৰে মোক।

অসমীয়া মহিলাৰ জীৱনত তাঁতশালখন কিমান ডাঙৰ লগৰীয়া গোহাঞি বৰুৱানীৰ এই কবিতাটি নপঢ়িলে উপলব্ধি কৰা টান। কেৱল কবিতাতে নহয়, তেখেতে নিজ হাতে বোৱা বনকৰা গুণাৰ ভমকা ফুলিয়া বিহা মেখেলা চাদৰত আঁকা যেন লগা অপূৰ্ব কাম

দেখি মানুহ স্তম্ভিত হৈছিল। তেখেতৰ সেই সুন্দৰ হাতেবোৱা কাপোৰ পিন্ধাৰ সৌভাগ্য আমাৰ এবাৰ হৈছিল। সেইবাৰ দিল্লীত সৰ্বভাৰতীয় গণনাট্য সংঘৰ অধিবেশন বহিছিল। সেই অনুষ্ঠানৰ প্ৰধান পৃষ্ঠপোষক কমলাদেবী চট্টোপাধ্যায় আৰু পি চি যোশীয়ে আমাক তাত সেই সাজযোৰত দেখি মুগ্ধ হ'ল আৰু অধিবেশন মুকলি কৰিবলৈ অহা সেই সময়ৰ ভাৰতৰ ৰাষ্ট্ৰপতি সৰ্বপল্লী ৰাধাকৃষ্ণনক বেজ পিন্ধাই আগবঢ়াই আনিবলৈ আমাক দায়িত্ব দিলে।

অতীতৰ কথা বৃদ্ধা বয়সত কেতিয়াবা কওঁতে তেখেতে আমাক কৈছিল ঃ "যেতিয়া গোহাঞিবৰুৱাই ৰাতি ৰাতি অফিচ ঘৰত বহি সাহিত্য ৰচনাত মগ্ন থাকে, তেতিয়া মই চাকিৰে জুমি জুমি তাঁতত ফুল বাছো।"

শিল্পীপ্ৰাণ এটা নহলে মানুহে ছবি বা মূৰ্তি, কাপোৰ বা তাঁতৰ শালত মনোমোহা চানেকিৰে ৰূপ দি মানুহৰ চকুত চমক খুৱাব নোৱাৰে। গোহাঞি বৰুৱানী কেৱল বোৱনী নহয়, তাঁতশালৰ শিল্পী আছিল, মনৰ ৰন্ধ্ৰে ৰন্ধ্ৰে সোমাই থকা সুন্দৰ চানেকিবোৰ শালত বহি সোণবৰণীয়া গুণা আৰু সূতাৰে সজাই তুলিছিল। এয়া যেন সেই মহাত্মা গান্ধীৰ উক্তিৰে লিখিব পাৰি ঃ "অসমীয়া নাৰীয়ে তাঁতশালত সপোনৰ খেলা বাস্তৱত ৰূপ দি সজাই তোলে।"

স্ত্ৰীৰ সুন্দৰ মন এটাৰ সাহস আৰু প্ৰেৰণা নাপালে কোনো পুৰুষে যে উল্লেখযোগ্য কাম কৰিব নোৱাৰে—তাৰ প্ৰমাণ পদ্মনাথ গোহাঞিবৰুৱাৰ ক্ষেত্ৰত তেখেতৰ স্ত্ৰী হীৰাৱতী গোহাঞিবৰুৱাৰ জীৱন আৰু কৰ্মৰ পৰাই জানিব পাৰি। যি দিনত অসমীয়া ভাষা অন্ধকাৰৰ অতল গহ্বৰত ডুব গৈ আছিল, পদ্মনাথ গোহাঞিবৰুৱাই অক্লান্ত পৰিশ্ৰমেৰে, বুদ্ধিচক্ৰ ছলে বলে কৌশলেৰে ফুচুলাই অসমৰ পঢ়াশালিত অসমীয়া ভাষাক পুনৰ প্ৰতিষ্ঠা কৰিবৰ কাৰণে যুদ্ধত অবতীৰ্ণ হৈছিল। তেতিয়া অসমীয়াৰ বিৰুদ্ধে বঙ্গভাষীসকলৰ চক্ৰান্তও চলি আছিল। এই মৰো-জীওঁ ৰণত ঘৰৰ পৰা প্ৰেৰণা নোপোৱা হলে গোহাঞিবৰুৱাই অসমৰ পঢ়াশালিৰ উপযোগীকৈ ৰাতি ৰাতি বহি বৰ্ণ পৰিচয়ৰ পৰা ভূগোল বুৰঞ্জীলৈকে কিতাপ লেখি উলিয়াব নোৱাৰিলেহেঁতেন আৰু সেইখিনি কাম গোহাঞিবৰুৱাই নকৰা হলে অসমৰ পঢ়াশালিত বঙলাৰ প্ৰচলন বহুদিনলৈকে চলি

থাকিলেহেঁতেন বুলি ক'ব পাৰি। এই বিষয়ত হীৰাৱতী গোহাঞি বৰুৱাণীৰ অৱদান কেনে আছিল চাওক।

সাধাৰণতে আমাৰ দুই সাজ ঘাই আহাৰ ভাত। কিন্তু ভাত খালে গা গধুৰ হয় আৰু টোপনিও আহে।

নানাৰকম কামত ব্যস্ত থকা গোহাঞিবৰুৱাই দিনত লেখিবলৈ সময় নেপাইছিল বাবে ৰাতি সকলো নিতাল মাৰিলেহে লেখিবলৈ বহিছিল আৰু গোহাঞি বৰুৱানীয়ে তেখেতৰ টোপনি আহে বুলি ৰাতি সদায় লঘু আহাৰ খাবলৈ দিছিল। গোহাঁঞি বৰুৱামী যে এগৰাকী ভাল ৰান্ধনীও আছিল সেই কথা তেখেতৰ 'অনুতাপ' কবিতাটোৰ পৰাও জানিব পাৰি।

দায়িত্বশীলা সংসাৰী নাৰীৰ জীৱন তাঁতশাল আৰু ৰান্ধনী ঘৰতে আৱদ্ধ থাকিলেও সৃজনশীলা মন এটাক যে তাতে বান্ধি ৰাখিব পৰা নেযায় তাৰ প্ৰমাণ কুলি কেতেকীৰ সুমধুৰ মাতে কঢ়িয়াই অনা বসন্তকালৰ আগমনক স্বাগত জনোৱা তেওঁৰ কবি মনৰ এটি কবিতা—

বসন্তৰ নৱ ঋতুক আদৰণী জনাই তেওঁ লেখিছিল ঃ

কেনিনো লুকালি কলিয়া কুলিটি
ক'তনো থাকিলি ৰই,
কাহানি আহিবি লিখিব লাগিছো
আঙুলি মূৰতে লই।
পুৱাৰ বেলিকা মাতি উৰি গলি
বতাহে শুনিলে ৰই,
প্ৰতিধ্বনি তাৰ মাৰ যোৱা নাই
আছে ঘৰে ঘৰে বই।
মলয়া বতাহে আদৰি আনিব
আছে আগবাঢ়ি গৈ,
জীয়ৰী বোৱাৰী আছে বাট চাই
হাতৰে মাকোতি থই,
নিয়তি চৰায়ে উৰুলি জুৰিব
ৰঙতে উধাও মই।
ফুল কুঁৱৰীয়ে ফুল সিচি দিব
তোক যে মাজতে লই।
মাজ নিশা ৰাতি মাতিলি যেতিয়া
টোপনি ভাঙিল মোৰ,
বিশ্ব পিতাৰ মহিমা অপাৰ
শুনিয়ে নেপাওঁ ওৰ।

এই 'কুলি' কবিতাটি ১৯৭৬ চনৰ সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ মুখপত্র 'লেখিকা'ত প্রকাশ হৈছিল, কবিৰ মৃত্যুৰ ন বছৰৰ পাছত।

হীৰাৱতী গোহাঞি বৰুৱানীয়ে কেৱল বসন্তকালৰ বৰ্ণনা কৰিয়েই বিশ্ব পিতাৰ অপাৰ মহিমাত প্রকাশ হোৱা বিচিত্র ৰূপ, মন আৰু চকুৰ দৃষ্টিৰে চাই তৃপ্ত হোৱা নাছিল, তেওঁৰ মন কেতিয়াবা কাঢ়ি নিছিল মনোমোহা পৃথিবীৰ বুকুলৈ নামি অহা শৰৎ ঋতুৰ সুবাসে আমোল মোলাই তোলা শেৱালি ফুলৰ অপৰূপ প্রকাশেও। শৰতৰ নিয়ৰত স্নান কৰি মাটিৰ পৃথিবীত সৰি পৰা শেৱালী ফুলৰ গোন্ধত তেওঁৰ মন প্ৰাণ নাচি উঠিছিল হয়তো, সেয়েহে তেওঁ এইদৰে "শেৱালি" কবিতাটিত লেখিছিল ঃ—

শেৱালি ফুলিলে সন্ধিয়া পৰত
মলয়া পৰশ পাই,
কলিয়া ভোমোৰা ৰবকে নোৱাৰে
উলটি উভতি চাই।
নিয়ৰ উপচি পৰে জাৰি জাৰি
শুঁৱালে দুবৰি বন,
হেঁপাহ নুগুচে চাও ঘনে ঘনে
উলটি নাহে মোৰ মন।
শেৱালি তলতে দুবৰি বনতে
ৰলো একেথৰে গই
ৰিহাৰ আচল পিচলি পৰিল
আপোন পাহৰা হই।
তুলিলো শেৱালি মনৰ উল্লাহে
নেথাকি ক্ষন্তেক ৰই,
সন্ধিয়া পূজাত ভকতি ভাবেৰে
দিম চৰণত গই।

সকলে পৰা পিতৃগৃহত প্রতি শৰৎকালৰ লগে লগে দেৱী দুৰ্গাৰ অৰ্চনা বৰ জাক-জমকভাৱে গোহাঞি বৰুৱানীয়ে পাই আহিছিল, সেয়েহে দুৰ্গা অৰ্চনাত ভক্তিৰ অঞ্জলি ঢালি 'দেৱী আগমন' নামৰ কবিতাটিত তেওঁ লেখিছিল ঃ—

আহে নাৰায়ণী জগত জননী
ত্ৰিশূল ডম্বৰু লই।
দুখনি চৰণ পূজিবলৈ বুলি
আহে ভক্তসবে অই॥
ভক্ত ৰই আছে, ভকতি ভাবেৰে
সংসাৰ পাহৰি গৈ।
গোপিনী সকল থাকা সাজু হৈ
ফুলৰ অঞ্জলী লৈ॥
ফুলৰে অঞ্জলী ভকতি ভাবেৰে
লোৱা এক মন হৈ।
আৰতি পৰত মাতৃ চৰণত
দিবা সকলোৱে গৈ॥
আয়ে নিবিচাৰে ছাগলীৰ বলি
নেলাগে ঐশ্বৰ্য্য ধন।
অচলা ভকতি ৰাখিবা হিয়াত
দুখনি চৰণে মন॥

সৰুৰে পৰাই গোহাঞি বৰুৱানীয়ে তেওঁৰ কবি হৃদয়ত শৰৎকালৰ দেবীৰ আগমনৰ লগে লগে এখন আচুতীয়া আসন স্থাপন কৰি লৈছিল আৰু স্তুতি কৰি নাম গাই আনন্দিত হৈছিল। সেয়েহে এই কবিতাটি ভগৱতীৰ প্ৰাৰ্থনা গীত অথবা নামৰ সুৰৰ ছন্দত লিখা যেন অনুমান হয়।

আমি সৰুৰে পৰা এই মহিলা কবিগৰাকীৰ মুখত শৰৎকালৰ লগে লগে দুৰ্গাদেৱীক স্তুতি কৰি গোৱা বিভিন্ন নামৰ, বিভিন্ন সুৰ শুনি আপ্লুত হোৱা মনত আছে। কেতিয়াবা তেখেতক নেদেখাকৈ কাণত পৰিছিল নামৰ সঙ্গীতময় কৰুণাৰ সুৰ আৰু কেতিয়াবা দেখিছিলো, ৰিহামেখেলা পিন্ধি, হাতত কৰণী লৈ নিজৰ সৰু, সুন্দৰ ফুলৰ বাগিচাখনৰ পৰা দেৱতালৈ ফুল তুলি তুলি তেওঁ মনত পেলাই পেলাই আপোন পাহৰা হৈ গাই গৈছে নামৰ মালা। সেই কণ্ঠৰ, সেই সুৰ যি শুনিছে তেওঁহে বুজিব পাৰে। বৃদ্ধা বয়সত তেওঁৰ মনৰ মণিকোঠাৰ লোকগীতৰ ভঁড়ালৰ পৰা উদ্ধাৰ কৰা দেৱী দুৰ্গা, শিৱ, কৃষ্ণ সীতা, লক্ষ্মী-সৰস্বতী আদিৰ ৰূপ আৰু গুণৰ আধাৰত ৰচনা কৰা,

সুন্দৰ সুন্দৰ শব্দৰে গঁথা, সেই নামবোৰ কেতিয়াবা তেওঁ অকলে, গোসাঁই ঘৰত কোমল সুৰেৰে গাই থকা শুনিছিলো। মনত পৰিলে এতিয়াও সেই সুৰৰ মায়াজাললৈ মনটো উৰা মাৰি যায়। তেখেতৰ মৃত্যুৰ বহু বছৰৰ পাছতহে এতিয়া উপলব্ধি কৰিছো যে সেই পুৰণা নাম আৰু গীতবোৰ তেখেতৰ মৃত্যুৰ লগে লগেই শেষ হৈ গ'ল। সযতনে ৰাখি থোৱা নহ'ল, সেইবোৰৰ পাঠোদ্ধাৰ অথবা সুৰৰ মূৰ্চ্ছনা। এনেকৈয়ে হয়তো আমাৰ সম্পদবোৰ লুপ্ত হয়। তেখেতে লিখি থৈ যোৱা আন এটা 'অগ্নিপৰীক্ষা' নামৰ কবিতাত আছে ঃ

তুমিয়েনে ৰাম দয়াৰ সাগৰ
জানকী সীতাৰ পতি ?
মিছা অপবাদে বনত এৰিলা
নেচাই সতীৰ গতি ?
তোমাৰ চৰণ চিন্তিলে সতীয়ে
বনৰ মাজত গই,
লক্ষিমী সীতাক চিনিলে মুনিয়ে
গল আশ্ৰমলৈ লই।
মুনি আশ্ৰমতে দুটি পুত্ৰ হল
সীতাৰ সুখৰ ৰবি
দুইটিক চাই হেঁপাহ নুগুচে
দুখনি তোমাৰ ছবি।
তাতো জানেকীয়ে শান্তি নাপালে
আনিলা পুনৰ লই,
অগ্নি পৰীক্ষাই সীতা হেৰুৱাই
কেনেকৈ থাকিবা চাই।

তেওঁ আঠোটি সন্তানৰ জননী হৈ ১৯৩৭ চনত লিখা কবিতা বিলাকৰ মাজত "সোঁৱৰণ" নামৰ কবিতাটি পঢ়িলে তেওঁৰ জীৱনৰ কিছুমান ছবি মনলৈ আহে, কবিতাটিত লিখিছে ঃ

বিয়াৰ দিনলৈ পৰিছে মনত
বাজিছে প্ৰাণ বৈ
হিয়াৰ মাজত উথলি উঠিছে
যেন বাৰিষাৰ নৈ।
কোনেনো মোক নোৱালে ধুৱালে
মেলিলে বান্ধিলে চুলি
আয়তীসকলে আশীৰ্বাদ কৰিলে
বেইৰ ওপৰে তুলি।
জীয়ৰীৰ সাজ সজালো বেগতে
গৃহিণীৰ ওৰণি লই,
হোঁমলৈ নিবলৈ কতই উলাহেৰে
আছিলে কাষতে বৈ;
সম্প্ৰদান দিবলৈ ককাইদেউ ওলালে
তুলসী দুবৰী লই,
কত ৰীতি-নীতি পালিব লাগিলে
সহিলো পুতলা হৈ।
সম্প্ৰদান কৰিলে খেদ ব্যৱহাৰে
ৰাইজে আছিলে চাই
অগ্নি সাক্ষী কৰি স্বামীক ভজিলো
জীৱনত এৰন নাই॥

এয়া কবি স্বৰ্গীয়া হীৰাৱতী গোহাঞি বৰুৱাৰ বিয়াৰ ছবি। তেখেতক বিয়াত সম্প্ৰদান দিছিল বৰককায়েক স্বৰ্গীয় ৰাধিকাকান্ত দাসে। তিনিজন ভাই-ককাই আৰু তিনিজনী বাই-ভনীৰ মাজৰ শেষৰ গৰাকী আছিল হীৰাৱতী। স্বভাৱতে ঘৰৰ আদৰৰ ছোৱালী, দেউতাকৰ বকুৰ আগমণ্ড। স্বামী পদ্মনাথ গোহাঞিবৰুৱাৰ ওচৰতো তেওঁ ঘৰৰ দৰেই মৰম আৰু আদৰ সাদৰ পাইছিল।

তেখেতে কেতিয়াবা পুৰণা তেজপুৰৰ বিষয়ে কৈছিল, কৈছিল যে তেজপুৰ চহৰৰ সোমাজত থকা কলিবাৰী নামৰ ঠাইখনৰ পূৰ্বতে কলিবাৰী নাম নাছিল, কদমতলা নাম আছিল। পাছতহে কলিবাৰী হয়।

তেখেতৰ জীৱনত মাতৃ কেশৱতী দাসৰ স্থানৰ কথা আমি কম শুনিছিলো, বোধহয় মাতৃৰ অকাল বিয়োগৰ বাবে পিতৃ লক্ষ্মীকান্তই জীয়েকক সেই সময়ৰ উপযোগীকৈ শিক্ষা-দীক্ষা দি তুলিছিল।

নিজৰ দক্ষতাৰে তেখেতে মৃত্যুৰ সময়লৈকে নানাৰকমৰ ধৰ্মপুথি চৰ্চা কৰিছিল। সেয়েহে হয়তো সাতজনী জীয়ৰী আৰু একমাত্ৰ পুত্ৰ, স্বামী সহ বহল সংসাৰ এখনৰ সকলো দায়িত্ব বহন কৰিও তেখেতে লেখিছিল বহুতো কবিতা। ওপৰত উল্লেখ কৰা কবিতাৰ উপৰিও মদাৰ, সংসাৰ বৈৰাগী, ফুলনি, লখিমী, মাতৃহীন, হৰিণী, যমুনা তীৰত, সখীয়তি, বিদায়, ন' নৈৰ পাৰত, যমুনা তীৰত, বিষাদ, চিলং, বসন্ত, নিজৰা, সন্তান আৰু অতীত নামৰ কবিতাকেইটিৰ সন্ধান পোৱা গৈছে।

মঞ্চত অসমৰ প্ৰথম ৰঙালি বিহু উৎসৱ তেজপুৰৰ চিত্ৰলেখা বিহু সন্মিলনীয়ে পাতে। প্ৰথম এই বিহু সন্মিলন কেৱল পিঠা প্ৰতি-যোগিতাৰে আৰম্ভ হৈছিল। এই প্ৰতিযোগিতাত প্ৰথম স্থান অধিকাৰ কৰিছিল হীৰাৱতী গোহাঞি বৰুৱানীয়ে। ইয়াৰোপৰি তেওঁ বহুত বছৰ ধৰি জেইলৰ মহিলা শাখাত পৰিদৰ্শিকা হিচাপেও আছিল।

তেজপুৰ মহিলা সমিতিৰ বিষয়ববীয়াৰ উপৰিও নাৰী শিল্প সমিতিৰ তেওঁ দুবছৰ ধৰি (১৯৫৬-৫৮) প্ৰতিষ্ঠাপক সভানেত্ৰী হিচা-পেও দক্ষতাৰ পৰিচয় দিছিল।

চাৰিকুৰিলৈ তিনি বছৰ বাকী থাকোতে নিজাগৃহ পদ্মকুটীৰত দুপৰীয়া ধৰ্মগ্ৰন্থ পঢ়ি থাকোতেই ১৯৬৭ চনৰ ১০ আগষ্টৰ দিনা আধুনিকতাৰ বাটকটীয়া অথচ নিজৰ ধৰ্ম সংস্কৃতিক সন্মান কৰি সাবধানে বাট বোলা এই বিদুষী মহিলাগৰাকীৰ মৃত্যু হয়। তেখেতৰ মৃত্যুৰ লগে লগে অসমৰ আগৰণুৱা মহিলাসকলৰ মাজৰ এখিলা পাত যেন স্তব্ধ হৈ গৈছিল। শান্তিৰে মৃত্যুৰ স'তে মুখামুখি হোৱা স্বৰ্গীয়া হীৰাৱতী গোহাঞি বৰুৱানীৰ 'ফুলকলি'ৰ সুবাস অলপ হলেও আমাৰ সাহিত্যৰ ফুলনিত এতিয়াও আমোলমোলাই আছে। এই "ফুলকলি"ৰ পাপৰিৰ সুবাসে অসমীয়া মহিলাৰ সাহিত্য কানন জাতিস্কাৰ কৰি ৰাখিব। ●●

—৮

# কাব্যভাৰতী ধৰ্মেশ্বৰী দেবী বৰুৱানী

শ্ৰীমতী স্বাধীনতা মহন্ত



জন্ম ঃ ১৮৯২ চন

মৃত্যু ঃ ১৯৬০ চন

'প্ৰাণৰ' আকুল পৰশেৰে 'ফুলৰ শৰাই' সজাই হৃদয়ৰ নিভৃত কোণৰ ব্যথা বিননিৰে 'অশ্ৰুধাৰ' বোৱাই কবি ধৰ্মেশ্বৰী দেবীয়ে সংসাৰৰ প্ৰবল ধুমুহাৰ মাজেদিও 'জীৱন তৰী'খনি বৰ সাৱধানে বাই যোৱাৰ পৰত সম্মান, যশস্যা, প্ৰতিষ্ঠা একোলৈকে কাণসাৰ কৰা নাছিল—

"কবি তুমি ত্যাগী, আশাহীন প্ৰাণ
কবিতা তোমাৰ সৰ্বস্ব ধন"
—কবি প্ৰণাম

দীৰ্ঘদিনীয়া পংগু জীৱন এটা লৈ কেৱল সাহিত্য সৃষ্টিৰ আনন্দতে মজি থকা বৰুৱানীৰ জন্ম হৈছিল ১৮৯২ চনত গুৱাহাটীৰ পঞ্চবটী আশ্ৰমত। এই সুকন্যাৰ পিতৃ আছিল স্বৰ্গীয় যজ্ঞোৰাম শৰ্মা আৰু মাতৃৰ নাম বজ্ৰাপ্ৰিয়া দেবী। যজ্ঞৰাম শৰ্মা মুক্তিয়াৰ আছিল। স্বৰ্গীয়া বৰুৱানীৰ স্পন্দিত অন্তৰৰ কামনা আছিল স্বৰ্গীয়া নলিনীবালা দেবীৰ 'সত্য-পথিক'ৰ দৰে—

'পিছলৈ ঘূৰি
নেচাবা উলটি
যোৱা আগবাঢ়ি সমুখলৈ"

বৰ্তমান সমাজত নাৰী আৰু পুৰুষৰ সমান অধিকাৰ সাব্যস্ত কৰা হৈছে যদিও, বিভিন্ন কলাকাৰে তেওঁলোকৰ সৃষ্টিৰ মাজেদি

ভিন্ ভিন্ দৃষ্টিৰে নাৰীৰ শ্ৰেষ্ঠত্ব প্ৰতিপাদন কৰিছিল যদিও, সমাজ আৰু জীৱনৰ বিকাশৰ ক্ষেত্ৰত নাৰীৰ গুৰুত্ব উপলব্ধি কৰিলেও নাৰীয়ে প্ৰতিষ্ঠা লাভ কৰা বা স্বীয় স্বীকৃতি প্ৰকৃত ৰূপত লাভ কৰা সহজ নাছিল। ঊনবিংশ শতিকাৰ আগভাগতে, এনে এক কঠিন মুহূৰ্ততে সাহিত্যৰ ক্ষেত্ৰত নিজ প্ৰতিভাৰ বলতে তিনিগৰাকী বিশিষ্ট মহিলা কবিয়ে প্ৰতিষ্ঠা লাভ কৰিছিল—কাব্যভাৰতী ধৰ্মেশ্বৰী দেবী বৰুৱানী, পদ্মশ্ৰী নলিনীবালা দেবী আৰু স্বৰ্গীয়া যমুনেশ্বৰী খাটনিয়াৰ। অসমীয়া কাব্য সাহিত্যলৈ এওঁলোকৰ বৰঙণি হোমৰ জুইৰ দৰে পবিত্ৰ, চেকি উলিওৱা মৌৰ দৰে মিঠা আৰু বীণৰ ঝঙ্কাৰৰ দৰে অন্তৰ পৰশা।

স্বামী স্বৰ্গীয় দুৰ্গানাথ বৰুৱাৰ জগত সংসাৰৰ চন্দ্ৰতাপ তৰোতেই দুৰাৰোগ্য বাত ব্যাধিয়ে বৰুৱানীৰ শৰীৰ পীড়িবলৈ আৰম্ভ কৰে। ক্ৰমান্বয়ে তেওঁ দুৰ্বল, কোঙা হৈ পৰে। কিন্তু শৰীৰৰ এই অসুস্থতাই তেওঁৰ মন অসুস্থ কৰিব পৰা নাছিল। বিশাল সাগৰৰ তৰঙ্গৰাশিৰ দৰে তেওঁৰ প্ৰশান্ত হিয়াৰ সুবিমল চিন্তাৰাশি কাব্য হৈ খলকণি তুলিছিল—বিভুৰ চৰণত প্ৰাণৰ আকুতি ঢালি তেওঁ উপলব্ধি কৰিছিল—

সেই সুৰতেই কাব্য কাননত
কবিৰ হৃদয় জুৰি,
কবিতাৰ সোঁত বয় উল্লাহেৰে
হিয়া উঠে ভৰি পূৰি।"

—বিশ্বসুৰ

সুখ-দুখ উভয়েই কাব্যৰ জন্ম দিলেও বিশ্ব সাহিত্যত দুখে জন্ম দিয়া ৰচনা অধিক। আদি কাব্য ৰামায়ণৰ পৰা আৰম্ভ কৰি বৰ্তমানলৈকে দুখে অনেক কবিৰ জন্ম দিছে। সেইবাবে এগৰাকী শিল্পীৰ বাবে দুখ ভগবানৰ আশীৰ্বাদ বুলিহে কোৱা হয়। স্বৰ্গীয়া দেবী বৰুৱানীৰ ক্ষেত্ৰতো সেয়ে হৈছিল—কগ্না শৰীৰৰ ব্যথা বেদনাও তেওঁ স্বামীৰ অকৃত্ৰিম চেনেহত পাহৰি আছিল, তেওঁৰ প্ৰতি এই স্নেহ চাহজাহানৰ পত্নী প্ৰেমতকৈও বহুত ওপৰত—

"যদিওবা সজা নাই দেৱ
বাহিৰত ওখ দৌল এটি
কি অসীম কৰুণা তোমাৰ
কিবা স্নেহ দিলা মোৰ প্ৰতি।"

—অশ্ৰুঅৰ্ঘ্য

কিন্তু ভগবানৰ সিও সহ্য নহয়। কেইবছৰমানৰ পিছতে তেওঁক বৈধব্য যন্ত্ৰণা ভোগাই স্বামী দুৰ্গানাথ বৰুৱা স্বৰ্গী হ'ল। স্বামী বিয়োগত কবিয়ে অনুভৱ কৰিছে—

"আজি মই জীৱনত অকলশৰীয়া
আছো মাথো লগৰীয়া এটি হুমুনিয়া।"—ব্যৰ্থতা

আৰু সেইবাবে স্বামীৰ ওচৰত আকুল প্ৰাৰ্থনা—

"ৰোগাক্লিষ্ট দুখুনী প্ৰিয়াক
নিয়া দেৱ ওচৰ চপাই।"

—অশ্ৰুঅৰ্ঘ্য

ভাগিনীয়েক শিশিৰকুমাৰ বৰুৱাক দেবী বৰুৱানীয়ে সপৰিয়ালে নিজৰ ঘৰলৈ আনি লগতে ৰাখিছিল। কিন্তু বৰুৱানীক এৰি থৈ এদিন ভাগিনীয়েকো স্বৰ্গী হ'ল। ব্যক্তিগত জীৱনৰ অপৰিসীম দুখৰ বোজা বহনকাৰী কাব্যভাৰতী সম্পৰ্কে সাহিত্যাচাৰ্য্য অতুলচন্দ্ৰ হাজৰিকাদেৱে কৈছিল—

"এটি পংগু, অসহায় নাৰী জীৱন—হাত, ভৰি, চকু, কাণ আদি শৰীৰৰ প্ৰতিটো ইন্দ্ৰিয়ই ইটোৰ পাছত সিটোৱে অসহযোগ কৰি যেন কবিক অগ্নি পৰীক্ষা কৰিবলৈহে বিচাৰিছিল। সেই পৰীক্ষাত উত্তীৰ্ণ হ'ল তেওঁ।"

স্বৰ্গীয়া ধৰ্মেশ্বৰী দেবী বৰুৱানীৰ তিনিখন কাব্যপুথিত (ফুলৰ শৰাই,) ১৯২৯, প্ৰাণৰ পৰশ, ১৯৫২, অশ্ৰুধাৰ আৰু জীৱনতৰী ১৯৬৩) সন্নিবিষ্ট কবিতাসমূহত প্ৰেমৰ ত্ৰিধাৰা মিলন দেখা যায়—ভগৱৎ প্ৰেম, প্ৰকৃতি প্ৰেম, স্বদেশ প্ৰেম। ঈশ্বৰৰ প্ৰতি ভালপোৱা আৰু বিশ্বাসে দেবী বৰুৱানীৰ মন আশাৰে ঠন্ ধৰাই তুলিছে, প্ৰকৃতিৰ প্ৰতি উদাৰ প্ৰেমে চিন্তাত বিশালতা আনিছে আৰু স্বদেশৰ প্ৰতি প্ৰবল

অনুৰাগে দেশমাতৃৰ লগতে তেওঁৰ সুযোগ্য সন্তানসমূহক একেখন ঘৰৰ সন্তান বুলি ভবাই তেওঁৰ অন্তৰত বিশ্বপ্ৰেম জগাই তুলিছে। বৰুৱানীৰ কবিতা সম্পৰ্কে ডঃ মহেশ্বৰ নেওগৰ মন্তব্য উল্লেখনীয়—

"কবিতাবোৰত নিৰলে আৰু ওখ চিন্তাৰ মাজত থাকিবলৈ ভাল-পোৱা মনটো স্ত্ৰীসুলভ অনুভূতি আৰু ধৰ্মভাবে সংযত আৰু অলংকৃত হৈ প্ৰকাশ পাইছে।"

বিশ্ব খনিকৰৰ অস্তিত্ব উপলব্ধি, তেৱেঁই বিশ্ব সৃষ্টিৰ মূল, তেওঁৰ কৰুণা অবিহনে মানৱ জীৱন সাৰ্থকতাহীন আৰু তেৱেঁই সকলো এই মনোভাৱ দেৱী বৰুৱানীৰ কাব্যৰ মাজেদি প্ৰতিভাত হৈছে।

"অখিলৰ বিপদভঞ্জন" মধুসূদন

"সুন্দৰ কৰুণাময়
কৰুণাৰ নাই সমতুল।"—সন্ন্যাসী আৰু ভিক্ষাৰিণী

"বিশ্ব প্ৰবাহ"ত কৈছে—

"ময়ে ভাঙো ময়ে গঢ়ো ময়ে খনিকৰ
ময়েই জীৱন দিওঁ বিশ্ব মানৱৰ।"

আত্মাৰ মুক্তিয়েই হৈছে ভাৰতীয় আটাইবোৰ দাৰ্শনিক চিন্তাৰ মূল তত্ত্ব। পৰমাত্মাৰ লগত আত্মাৰ মিলনেই হ'ল এই মুক্তিৰ ঘাই কথা। ভাৰতীয় এই চিন্তাধাৰা দেৱী বৰুৱানীৰ কাব্যত পোৱা যায়। "সিপাৰৰ গাঁওখনিলৈ" গৈ চিৰশান্তিময় পৰমজনৰ লগত বিলীন হোৱাৰ একান্ত বাসনা ব্যক্ত কৰিছে—

"এনেখন গাঁৱলৈ যামনো কেনেকৈ
মোৰ ভগা ছিগা নাও,
মাজ সাগৰতে ঢৌ খলকনি
জানো বুৰি তলে যাওঁ।"

- - - -

"তুমি মই দুয়ো মিলিম যিদিনা
তোমাতেই হ'ব লীন,
একেটি সুৰত এডালি তাঁৰত
বজাম মিলন বীণ।"

—প্ৰিয়লৈ পত্ৰখনি

ঐশ্বৰ্য্যৰে চাক খাই থকাজনে পৰমজনৰ মধুৰ দান উপলব্ধি নকৰাত, সকলোৰে "একে আত্মা"ই কথাষাৰ উপলব্ধি নকৰাত, মানুহ আৰু মানুহৰ মাজত ধনী-দুখীৰ ভেদাভেদ ৰখাত কবি ক্ষুণ্ণ হৈছে। "ধনী গৃহস্থ আৰু কণা মগনীয়া" কবিতাত কবিয়ে এনে এটি চিত্ৰ অঙ্কণৰ লগতে পাহৰি যোৱা নাই আন এটি চিত্ৰও—সেয়ে হৈছে অসমীয়া সমাজত লখিমী গৃহিণীৰ অভাৱ এতিয়াও হোৱা নাই। ভগবানৰ সৃষ্টিত ভেদাভেদহীনতা কবিৰ কাপেদি ওলাইছে—

"সৰু বৰ সকলোটি
ঈশ্বৰৰ জীৱ,
ঐশ্বৰ্য্য সম্পদ মাথোঁ
সকলো পাথিব।"

ভগবানৰ ওচৰত তেওঁৰ একান্ত আত্মসমৰ্পণে তেওঁৰ মানসিক উৎকৰ্ষ সধাৰ উপৰিও পংগু শৰীৰৰে সুস্থ মনৰ অধিকাৰী হ'ব পৰাৰ এক উজ্জ্বল দৃষ্টান্ত পৰৱৰ্তী সমাজলৈ ভাভি ধৰি গৈছে। তেওঁৰ এই আত্মসমৰ্পণৰ চিৰ সেউজীয়া চানেকীৰে ভগবৎ চিন্তাৰ জৰিয়তে লাভ কৰা বিমল প্ৰশান্তিৰ কথা এনেকৈ কৈছে—

"বুকুৰেদি বৈ যায় শীতল নিজৰা
জীৱনত শান্তি লভে, তৃপ্ত হয় প্ৰাণ,
সাহিত্যৰ হ'লে লাভ উজ্জ্বল পোহৰ
যদিহে মানৱে লভে সাহিত্যৰ দান।"

—সাহিত্য সম্পদ।

সমসাময়িক মহিলা কবি ৺যমুনেশ্বৰী খাটনিয়াৰৰ কাব্যত প্ৰকাশ পোৱা ভাবৰাশি বিচাৰ কৰিলেও ৺দেৱী বৰুৱানীৰ দৰে সংসাৰ যুঁজত অৱতীৰ্ণ হৈ সুখ-দুখ উপভোগ কৰি মুক্তি লাভ কৰাৰ একান্ত আগ্ৰহ দেখা পোৱা যায়। সুস্থ জীৱন বোধেৰে এওঁলোকে কাব্য সাধনা কৰিছিল।

ঈশ্বৰৰ কৰুণা লাভেৰে পাৰ্থিৱ দুখ-বেদনা উপশম কৰিব পাৰি বুলি স্বৰ্গীয়া হিমলা বৰুৱানীয়েও উপলব্ধি কৰিছিল। সংসাৰৰ দুখ-কষ্ট মোচনৰ বাবে স্বৰ্গীয়া বৰুৱানীয়েও কাব্য ভাৰতীৰ দৰে ভগবানতে সকলো অৰ্পি দি প্ৰাৰ্থনা কৰিছে—

"কিনো মায়াৰ বান্ধেৰে বান্ধিছা
বিষয় বাসনা জৰী,
কাকুতি কৰিছোঁ হে মোৰ দেৱতা!
দিয়াহি মুকলি কৰি।"

কাব্য ভাৰতীৰ কবিতাসমূহত প্ৰকৃতিৰ চিৰসেউজী ৰূপৰ অঙ্কণো মূৰ্তিমান হৈ পৰিছে। শৰৎ সম্ভাষ, প্ৰিয়লৈ পদুমী, সখিয়তী, বৰদৈচিলা আদি কবিতাত প্ৰকৃতিৰ শান্ত আৰু ৰৌদ্ৰ—দুয়োটা ৰূপ প্ৰতিভাত হৈছে। সুমধুৰ কণ্ঠৰে সৰু পখীটিৰ অন্তৰৰ সৈতে কবিৰ অন্তৰৰ নিবিড় বান্ধোন—

"তেনেহলে পখী বুজিলো ধ্ৰুৰূপ
তোৰে মোৰে প্ৰাণ একে,
কোনোটি প্ৰাণীৰ নাই ভিন্ পৰ
মানুহে নুবুজে তাকে।"

সৰল প্ৰকৃতিখনৰ প্ৰতি কেতিয়াবা মানুহ নিষ্ঠুৰ হৈ পৰে, প্ৰকৃতিৰ ভালপোৱাক ভৰিৰে মোহাৰি নিজ স্বাৰ্থ পূৰণৰ বাবে মানুহ অন্ধ হৈ পৰে—বলীয়া হৈ পৰে।

'বৰদৈচিলা' কবিতাটিত প্ৰকৃতিৰ ৰৌদ্ৰ ৰূপৰ সুন্দৰ বৰ্ণনা পোৱা যায়। ৰং ৰহইচৰে ৰঙালী বিহুটো পাৰ কৰাৰ পিছত বহাগৰ মাজভাগত বা শেষত বৰদৈচিলাজনী মাকৰ ঘৰৰ পৰা বিহু খাই উলটি আহে। মাতৃস্নেহৰ প্ৰতি দুৰ্বাৰ আকৰ্ষণত স্বামীৰ হাকবচনত বৰদৈচিলা বাউলী হয়, শোকে বেজাৰে দগ্ধা হয়। সেয়েহে বাটে-পথে পাই অহা দুখীয়া-সুখীয়াৰ অৱস্থা সহৃদয়তাৰে চাবলৈ তেওঁৰ সময় নাথাকে।

"দুখীয়াৰ ভগাপঁজা লুটি খাই পৰিলে
বৰগছ পৰিলে চলি" —বৰদৈচিলা

স্বামীৰ হাকবচন শুনিবলৈকো তেতিয়া তেওঁ অপাৰগ—

"লাহৰে সেওঁতা হ'লে তেৰা বেকা
খঙে মতলীয়া আতি।
\+ \+ \+
"চকুতিৰে বিৰে ক'লে বৰদৈয়ে
নুশুনো তোমাৰ কথা,"

মহিমামণ্ডী নাৰীৰ ব্যথিত হিয়াৰ ক্ৰোধান্বিত ৰূপ এটা ইয়াত অঙ্কণ কৰিবলৈ তেওঁ সমৰ্থ হৈছে।

পদ্মশ্ৰী নলিনীবালাই জন্মভূমিক—

"তোমাৰ ই ধূলি বালি
তোমাৰ আকাশ বায়ু

আই মোৰ সৰগৰ বাস" বুলি কোৱাৰ দৰে কাব্য ভাৰতীয়েও স্বদেশৰ ৰূপ বৰ্ণনা কৰিছে—

(আই তই) সুজলা সুফলা তয়ে সুৰবালা
তয়ে বনৰীয়া ফুল" —বিশ্বৰূপা

মাতৃভূমিৰ প্ৰতিটো ধূলিকণাতেই নিহিত হৈ আছে অনাবিল স্নেহ, ভালপোৱাৰ ৰেণু। নিজৰ ঘৰখনৰ, গাঁওখনৰ, দেশখনৰ প্ৰতি মানুহৰ হেঁপাহৰ, শ্ৰদ্ধাৰ, আদৰৰ অন্ত নাই। অসমৰ প্ৰকৃতি বিভিন্ন কবিৰ ৰচনাত মূৰ্ত হৈ উঠিলেও কাব্য ভাৰতীৰ সৃষ্টিত সি আৰু অনুপম হৈ পৰিছে। অসমৰ গাঁৱৰ ডেকাল'ৰাৰ, জীয়ৰী-বোৱাৰীৰ মিলনৰ ঠাই নদীৰ ঘাট, মুকলি পথাৰ, আঁহতৰ তল, বিলৰ পাৰ। তাৰ এক জীৱন্ত বৰ্ণনা—

"সন্ধিয়া বেলিকা গাঁৱৰে সৰলা
জীয়ৰী বোৱাৰীজাক,
কাষতে কলচী খোপাতে মালতী
চাপেহি নৈৰ কাষ।" —বিশ্বৰূপা

কানাইৰ মোহন ৰূপৰ প্ৰতীক অসমীয়া গৰখীয়া ল'ৰাৰ মুখৰ বাঁহীৰ ছবিও ইয়াত সংযোজিত কৰিছে—

"গৰখীয়া ল'ৰা কৰি লৰাধৰা
উলাহে পেঁপাটি বায়" —বিশ্বৰূপা

স্বদেশ প্ৰেমৰে উদ্বুদ্ধ কবিয়ে দেশৰ উঠি অহা চাম নৈতিক বলত বলীয়ান হোৱাটো কামনা কৰে। ধৰ্ম কৰ্মৰ প্ৰতি সকলো অনুৰাগী হৈ জীৱনৰ বাট বুলিলে "সুন্দৰ করুণাময়"ৰ আশীৰ্বাদৰে দেশমাতৃৰ উজ্জ্বল মুখত হেঙুল-হাইতালৰ ৰহন চৰিব—

"আমাৰ দেশৰে ডেকা ল'ৰা বোপা
গাভৰু মইনাহঁত
ফুলিছা যিদৰে বুলিবা সিদৰে
হৈ বিভু পদানত।" —ৰূপকোঁৱৰ

দেবী বৰুৱানীৰ বহল অন্তৰে অসমৰ সকলো লোককে একেখন ঘৰৰে সন্তান স্বৰূপে জ্ঞান কৰিছিল। সকলোৰে মঙ্গল, সকলোৰে উন্নতি তেওঁ কামনা কৰিছিল। অসমীৰ গুণী-জ্ঞানী সন্তানৰ বিয়োগত তেওঁ পৰিয়ালৰ লোকৰ বিয়োগ হিচাবে গণ্য কৰিছিল আৰু সেই-সকলৰ নামত কবিতা ৰচনা কৰি মৃতকৰ আত্মাৰ সদ্‌গতি কামনা কৰিছিল। দেশভক্ত তৰুণৰাম ফুকনৰ মৃত্যুত —

"মহাৰথী পৰিল ৰণত
স্বদেশ যুঁজৰ বীৰমণি"
—আই অসমীৰ খেদ

ৰসৰাজ বেজবৰুৱাৰ উদ্দেশ্যে—

"বাচকবনীয়া কৰি হেমহাৰ সাতসৰী
কতনো পিন্ধালা তুমি কণ্ঠ জননীৰ"
—স্মৃতি অৰ্ঘ্য

হেমচন্দ্ৰ বৰুৱাৰ মৃত্যুত 'হেমতৰ্পণ'—

"উৰ্দ্ধ আত্মা গ'ল উৰ্দ্ধলৈ
আনন্দৰ অভিযান কৰি,"

লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ বিয়োগত—

"কৰ্মক্লান্ত অৱসন্ন দেহ
অসমী আইৰ পুত্ৰ ধীৰ" —শ্ৰদ্ধাঞ্জলি

নবীনচন্দ্ৰ বৰদলৈৰ মৃত্যুত—

"সুযোগ্য সন্তান নবীন সাধক" —বীৰপূজা

এনেকৈ নিজৰ ভক্তি অঞ্জলি যঁচাৰ লগতে আত্মীয়জনক হেৰুওৱাত মৰ্মাহত হৈ পৰা দেখা গৈছে। আৰু লগতে তেওঁ পৰৱৰ্তী তৰুণচামৰ অন্তৰত অসমীৰ গুণী-জ্ঞানী সন্তানসকলৰ সদগুণৰ চেতনাৰ সুঁতি এটি বোৱাবলৈ চেষ্টা কৰিছে। তেওঁৰ কবিতাসমূহত জাতীয় ভাৱৰ হাঁচনাহানাৰ উগ্ৰ গোন্ধ নাই, আছে খৰিকাজাঁইৰ মৃদুল সুবাস।

১৯৫৬ চনত অসম সাহিত্য সভাই দেবী বৰুৱানীক 'কাব্য ভাৰতী' উপাধিৰে সম্মানিত কৰে। শেষ বয়সত অসম চৰকাৰে তেওঁক সাহিত্যিক পেঞ্চনো দিছিল।

মাতৃভূমিৰ প্ৰতি দেবী বৰুৱানীৰ যেনে অসীম প্ৰেম, মাতৃভাষাৰ প্ৰতিও তেনে অসীম প্ৰেম তেওঁ প্ৰদৰ্শন কৰি গৈছে। 'অসম সাহিত্য সভা'ৰ অধিবেশনবোৰত তেওঁ শাৰীৰিক অক্ষমতাৰ বাবে যোগ দিব পৰা নাছিল। কিন্তু অন্তৰ নিগৰি ওলোৱা ভাবৰাশিক কাব্যৰ মাজেদি প্ৰকাশ কৰি তেওঁ মনৰ হাবিলাস পূৰ্ণ কৰিছিল। যি ভাষাৰ প্ৰকাশে তেওঁৰ ব্যথিত অন্তৰৰ জুইকুৰা নুমুৱাই ৰাখিবলৈ সক্ষম হৈছিল— সেই ভাষা সেৱাত তেওঁ কেতিয়াও ত্ৰুটি নকৰে—

"ভাষা জননীৰ চৰণ দুখানি
সহস্ৰ সন্তানে কৰিছোঁ সেৱা"

কাব্য ভাৰতীৰ জীৱনবীণত বাজি উঠা মধুৰ সুৰটোহে কাব্য-বোৰত অধিক প্ৰকট হৈ পৰিছে। তেওঁৰ জীৱনৰ কৰুণ কাহিনী-সমূহ নাজানিলে তেওঁৰ বীণৰ কৰুণ সুৰটি ধৰা নপৰে।

"ব্যৰ্থ হ'ল জীৱনৰ সকলো প্ৰয়াস" বুলি হা-হুমুনিয়াহ কঢ়া কবিয়ে "নাই মোৰ জীৱনৰ শক্তি আৰু নাই" বুলি কৰা কৰুণ হৃদয়বিদাৰক খেদৰ পিছত পুনৰ—

"ত্যাগত তৃপিতি ত্যাগত মুকুতি
ত্যাগতে স্বৰ্গ সুখকো পায়" —শান্তি

—বুলি কৰুণ সুৰটি ঢাকি পেলাইছে। দীৰ্ঘদিন শয্যাত আবদ্ধ হৈ থকা কবিয়ে মুকলি আকাশৰ তলত উন্মুক্ত মনেৰে ঘুৰি ফুৰিবলৈ বিচাৰিছে—পখীৰে সখী হৈ সেই বাসনাক মূৰ্তৰূপ দিব খুজিছে—

"যদিও মানুহ তুমি, আৰু মই পখী
পাতিব খুজিছোঁ মই তোমাৰেই সখী"

\+ + +

"শুনি পখীটিৰ কথা ধৰিলোঁ সাৰটি
ক'লো মই তোমাৰেই পাতিলোঁ সখীটি" —জীৱনতৰী

সমাজ বিহনে, মৰম বিহনে মানুহ জীয়াই থাকিব নোৱাৰে। কোনোবা তেনে ধৰণে থাকিলেও তেওঁৰ গাত মানুহৰ গুণৰ অভাৱ হয়—পশুৰ গুণহে অধিকতৰ হয়। কাব্য ভাৰতীৰ জীৱনত স্বামীৰ অকৃত্ৰিম মৰমে বিশেষ প্ৰভাৱ পেলোৱাৰ উপৰিও ভাগিন, নাতি আদি

পৰিয়ালৰ আনসকলৰ আগ্ৰহ-চেনেহে সাহিত্য সৃষ্টিৰ ক্ষেত্ৰত সম্পূৰ্ণ সহায় কৰিছিল। সন্তানহীনা বৰুৱানীক স্বামীয়ে সান্ত্বনা দিছিল—"যিহেতু নিজ আত্মজেই সন্তান—গতিকে প্ৰাণৰ পৰশ, ফুলৰ শৰায়ো তেওঁৰে সন্তান। এই কাব্যসমূহৰ জন্মও বৰুৱানীয়েই দিছে—তেওঁৰ আত্মাৰ অনুভূতিৰ পৰাই তেওঁৰ কাব্যসমূহৰ জন্ম হৈছে।" কবিয়ে কবিতাবোৰ মুখে মুখে ৰচনা কৰি গৈছিল আৰু সেইসমূহ লিপিবদ্ধ কৰি গৈছিল তেওঁৰ নাতিনীহঁতে। তেওঁ লিখিবৰ বাবে নিজে হাতত কলম ল'ব নোৱাৰিছিল। আনকি দৃষ্টিশক্তি হ্ৰাস হোৱা বাবে তেওঁ লেখাসমূহ পঢ়ি চাবও পৰা নাছিল। এনে এগৰাকী কণ্ঠা নাৰীৰ অসীম মনোবলৰ কথা ভাবিলে আচৰিত লাগে। সাহিত্য সৃষ্টিৰ বাবে তেওঁৰ মনৰ অদম্য বাসনা, ভাষাৰ নিৰিবিলি ধাৰা তুলনাবিহীন। লগে লগে নাতিনীহঁতৰো তেওঁৰ প্ৰতি নিঃস্বাৰ্থ প্ৰেম শলাগিবলগীয়া। নহলে এনে এক প্ৰতিভাৰ চিন চিৰদিনৰ বাবে নাইকিয়া হৈ গ'ল-হেঁতেন।

অন্যক খুৱাই, পিন্ধাই, সজাই ভালপোৱা অসমীয়া নাৰীৰ কৌটি-কলীয়া স্বভাৱ। বৰুৱানীৰ শৰীৰ এইবোৰৰ বাবে উপযোগী নহয়। যি পাইছে তাতেই সন্তুষ্ট থকা তেওঁৰ স্বভাৱ। ভাগ্যক থিয়াই পোৱাটোকে গ্ৰহণ কৰিবলৈ প্ৰস্তুত বৰুৱানীৰ দুখৰ উপৰি দুখকে পালেও কোনো আক্ষেপ, দুখ প্ৰকাশ কৰা নাই; বৰং দয়াময়ৰ গুচৰত তাৰ বাবে বিনয়েৰে হাত পাতিছে—

"ভিক্ষাৰ পাত্ৰটি মোৰ
কৰি ভৰপূৰ,
দুখকেই দিয়া প্ৰভু
দুখেই মধুৰ।"

এনে সৰল বিনয়ী মনৰ প্ৰকাশ বিৰল। খং, ৰাগ, ক্ষোভৰ তীব্ৰতা বৰুৱানীৰ কবিতাত নাই। তাৰ পৰিবৰ্তে শোকৰ শান্ত সমাহিত ৰূপ এটাইহে মাজে মাজে ভুমুকি মাৰেহি তাকো দক্ষ হাতেৰে প্ৰাঞ্জল চিন্তাৰে ঢাকি পেলাবলৈ তেওঁ সমৰ্থ হয়। তেওঁৰ অন্তৰৰ দুখ ফল্গুৰ দৰে বৈ থকাৰ উমান 'পখীৰ বাণী'ত পোৱা যায়—

"ভিতৰৰ কথা সখী
নোৱাৰো বৰ্ণাব
নেদেখিলে কেৱে তাক
নোৱাৰে বুজিব।"

বুজাব নোৱাৰা বেদনাক সংগোপনে চাকি ৰাখি ঈশ্বৰ প্ৰেমত তেওঁ মন বুৰাই পেলাইছে—সহায় হৈছে স্বামী গুৰুৰ মৰম আৰু আশীষ। দুটি প্ৰাণ এক হোৱাৰ মধুৰ প্ৰয়াস বৰুৱানীৰ কবিতাত আছে—সেই মিলনৰ হেঁপাহ কেতিয়াবা তেওঁৰ প্ৰিয়জনৰ আত্মাৰ লগত কেতিয়াবা প্ৰিয়তকৈও প্ৰিয় পৰমজনৰ লগত। তেওঁৰ এই মিলনৰ পিয়াহে ৰুগ্ন শৰীৰৰে দীৰ্ঘদিন জীয়াই থাকি অসমীয়া সাহিত্যলৈ যি এক মোহন-ভোগ দি থৈ গ'ল, এগৰাকী মহিলা কবি হিচাপে তেওঁৰ যি প্ৰতিষ্ঠা আৰু সমাদৰ, তাক লৈ আমি আজি গৌৰবান্বিত। অসমৰ ৰাজনৈতিক, সামাজিক বুৰঞ্জীত অনেক কেইগৰাকী মহিলাৰ নাম ইতিমধ্যে সোণালী আখৰেৰে খোদিত হৈ গৈছে। সাহিত্যৰ ক্ষেত্ৰতো শক্তিশালী পদক্ষেপ দিয়া মহিলাসকলৰ ভিতৰত কাব্য ভাৰতীৰ নাম চিৰউজ্জ্বল হৈ জিলিকি আছে। তেওঁৰ সাহিত্য সৃষ্টিৰ আদৰ্শ আৰু অনুপ্ৰেৰণা কেৱল মাত্ৰ ৰুগ্ন শৰীৰৰ ব্যক্তিৰ বাবেই নহয়—সদৌ অসমৰ সমূহ মহিলাৰ বাবে। যি সকল মহিলাই সংকোচৰে সাহিত্য ৰচনাৰ ক্ষেত্ৰত পিছ হুঁহকি গৈছে, যি ঘৰুৱা লেঠাৰ বাবে সাহিত্য ৰচনাত বাধা পৰিছে বুলি আক্ষেপ কৰিছে, যি নিজৰ ৰচনাৰ প্ৰচাৰ নোহোৱাত বিফল হৈছে, যি নিজকে প্ৰকাশৰ বাবে বৰ খৰধৰকৈ প্ৰতিষ্ঠা বিচাৰিছে—সেই সকলোৰে বাবে কাব্য ভাৰতী ধৰ্মেশ্বৰী দেবী বৰুৱানী এনে এক আহি—যাক অইনৰ লগত তুলনা কৰিলে তেওঁৰ প্ৰতি অবিচাৰ কৰাহে হ'ব।

১৯৬০ চনৰ ৯ মাৰ্চৰ দিনা গুৱাহাটীৰ নদীৰ পাৰৰ নিজা বাসভৱনত দেবী বৰুৱানীৰ মৃত্যু হয়। ●●

# ৰাজবালা দাস

শ্ৰীমতী বিনীতা দত্ত

ইতিহাসৰ এৰাসুঁতিয়েদি ভটি-য়াই গৈ আজিৰ পৰা এশ দহ/পোন্ধৰ বছৰৰ আগৰ অসমীয়া সমাজখন আৰু আজিৰ অসমীয়া সমাজখনত সময়ে আনি দিয়া পৰিবৰ্তনবোৰ দেখি আচৰিত হ'ব লাগে। উনবিংশ শতিকাৰ শেষৰ দশকতো অসমীয়া নাৰী আছিল অসূৰ্য্যস্পৰ্শা, অন্তঃপুৰবাসিনী। সেইসময়ত অসমীয়া ছোৱালীয়ে ঘৰৰ চাৰিবেৰৰ মাজত আয়েক আইতাকৰ তত্ত্বাৱধানত বোৱাকটা ৰন্ধাবঢ়া শিকি দহ এঘাৰ বছৰৰ পৰাই নিজকে গৃহিণী হিচাপে প্ৰস্তুত কৰিছিল। যৌথ পৰিয়ালৰ মৰম চেনেহৰ মাজত ডাঙৰ দীঘল হৈ বুজন হোৱাৰ আগতেই নতুন ঘৰ এখনলৈ ওলাই যায়। বিভিন্ন বয়সত কন্যা, ভগ্নী, পত্নী আৰু মাতৃৰূপত নাৰীয়ে নিজ দায়িত্ব পালন কৰিছিল। কিন্তু বিংশ শতিকাৰ আৰম্ভণিৰ পৰাই অসমীয়া সমাজত আৰ্থিক, সামাজিক আৰু সাংস্কৃ-তিক আদৰ্শৰ পৰিৱৰ্তন হ'বলৈ ধৰে। এই পৰিবৰ্তনে অসমীয়া নাৰীৰ জীৱনৰ ওপৰতো গভীৰ প্ৰভাৱ পেলায়। অসমীয়া নাৰীয়ে ব্যক্তি হিচাপে সমাজত পুৰুষৰ সতে সম অধিকাৰৰ অংশীদাৰ হয়। এই পৰিৱৰ্তন এমুঠি প্ৰগতিশীল সমাজ সচেতন ব্যক্তিৰ নেতৃত্বৰ ফলশ্ৰুতি। অসমীয়া নাৰীক শিক্ষাৰ জৰিয়তে মানুহ হিচাপে গঢ়ি তোলাত যিসকল লোকে বিশেষ অৰিহণা যোগাই আহিছিল তাৰে ভিতৰত ৰাজবালা দাসো অন্যতম।



জন্ম ঃ ১৮৯৩ চন
মৃত্যু ঃ ১৯৮৫ চন

ইং ১৮৯৩ চনৰ আঠ মাৰ্চ তাৰিখে ৰাজবালা দাসৰ জন্ম হৈছিল ডিব্ৰুগড়ত। পিতৃ ৺ৰমাকান্ত বৰুৱাৰ ৰাজবালা আছিল পঞ্চম সন্তান। মাতৃৰ নাম ৺কমলা বৰুৱা। এক সম্ভ্ৰান্ত পৰিয়ালত সম্পূৰ্ণ ৰক্ষণশীল মনোবৃত্তিৰ আয়েক-আইতাকৰ তত্ত্বাৱধানত ৰাজবালা ডাঙৰ হৈছিল। সেই সময়ত অসমত পাশ্চাত্য শিক্ষাৰ প্ৰচাৰ হৈছিল যদিও ছোৱালী বাটেদি খোজ কাঢ়ি গৈ স্কুলত নপঢ়িছিল। কিছুমান আঢ্যৱন্ত পৰিয়ালত অধ্যাত্মিক চৰ্চাৰ সুবিধা ছোৱালীয়ে পাইছিল। দুই এক সম্ভ্ৰান্ত পৰিয়ালৰ ছোৱালীক কলিকতাত হোষ্টেলত থৈ পঢ়োৱা হৈছিল। কিন্তু তেনে উদাহৰণ নিচেই তাকৰীয়া। ৰাজবালা দাসৰ পেহীয়েক দেৱীপ্ৰভা ভূঞাই নিজৰ দুই কন্যাক পঢ়াবলৈ কলিকতাত ঘৰ ভাৰা কৰি আছিল। এইদৰে কিছুদিন থাকি সৰু জীয়ৰী হেমপ্ৰভা দাসক কলিকতাৰ বেথুন স্কুলৰ হোষ্টেলত থৈ নিজে অসমলৈ ঘূৰি আহে। সেই সময়ত অসমৰ পৰা কলিকতালৈ যোৱাও বৰ সহজ নাছিল; বাটত সময়ো লাগে কষ্টও হয়। এনে সময়তে ৰাজবালাৰ বৰ ককায়েক ৰজনীকান্ত বৰুৱা এণ্ট্ৰেন্স পাছ কৰি কলিকতাত এফ এ পঢ়িবলৈ ওলাল। পেহীয়েকৰ জীয়েক বেথুন স্কুলত থকা দেখি ৰজনীকান্তই ৰাজবালাকো পঢ়াবলৈ নিব খুজিলে। ইতিমধ্যে ৰাজবালাৰ দুই বায়েকৰ বিয়া দিয়া হৈছিল। ৰাজবালাৰ তেতিয়া বয়স মাথোন আঠ বছৰ। মাকে জীয়েকক কলিকতালৈ পঠাবলৈ মন নকৰিলে। সমাজতো স্ত্ৰীশিক্ষাৰ প্ৰতি অনুকূল বাতাৱৰণ নাছিল। ৰাজবালাৰ কুমলীয়া মনে মাক-দেউতাকৰ মৰমৰ ডেউকাৰ উম এৰি যাবলৈ আগবঢ়া নাছিল। কিন্তু ককায়েকে টানি ধৰাত পিছত মাক-দেউতাক মান্তি হ'লত বৰ ককায়েকে বেয়া পাব বুলিহে ৰাজবালা যাবলৈ ওলাল। তেতিয়া পেহীয়েকৰ জীয়েক হেমপ্ৰভা দাস বেথুন স্কুলৰ নৱম মানৰ ছাত্ৰী। সেইখন স্কুলতে ককায়েকে নি ৰাজবালাকো নাম লগাই দিয়ালে। ৰাজবালাৰ কিন্তু পঢ়াত মন নবহিল। কেতিয়া ঘৰলৈ ঘূৰি আহিব পাৰে তাকে ভাবি নমাহ কোনোমতে কটালে। তাৰপিছত ঘৰলৈ আহি আৰু স্কুললৈ ঘূৰি নগ'ল।

ইতিমধ্যে ৰাজবালাহঁতৰ ঘৰখনত এটা দুৰ্যোগে দেখা দিলে। ৰাজবালাৰ সৰু ককায়েক ডঃ ৰোহিনীকান্ত বৰুৱাৰ কলা জ্বৰ হৈ অকালতে মৃত্যু হ'ল। সৰু পুতেকৰ মৃত্যুৰ পাছত মাকৰ মন উদাস

হৈ পৰিল। ৰাজবালাক বিয়া দিয়াৰ চিন্তা তল পৰিল। কলিকতাৰ পৰা উভতি অহাৰ পিছত ৰাজবালাই লাহে লাহে শিক্ষাৰ প্ৰতি আকৰ্ষিত হ'ল। ভনীয়েক সুৰবালাৰে সৈতে নিজে নিজেই পঢ়াশুনা পুনৰ আৰম্ভ কৰিলে। তেওঁলোকৰ পঢ়াৰ ধাউতি দেখি পৰিয়ালৰ জনাবুজা সকলে নোৱাৰাখিনি শিকাই বুজাই দিলে। এইবাৰ ৰাজবালা নিজেই আনুষ্ঠানিক শিক্ষা গ্ৰহণৰ বাবে ধাবলৈ ওলাল। ঘৰত কিন্তু মাকে সমাজৰ অনুশাসনৰ কথা ভাবি পঢ়োৱাতকৈ বিয়া দিয়াহে উচিত বুলি ভাবিলে। কিন্তু ৰাজবালা আৰু সুৰবালাৰ দৃঢ় সংকল্প দেখি ভিনিহিয়েকেও তেওঁলোকক পঢ়াবলৈ যুক্তি দেখুৱালে। শেষত যেনিবা দুয়ো বাই-ভনীক পঢ়োৱা হ'ল। বেথুন স্কুলত আসন নোহোৱাৰ বাবে তেওঁলোক দুয়ো গিৰিধিত নতুনকৈ খোলা এখন স্কুলত নাম লগায়। ৰাজবালাই অষ্টম আৰু সুৰবালাই সপ্তম শ্ৰেণীত ভৰ্তি হৈ এবছৰ সেই স্কুলতে পঢ়ে। তাৰপিছত পুনৰ দুয়ো বেথুন স্কুললৈ আহে আৰু তাতে পৰাই ৰাজবালাই ১৯১৫ চনত প্ৰথম বিভাগত প্ৰৱেশিকা পাছ কৰি মাহে কুৰি টকাকৈ অসম চৰকাৰৰ পৰা এটা বৃত্তি পায়। এবছৰ পিছত সুৰবালাইও প্ৰথম বিভাগত প্ৰৱেশিকা পাছ কৰি বৃত্তি পায়।

সেইসময়ত কলিকতাত কেইগৰাকীমান অসমীয়া ছোৱালীয়ে উচ্চশিক্ষা গ্ৰহণ কৰিছিল। ৰসৰাজ লক্ষ্মীনাথ বেজবৰুৱাৰ কন্যা অৰুণা ৰাজবালাৰ সহপাঠী আছিল। সুধালতা দুৱৰা আৰু সুখলতা দুৱৰা তেওঁতকৈ এবছৰ ওপৰত পঢ়িছিল। অসমত সেই সময়ত শিক্ষিত ছোৱালীৰ সংখ্যা নিচেই নগণ্য আছিল। ছোৱালী বিয়া নিদি দূৰৈত থৈ পঢ়োৱাৰ বাবে ৰাজবালাৰ মাক-দেউতাকক সমাজত আঁৰ চকুৰে সমালোচনা কৰা হৈছিল। কিন্তু ৰাজবালাই সমাজৰ সমালোচনালৈ কেৰেপ নকৰি নিজ লক্ষ্য স্থিৰ ৰাখি আগবাঢ়ি গ'ল। প্ৰৱেশিকা পাছ কৰাৰ এবছৰ পাছতে ৰাজবালাৰ স্বাস্থ্য ভাঙি পৰিল। সেয়ে এবছৰ পলমকৈ ডাবচেচন কলেজৰ পৰা প্ৰথম বিভাগত আই এ পাছ কৰে আৰু পুনৰ বৃত্তি পায়। ১৯২০ চনত বেথুন কলেজৰ পৰা স্নাতক হয় আৰু শিক্ষক প্ৰশিক্ষণৰ বাবে বি টি শ্ৰেণীত ভৰ্তি হয়।

ভাৰতবৰ্ষত ইতিমধ্যে দেশজুৰি স্বদেশী আন্দোলন গঢ়ি উঠিছিল। পৰাধীনতাৰ শিকলি ছিঙি জন্মভূমিক উদ্ধাৰ কৰাৰ বাপুজীৰ উদাত্ত

আহ্বানত সঁহাৰি জনাই ভাৰতৰ বিভিন্ন প্ৰান্তৰ পুৰুষ-মহিলা নিৰ্বিশেষে আগবাঢ়ি আহিল। সমাজ সচেতম ৰাজবালাইও সেই প্ৰত্যাহ্বান প্ৰত্যাখ্যান কৰিব নোৱাৰিলে। ১৯২১ চনত মহাত্মা গান্ধী কলিকতালৈ আহি দেশবন্ধু চিত্তৰঞ্জন দাসৰ ঘৰত আছিলহি। ভাৰতীয় মহিলা-সকলক আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈ আহ্বান জনাই বাপুজীয়ে তাতে এখন সভা পাতিছিল। ৰাজবালা তালৈকে দুদিন গৈ বাপুজীৰ দৰ্শন লাভ কৰি তেওঁৰ আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈছিল। ১৯২১ চনত বাপুজী অসমলৈ আহিব বুলি জানি ৰাজবালাও অসমলৈ ঘূৰি আহিল। ডিব্ৰুগড়ত তেওঁ দ্বিতীয়বাৰ বাপুজীৰ সান্নিধ্যলৈ অহাৰ সুযোগ পালে। সেই সময়ত অসমীয়া মহিলাসকলৰ মাজত স্বদেশী আন্দোলনৰ ভাৱ ল'ব পৰা মহিলা নাছিলেই বুলিব পাৰি। স্বাভা-বিকতে ডিব্ৰুগড়ত সংগঠনৰ গুৰু দায়িত্ব ৰাজবালাৰ কান্ধত পৰিল। বাপুজীৰ আদৰ্শৰে মহিলাসকলক সংগঠিত কৰিবলৈ ৰাজবালা ডিব্ৰু-গড়ৰ মহিলা শাখাৰ সম্পাদিকা হ'ল। কিন্তু সংগঠনৰ কামত মহিলা-সকল ওলাই সোমাই ফুৰা সাধাৰণ ৰাইজে সহজভাৱে ল'ব নোৱাৰিলে। সেয়ে ৰাজবালাৰ লগে লগে তেওঁৰ পেহীয়েক দেৱীপ্ৰভা ভূঞাও তেওঁৰ সৈতে সংগঠনৰ কামত ওলাল। মহিলাসকলৰ মাজত অহিংসাৰ বাণী প্ৰচাৰ কৰি সূতাকটা কেন্দ্ৰ প্ৰতিষ্ঠা কৰিলে।

১৯২২ চনত পণ্ডিত মদনমোহন মালব্য ডিব্ৰুগড়লৈ আহিছিল। তেওঁ ৰাজবালাৰ পঢ়াৰ ইচ্ছা আছে বুলি জানি বেনাৰস বিশ্ববিদ্যালয়ত ৰাজবালাৰ পঢ়াৰ সুবিধা কৰি দিছিল। লগতে ১৫০'০০ টকাৰ এটা শিক্ষয়িত্ৰীৰ পদো ঠিক কৰি দিছিল। কিন্তু ৰাজবালাৰ মাক-দেউতাকে জীয়েক দূৰত গৈ পঢ়া বা কাম কৰা ভাল পোৱা নাছিল। কন্যা বিয়া দিয়াহে তেওঁলোকৰ উদ্দেশ্য আছিল। এনেতে গুৱাহাটীৰ ডঃ জ্যোতিষ চন্দ্ৰ দাসৰ পৰা এটা বিয়াৰ প্ৰস্তাৱ আগবঢ়োৱা হৈছিল। ১৯২৩ চনত ডঃ দাস বিলাতৰ পৰা ঘূৰি আহি কংগ্ৰেছত যোগ দিয়ে আৰু সেই বছৰেই গয়াৰ কংগ্ৰেছ অধিবেশনলৈ যায়। ডিব্ৰুগড়ৰ পৰা ৰাজবালা, তেওঁৰ ককায়েক ৰজনীকান্ত বৰুৱা আদিও গয়া কংগ্ৰেছত যোগ দিবলৈ গৈছিল। এই অধিবেশনতে দেশভক্ত তৰুণৰাম ফুকনে ৰাজ-বালা দাসৰ লগত ডঃ জ্যোতিষ দাসৰ বিয়াখন গয়াতে পাতি দিবলৈ বিচাৰিছিল। পাছে ৰাজবালাৰ ককায়েক ৰজনীকান্ত বৰুৱাই সেই

বিয়া ডিব্ৰুগড়তহে হ'ব লাগে বুলি কোৱাত সেই বিয়া ডিব্ৰুগড়ত পতা হৈছিল। বিয়াৰ দিনা অসমীয়া কন্যাই সিংখাপৰ পাটৰ ৰিহা মেখেলা পিন্ধাৰ নিয়ম। কিন্তু ৰাজবালা দাসে বাপুজীৰ আদৰ্শৰে অনাড়ম্বৰ ভাবে মুগাৰ ৰিহা মেখেলাহে পিন্ধিছিল।

বিয়াৰ পাছত ৰাজবালা দাসৰ কৰ্মক্ষেত্ৰ ডিব্ৰুগড়ৰ পৰা গুৱাহাটীলৈ স্থানান্তৰিত হ'ল। দেশৰ উন্নতিৰ হকে স্ত্ৰীশিক্ষাৰ প্ৰয়োজনীয়তা অনুভৱ কৰি ৰাজবালা দাসে স্ত্ৰীশিক্ষা প্ৰচাৰত আত্মনিয়োগ কৰিলে। ১৯২৬ চনত গুৱাহাটীৰ পাণবজাৰ মধ্য ইংৰাজী স্কুলখন হাইস্কুললৈ উন্নীত কৰা হ'ল। সেই সময়ত ৰাজবালা দাসক সেই বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰীৰ পদ যঁচা হৈছিল। কিন্তু নিজৰ সংসাৰখন সুচাৰু-ৰূপে চলোৱাত ব্যাঘাত হ'ব বুলি আশংকা কৰি, বিশেষকৈ সন্তানসকল সৰু হৈ থকা বাবে সেই গুৰু দায়িত্ব নলৈ পাণবজাৰ হাইস্কুলত মাজে সময়ে অবৈতনিকভাবে পাঠদান কৰিছিল। ১৯২৬ চনত ৰাজবালা দাস অসম প্ৰাদেশিক মহিলা সমিতিৰ প্ৰধান সম্পাদিকা আছিল আৰু গুৱাহাটীত অসমীয়া মহিলাৰ উন্নয়নৰ হকে সূতাকটা, তাঁতবোৱা, হিন্দী ক্লাচ খোলা আদি ব্যৱস্থা লৈছিল। বাল্যবিবাহ ৰোধ কৰি সাৰদা আইন কাৰ্য্যকৰী কৰাৰ ব্যৱস্থাও হাতত লৈছিল। ১৯৩২ চনত কলিকতাত বহা নিখিল ভাৰত মহিলা সভাত তেওঁ অসমৰ হৈ গাঁঠিৰ ধন ভাঙি প্ৰতিনিধিত্ব কৰিছিল।

ৰাজবালা দাসৰ দৃঢ় বিশ্বাস আছিল যে অসমীয়া মহিলাসকলক শিক্ষাৰ জৰিয়তেহে আগবঢ়াই নিব পৰা হ'ব। সেয়ে পাণবজাৰ ছোৱালী হাইস্কুলৰ প্ৰথম অৱস্থাত সম্পাদিকা আৰু পাছলৈ প্ৰধান শিক্ষয়িত্ৰীৰ দায়িত্ব লৈ বিদ্যালয়খনি নিজহাতে গঢ়ি তুলিছিল। ছোৱালীৰ বাবে তাঁতবোৱা, সূতাকটা, চিলাই কৰা আদি শ্ৰেণীৰ উপৰিও সঙ্গীত আৰু গাৰ্হস্থ্য বিজ্ঞান শ্ৰেণী খুলি দিছিল। স্কুললৈ দূৰৈৰ ছোৱালী অহাযোৱা কৰাৰ সুবিধাৰ অৰ্থে বাছৰ ব্যৱস্থা কৰিছিল। কটন কলেজত পঢ়া ছোৱালীৰ বাবে প্ৰথম অৱস্থাত সুকীয়া ছাত্ৰীবাস নথকাত পাণবজাৰ স্কুলৰ ছাত্ৰীবাসতে কটনৰ ছাত্ৰী থকাৰো সুবিধা কৰি দিছিল।

মেট্ৰিক পাছ কৰা সকলো ছাত্ৰীয়েই কটন কলেজত পঢ়িবলৈ সুবিধা নেপায় বাবে ৰাজবালা দাসে ছোৱালীৰ বাবে এখন আচুতীয়া

কলেজ পতাৰ কথা ভাবিলে। ৰাজবালা দাস আছিল অফুৰন্ত উদ্যম আৰু দুৰন্ত আশাৰ প্ৰতিমূৰ্তি। হাতত প্ৰয়োজনীয় পুঁজি নথকাকৈও এখন মহাবিদ্যালয় প্ৰতিষ্ঠা কৰা কম কথা নহয়। কিন্তু কৰিম বুলি এবাৰ সংকল্প লৈ পাছহোঁহকা মানুহ ৰাজবালা দাস নহয়। সেয়ে ১৯৩৯ চনত মাত্ৰ পাঁচ গৰাকী ছাত্ৰী লৈ পাণবজাৰ স্কুলতে ৰাতিপুৱা ভাগত মহাবিদ্যালয়ৰ শ্ৰেণী মুকলি কৰিলে। এবছৰ পিছত কলেজখন কলিকতা বিশ্ববিদ্যালয়ৰ অন্তৰ্ভুক্ত কৰিবলৈ আবেদন কৰিলে। মহাবিদ্যালয় পৰিদৰ্শন কৰিবলৈ বিশ্ববিদ্যালয়ে পৰিদৰ্শক পঠালে। তেখেতে কলেজৰ বাবে দহ হেজাৰ টকাৰ এটা পুঁজিৰ আৱশ্যকতাৰ কথা ক'লে। ৰাজবালা দাসে দহদিনৰ ভিতৰত পুঁজিৰ যোগাৰ কৰিবলৈ সময় বিচাৰিলে। এনেতে তেওঁৰ মনত পৰিল দানবীৰ ৰাধাকান্ত সন্দিকৈৰ পৰিবাৰ নাৰায়ণী সন্দিকৈয়ে এবাৰ কথা প্ৰসঙ্গতে স্ত্ৰীশিক্ষাৰ প্ৰসাৰৰ আগ্ৰহৰ কথা কৈছিল। নাৰায়ণী সন্দিকৈ ইতিমধ্যে স্বৰ্গী হৈছিল। সেয়ে ৰাজবালা দাসে স্বামী ডঃ জ্যোতিষ দাস আৰু ডঃ সূৰ্য্যকুমাৰ ভূঞাক সন্দিকৈদেৱৰ ওচৰলৈ পঠালে। তেখেতে এই অনুষ্ঠানটিৰ বাবে প্ৰয়োজনীয় ধন দিবলৈ মান্তি হ'ল। অসমৰ মাটিত মহিলাৰ উচ্চশিক্ষাৰ অভাব পূৰণ কৰি এটা আটকধুনীয়া অনুষ্ঠান "সন্দিকৈ ছোৱালী কলেজ" গঢ়ি উঠিল। পিছত তেখেত এই কলেজৰ অধ্যক্ষা হৈছিল। অনুষ্ঠানটিৰ প্ৰতি ৰন্ধ্ৰে ৰন্ধ্ৰে সোমাই আছে ৰাজবালা দাসৰ ঐকান্তিক প্ৰচেষ্টা, অদম্য উৎসাহ আৰু অফুৰন্ত আশাৰ সপোনবোৰ। ৰাজবালা দাসৰ কৃতিত্বৰ স্বাক্ষৰ বহন কৰি সন্দিকৈ কলেজ আজি অসমৰ স্ত্ৰীশিক্ষাৰ ক্ষেত্ৰত এটা সফল অনুষ্ঠান।

স্বদেশী আন্দোলন, নাৰী সংগঠন, স্ত্ৰীশিক্ষাৰ প্ৰসাৰৰ লগত পোনপটীয়াকৈ জড়িত হোৱাৰ উপৰিও ৰাজবালা দাস আছিল এগৰাকী সাহিত্যিক। অসমৰ মহিলাসকলৰ উন্নতিৰ বাবে তেখেতে কেৱল হাতে-কামে কৰাই নহয় কলমো তুলি লৈছিল। অসমীয়া বাই-ভনী সকলক উদ্দেশ্য কৰি "স্ত্ৰীশিক্ষাৰ বাবে কেইআষাৰমান" নামৰ পুথিখনি লিখি ১৯২৮ চনত প্ৰকাশ কৰিছিল। পুথিখনিত তেখেতে স্ত্ৰীশিক্ষাৰ স্বৰূপ, প্ৰয়োজনীয়তা আৰু প্ৰকৃতি সম্বন্ধে সহজ-সৰল ভাষাত ফঁহিয়াই দেখুৱাই অসমৰ মাতৃজাতিক জগাই তুলিছে। অসমীয়া ভাষাৰ পাঠ্যপুথি প্ৰণয়নতো তেখেতে আগভাগ লৈছিল। স্কুলীয়া

পাঠ্যপুথিৰ অভাৱ দূৰ কৰিবলৈ তেখেতে সাহিত্যপাঠ (চতুৰ্থ ভাগ) লিখি উলিয়ায়। এই পাঠ্যপুথিখনত শিক্ষা বিভাগে বাছি দিয়া কবিতা-সমূহ সন্নিবিষ্ট কৰি গদ্যভাগ নিজে লিখি উলিয়ায়। পাঠসমূহৰ কিছুমানৰ বিষয়বস্তু ছাত্ৰ-ছাত্ৰীৰ মন আকৰ্ষণ কৰিব পৰাকৈ পৌৰাণিক আখ্যানমূলক, কিছুমান বুৰঞ্জীমূলক, কিছুমান বৰ্ণনামূলক। বিষয়-বস্তুৰ বিভিন্নতাই লিখিকাৰ বহুমুখী প্ৰতিভাৰ পৰিচয় বহন কৰিছে। গদ্যৰ প্ৰকাশভঙ্গী কণমানি শিশুহঁতৰ উপযোগী ; প্ৰতি পাঠতে প্ৰয়োজনীয় শব্দাৰ্থ আৰু মূলভাৱ আঙুলিয়াই দিয়া হৈছে।

ভাৰতৰ প্ৰাচীন ঐতিহ্য আৰু সংস্কৃতিয়ে ৰাজবালা দাসক অনু-প্ৰেৰণা যোগাইছিল। অসমৰ নতুন পুৰুষক এই আদৰ্শৰে অনুপ্ৰেৰণা যোগাবলৈ ৰাজবালা দাসে ৰামায়ণ আৰু মহাভাৰতৰ কথা লিখিছিল। ৰামায়ণ আৰু মহাভাৰতৰ কাহিনীয়ে যুগে যুগে ভাৰতীয় সমাজক আকৰ্ষণ কৰি আহিছে। ভাৰতৰ বিভিন্ন ভাষালৈ এই দুই মহাকাব্য বিভিন্ন ৰূপত ৰূপান্তৰিত কৰা হৈছে যদিও তাৰ সৌন্দৰ্য্য হ্ৰাস হোৱা নাই। ৰাজবালা দাসেও এই দুই মহাকাব্যৰ আধাৰত "ৰামায়ণৰ কথা" আৰু "মহাভাৰতৰ কথা" ৰচনা কৰে। গুৱা-হাটীৰ দত্তবৰুৱা এণ্ড কোম্পানীয়ে ১৯৬৯ আৰু ১৯৭০ চনত প্ৰকাশ কৰা দুয়োখন পুথিয়েই সুন্দৰ সাৱলীল ভঙ্গিমাৰে অসমীয়া সাহিত্যৰ ভঁৰালত দুটি উল্লেখযোগ্য সংযোজন। প্ৰাচীন সাহিত্যৰ ওপৰত ৰচিত ৰাজবালাদাসৰ "পৌৰাণিক আদৰ্শ কাহিনী" আন এখনি আখ্যানমূলক পুথি। নল-দময়ন্তী, শ্ৰীবৎস-চিন্তা, সাবিত্ৰী-সত্যবান আৰু হৰিশ্চন্দ্ৰ উপাখ্যানক বিষয়বস্তু হিচাপে লৈ লিখা শিশু উপযোগী এই কিতাপখনি অসমীয়া শিশু সাহিত্যলৈ লিখিকাৰ এটা উল্লেখযোগ্য বৰঙণি। লিখনিৰ উদ্দেশ্য তেখেতে নিজেই কৈছে ঃ "আদৰ্শৱতী নাৰী আৰু আদৰ্শবান পুৰুষৰ চৰিত্ৰ পাঠ কৰি পঢ়ুৱৈ সমাজে কিঞ্চিৎমানো প্ৰেৰণা লাভ কৰিলে লিখিকাৰ পুৰুষাৰ্থ সফল হ'ব।"

সমাজত সুস্থ আদৰ্শবাদ প্ৰতিষ্ঠা কৰি মহিলাসকলক আগবঢ়াই নিয়াই ৰাজবালা দাসৰ জীৱনৰ ব্ৰত আছিল। আধ্যাত্মিক অনুপ্ৰেৰণা দিবৰ বাবে আমাৰ শ্ৰেষ্ঠ ধৰ্মপুথি গীতাৰ সাৰভাগ লৈ "গীতাবচন" (১৯৬৭) লিখি উলিয়ায়। গীতাৰ মূল বক্তব্য গদ্যৰ আকাৰত সৰ্ব-সাধাৰণে বুজি পোৱাকৈ কিতাপখন লিখা হৈছে। "তিনিকুৰি দহ বছৰৰ স্মৃতি" (১৯৭১) তেখেতৰ আত্মজীৱনীমূলক পুথি। কিন্তু

কিতাপখনত তেখেতে দৈনন্দিন জীৱনৰ ছবি দাঙি ধৰাতকৈ সেই সময়ৰ অসমীয়া সমাজ জীৱনৰ বিশেষকৈ সেই সময়ত সমাজত অসমীয়া নাৰীৰ স্থান সম্পৰ্কে এখনি চিত্ৰ দাঙি ধৰিছে। সেয়ে "তিনি-কুৰি দহ বছৰৰ স্মৃতি" এখনি সুখপাঠ্য হৈ পৰিছে।

সংবাদ সাহিত্যৰ ক্ষেত্ৰতো ৰাজবালা দাসৰ বৰঙণি উল্লেখযোগ্য। ১৯৬৩ চনত গুৱাহাটী প্ৰেছৰ পৰা "অসম বাতৰি" নামৰ তিনিদিনীয়া কাকতখন তেখেতৰ পৃষ্ঠপোষকতাতে প্ৰকাশিত হৈছিল। ৰাজবালা দাসৰ অনুৰোধ ৰক্ষা কৰিয়েই শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়াই "অসম বাতৰি"ৰ সম্পাদকৰ দায়িত্ব গ্ৰহণ কৰিছিল আৰু কাকতখন সম্পাদনা কৰাৰ ক্ষেত্ৰত তেখেতে প্ৰকাশকৰ পৰা অকুণ্ঠ সহযোগিতা পাইছিল।

ৰাজবালা দাঁসে সক্ৰিয়ভাবে ৰাজনীতিতো যোগ দিছিল। ১৯৫২ চনত তেখেতে গুৱাহাটীৰ পৰা অসম বিধান সভাৰ সদস্যাৰ বাবে প্ৰতিদ্বন্দ্বিতা কৰি মাত্ৰ ১২০ টা ভোটৰ ব্যৱধানত বিৰোধী নেতা গৌৰীশঙ্কৰ ভট্টাচাৰ্য্যৰ হাতত পৰাজিত হৈছিল। তেখেতে কিন্তু দলীয় ৰাজনীতি সহকৰ্মীসকলৰ মাজলৈ টানি অনা নাছিল। ভিন্ন ৰাজনৈতিক আদৰ্শৰ সহকৰ্মীসকলক তেখেতে সমান চকুৰেই চাইছিল।

ৰাজবালা দাস আছিল একেধাৰে সমাজকৰ্মী, শিক্ষাবিদ, সুসাহি-ত্যিক আৰু সংগঠক। তেখেতৰ অসামান্য ব্যক্তিত্ব আছিল ন পুৰণিৰ মধুৰ সংমিশ্ৰণ। ৰিহা মেখেলা চাদৰেৰে ওৰণি লোৱা ৰাজবালা দাস এগৰাকী ৰক্ষণশীল সম্ভ্ৰান্ত অসমীয়া বোৱাৰীৰ প্ৰতীক। কিন্তু তেখেতৰ দৃষ্টি আছিল প্ৰগতিশীল। অসমীয়া নাৰীক ন্যায্য মৰ্য্যদা দিবলৈকে তেখেতে জ্ঞানৰ মন্দিৰ পাতিছিল। মাতৃৰ মমতাৰে তেখেত এগৰাকী সফল শিক্ষয়িত্ৰী। স্নেহৰ বান্ধোনেৰে সহকৰ্মীসকলক কাম কৰাৰ উৎসাহ উদ্দীপনা যোগাইছিল। তেখেত আছিল অফুৰন্ত উদ্যম, নিৰলস কৰ্মশক্তি আৰু নিশ্চিত সংকল্পৰ ছাত্ৰী আৰু সহকৰ্মীৰ প্ৰেৰণাৰ উৎস। ১৯৮৫ চনৰ এপ্ৰিল মাহৰ ২৩ তাৰিখে বিৰানব্বৈ বছৰ বয়সত ৰাজবালা দাস আমাৰ মাজৰ পৰা আঁতৰি গ'ল। কিন্তু তেখেতে অন্তৰৰ জ্ঞানৰ প্ৰদীপেৰে খি হাজাৰ হাজাৰ গছি বন্তি ভুইতৰ পাৰে পাৰে জ্বলাই তুলিলে তাৰ পোহৰতে আজি ৰাজবালা দাস এটি আদৰ্শৰ প্ৰতীক হৈ জিলিকি আছে। তেখেতৰ ৰচনাৱলী আৰু পাণবজাৰ ছোৱালী হাইস্কুল আৰু সন্দিকৈ ছোৱালী কলেজে ৰাজবালা দাসক অমৰ কৰিছে। ●●

# কমলালয়া কাকতি

শ্ৰীমতী ক্ষীৰদা কুমাৰী বৰুৱা



জন্ম ঃ ১৮৯৪ চন
মৃত্যু ঃ ১৯৪৬ চন

স্বৰ্গীয়া কমলালয়া কাকতি শিৱসাগৰৰ প্ৰখ্যাত চলিহা পৰিয়ালৰ ৰায়-বাহাদুৰ স্বৰ্গীয় কালী-প্ৰসাদ চলিহাৰ প্ৰথমা কন্যা আছিল। তেখেতৰ মাতৃৰ নাম ⁄নিকুঞ্জলতা চলিহা। অনুমানিক ১৮৯৪ চনত শিৱসাগৰত কমলা-লয়া কাকতিয়ে জন্ম-গ্ৰহণ কৰিছিল।

স্বৰ্গীয় কমল চন্দ্ৰ কাকতিদেৱে ডিব্ৰুগড়ত হাকিমৰ চাকৰি কৰি থকাৰ সময়তে কমলালয়া কাকতিক বিয়া কৰায়। বিবাহৰ সময়ত কমলা-লয়া কাকতিৰ বয়স আছিল চৈধ্য বছৰ। ১৯০৯ চনত তেখেতৰ প্ৰথম সন্তান ⁄শৰত কাকতিৰ জন্ম হয়।

দুৰ্ভাগ্যবশতঃ তেখেতৰ বিবাহিত জীৱন সুখৰ নহ'ল। তেখেত স্বামীগৃহত থকাৰ সময়তে স্বৰ্গীয় কাকতিয়ে পুনৰ বিবাহৰ প্ৰস্তুতি চলোৱাত তেখেতে মনত আঘাত পায় আৰু সৰু শিশু সন্তানটিসহ পিতৃগৃহলৈ উভতি আহে। সেই সময়তে তেখেতৰ বৰ ককায়েক

স্বৰ্গীয় তাৰাপ্ৰসাদ চলিহা বিলাতৰ পৰা উভতি আহিছিল। সেই সময়ত ইংলণ্ডত মহিলা জাগৰণ আৰু তাৰ লগতে ডাঃ মেৰী ষ্টোপ্চৰ (Dr. Marrie Stoppes) পৰিয়াল পৰিকল্পনাৰ প্ৰচাৰৰ কাম আৰম্ভ হৈছিল। এইবিলাক দেখি অহাৰ পিছত যেতিয়া তেখেতে নিজৰ ঘৰতে ভনীয়েকৰ ক্ষেত্ৰত এনে এটা সমস্যা হোৱা দেখিলেহি— অসমতো তেনেধৰণৰ মহিলা জাগৰণৰ প্ৰয়োজন হোৱা বুলি অনুভৱ কৰিলে আৰু তেখেতৰ সুযোগ্যা পত্নী স্বৰ্গীয়া কনকলতা চলিহা (এখেত সঙ্গীতাচাৰ্য্য লক্ষ্মীৰাম বৰুৱাৰ নুমলীয়া কন্যা) আৰু ভনীয়েক স্বৰ্গীয়া কমলালয়া কাকতিক এই বিষয়ে উদগণি দি শিৱসাগৰত মহিলা সন্মিলনী নাম দি মহিলাসকলৰ অনুষ্ঠান এটি প্ৰতিষ্ঠা কৰালে। এই কামত তেখেতৰ মাতৃ স্বৰ্গীয়া নিকুঞ্জলতা চলিহাই উৎসাহ আৰু পৰামৰ্শ দি অনুষ্ঠানটো প্ৰতিষ্ঠা কৰাত সহায়-সহযোগ কৰিছিল।

শিৱসাগৰৰ উদ্যোগী পুৰুষ স্বৰ্গীয় ৰাধিকা শৰ্মাদেৱে আগভাগ লৈ সেই সময়ত সম্ভ্ৰান্ত পৰিয়ালৰ পুৰুষ মহিলাসকলৰ সহযোগত ১৯১৩ চনত শিৱসাগৰৰ জয়দল প্ৰাঙ্গণত মহাসতী জয়মতী তিথি উৎসৱ মহা পয়োভৰেৰে পালন কৰে। তেতিয়াৰ পৰা কমলালয়া কাকতি আৰু কনকলতা চলিহাই যুটীয়া সম্পাদিকা ভাবে থাকি মহিলা সন্মিলনীৰ যোগে প্ৰত্যেক বছৰে জয়দল প্ৰাঙ্গণত 'জয়মতী তিথি উৎসৱ' পালন কৰিবলৈ লয় আৰু সৰু সৰু ল'ৰা-ছোৱালীৰ দ্বাৰা জয়মতী তিথি উৎসৱত নৃত্য, গীত, নাট আদি পৰিবেশন কৰায়।

১৯২৮ চনত কনকলতা চলিহা আৰু কমলালয়া কাকতিয়ে যুটীয়াভাবে অসমৰ প্ৰথম মহিলা আলোচনী 'ঘৰ জেউতি'খন সম্পাদনা কৰি উলিয়াছিল। সম্পাদিকা দুগৰাকীয়ে তেখেতসকলৰ বহল দৃষ্টিভঙ্গীৰে 'ঘৰ জেউতি' আলোচনীখনত বৰ্তমান আমাৰ সমাজত দেখা দিয়া সমস্যাবোৰৰ কথা সেইদিনতে উপলব্ধি কৰি সময়োপযোগী প্ৰবন্ধপাতি প্ৰকাশ কৰিছিল। সেইসময়ৰ অসমৰ প্ৰায় সকলো ঠাইৰে লেখক-লেখিকাৰ গল্প, কবিতা, প্ৰবন্ধ আদি 'ঘৰ জেউতি'ত প্ৰকাশ পাইছিল। স্ত্ৰীশিক্ষা, বিধবা বিবাহ, যৌতুকপ্ৰথা নিবাৰণ, নাৰীৰ আত্মনিৰ্ভৰশীলতা, ল'ৰা-ছোৱালীৰ নৈতিক চৰিত্ৰ গঠন, দেশ— বিদেশৰ মহিলাৰ নানান ধৰণৰ সমস্যা আৰু খা-খবৰেও এই আলো চনীখনত স্থান পাইছিল। কেইবছৰমানৰ পিছত এই আলোচনীৰ

প্ৰকাশ বন্ধ হৈছিল যদিও অসমীয়া মহিলাৰ উন্নতিৰ ক্ষেত্ৰত ইয়াৰ বৰঙণি বহুমল্লীয়া। শ্ৰীমতী মাধুৰী কল্লিতা চৌধুৰীয়ে ষষ্ঠ সংখ্যা 'লিখিকা' আলোচনীত তেখেতৰ 'ঘৰ জেউতিৰ জিলিঙনি' নামৰ প্ৰৱন্ধত লেখিছে যে, "আমাৰ দেশৰ এক সন্ধিক্ষণত ঘৰজেউতিৰ জন্ম। গতিকে পৰাধীনতাৰ শৃঙ্খল পিন্ধিও স্বাধীন চিন্তা কৰাৰ বাটত মহিলা-সকলক প্ৰথম পোহৰৰ ৰেঙনি দেখুৱালে ঘৰ জেউতিয়ে। সেই হেতুকে ঘৰজেউতি পৰাধীন জীৱনৰ স্বাধীন চিন্তাৰ বাটৰ প্ৰথম মাইলৰ খুটি।" 'মডাৰ্ণ ৰিভিউ' নামৰ কাকতত কমলালয়া কাকতিৰ ফটোসহ 'ঘৰ জেউতি'ৰ বিষয়ে প্ৰকাশ হৈছিল।

'ঘৰ জেউতি'ৰ উদ্দেশ্য কিমান মহান আছিল তাক ১৮৫১ শকৰ দ্বিতীয় বছৰ আহিনৰ প্ৰথম সংখ্যাত প্ৰকাশিত সম্পাদকীয় পঢ়িলে বুজিব পাৰি। ইয়াত লেখিছে, "যেই সেই কাম সমাধা কৰিবলৈ হ'লে একতাৰ আৱশ্যক। গোটেই অসমৰ তিৰোতাসকলে ঐক্যৰ বান্ধোনত আবদ্ধ হৈ নানা ৰকমৰ চিন্তাধাৰাক কেন্দ্ৰীভূত কৰি এটা সঠিক ধাৰালৈ আনিব পাৰে আৰু লগে লগে ভৱিষ্যতে অসমীয়া তিৰোতাৰ প্ৰকৃত কাৰ্য্যকৰী শিক্ষাৰ বাট মুকলি হয়—এয়ে 'ঘৰ জেউতি'ৰ একমাত্ৰ লক্ষ্য।" আন এঠাইত লেখিছে, "আমাৰ অন্যতম উদ্দেশ্য লিখিকাসকলক উৎসাহ দিয়া। আমাৰ দৃঢ় ধাৰণা এইদৰে কাকতে পত্ৰেই আমাৰ তিৰোতাসকলৰ মনত শিক্ষাৰ প্ৰেৰণা জগাই তুলিব, দেশ বিদেশৰ তিৰোতাসকলে কি কৰিছে, সাময়িক জগতত কি হৈছে—কি নহৈছে, এইবিলাকৰ আভাস দিব, আৰু নানা ভাবৰ নানা আলোচনা পঢ়ি আমাৰ তিৰোতাসকলৰ মনত শিক্ষালৈ ধাউতি বাঢ়িব, আৰু জগতৰ আগত সুযোগ্যা গৃহিণী হৈ ষোড়শোপচাৰে দেশ-মাতৃকাৰ চৰণ পূজা কৰিবলৈ উদগণি পাব।"

স্বৰ্গীয়া কাকতিৰ বহুতো মূল্যবান প্ৰবন্ধ 'ঘৰ জেউতি'ত সিঁচৰিত হৈ আছে। তৃতীয় বছৰ চতুৰ্থ সংখ্যাত প্ৰকাশিত কৌৰৱপুৰ মহিলা সভাৰ সভানেত্ৰী কমলালয়া কাকতিৰ অভিভাষণখনৰো যথেষ্ট সাহিত্যিক মূল্য আছে। তেখেতে কৈছিল, "আজি জগৎ জুৰি নাৰী জাগৰণৰ এক আন্দোলন চলিছে। চিৰদিনৰ উপেক্ষিতা পদদলিতা নাৰীয়ে আজি নিজৰ ন্যায্য অধিকাৰ বুজি পাইছে। আজি নাৰীয়ে তাঁতশাল আৰু চক মাত্ৰ লৈ সন্তুষ্ট নহয়, সমাজ, শিক্ষা আৰু সাহিত্য

সকলোতে পুৰুষৰ সমানে নাৰীৰো অধিকাৰ—এই সত্যকে প্ৰতিপন্ন কৰিবলৈ স্বাৰ্থপৰ সমাজ আৰু তাৰ নিঠুৰ অনুশাসনৰ বিপক্ষে আজি নাৰীৰ এই যুদ্ধ ঘোষণা। সেই যুদ্ধৰ আহ্বান যে আপোনালোকৰ কাণতো পৰিছেহি আৰু আপোনালোকে সেই আহ্বান মতে কামত তৎপৰ হৈছে, তাকে দেখি মই বৰ সুখী হৈছো।"

১৯১৪ চনৰ পৰাই কমলালয়া কাকতিয়ে দেশৰ কামত আত্ম-নিয়োগ কৰিছিল। সেই সময়ত ছোৱালীৰ শিক্ষাৰ বাবে সুকীয়া পঢ়াশালী নাছিল বাবে পিতৃ কালীপ্ৰসাদ চলিহাই ঘৰতে মেম ৰাখি কমলালয়াক পঢ়াইছিল।

কমলালয়া এগৰাকী নিপুণা শিপিনীও আছিল। সূতাকটা, তাঁতবোৱা, হাতৰ কাম, ৰন্ধা-বঢ়া আদি সকলোতে তেখেত সমানে পাৰদৰ্শী আছিল। বাৰীত গছ-গছনি, শাক-পাচলি লগাবলৈ ভাল পাইছিল। পৰিয়ালৰ ল'ৰা-ছোৱালীহঁতক নিয়মানুৱৰ্তিতাত চলিবলৈ শিকাইছিল। তেখেতৰ অমায়িক ব্যৱহাৰৰ কথা পুৰণি লোকসকলৰ মুখে শুনা যায়।

কমলালয়া কাকতি আৰু কনকলতা চলিহাই যুটীয়াভাবে মহিলা সমিতিৰ সম্পাদিকা থকাৰ সময়ত স্বৰ্গীয়া হেমৱতী বৰুৱাৰ সভা-নেত্ৰীত্বত শিৱসাগৰ পলিটেক্‌নিকেল স্কুলত মহিলা সন্মিলনীৰ বাৰ্ষিক অধিবেশন বহিছিল। এই অধিবেশনত অসমৰ প্ৰায় সকলো ঠাইৰে মহিলাই যোগ দিছিল। গুৱাহাটীৰ পৰা আহি স্বৰ্গীয়া চন্দ্ৰপ্ৰভা শইকীয়ানীয়েও সভাত যোগ দিছিল। অধিবেশনৰ লগতে প্ৰদৰ্শনীৰো আয়োজন কৰা হৈছিল।

বৰ্তমান দিখৌ নৈৰ পাৰত থকা "নিকুঞ্জলতা চলিহা মাতৃমঙ্গল, শিশুমঙ্গল কেন্দ্ৰটি থকা ঠাইত এটি খেৰৰ ঘৰ নিৰ্মাণ কৰাই কমলালয়া কাকতি আৰু কনকলতা চলিহাই শিপিনী ভঁড়াল এটি প্ৰতিষ্ঠা কৰে। এই শিপিনী ভঁড়ালত সূতাকটা, তাঁতবোৱা, ৰন্ধা-বঢ়া আদি কামৰ প্ৰশিক্ষণ দিয়া হৈছিল। স্থানীয় আৰু দূৰৈৰ গাঁৱৰ মহিলা আহিও ইয়াত প্ৰশিক্ষণ লৈছিল। তেখেতসকলে কেইবাবছৰো অতি সুচাৰু-ৰূপে এই শিপিনী ভঁড়ালৰ কাম পৰিচালনা কৰিছিল। ১৯২১ চনৰ অসহযোগ আন্দোলনত কমলালয়া কাকতিয়ে সক্ৰিয়ভাৱে সহযোগ কৰিছিল।

কমলালয়া কাকতিৰ সাংসাৰিক জীৱন সুখৰ নাছিল। সেই বাবেই তেখেতে মহিলাসকলৰ উন্নতিৰ হকে কাম কৰি নিজক ব্যস্ত ৰাখিছিল।

সৰু পুত্ৰৰ মৃত্যু, ভনীয়েক হিৰণ্য প্ৰভাৰ আকস্মিক মৃত্যু আৰু নবৌৱেক তথা একেবাৰে সহকৰ্মী বান্ধৱী কনকলতা চলিহাৰ মৃত্যুত তেখেতে মনত অতি আঘাত পায় আৰু মনৰ ভাৰসাম্যতা হেৰুৱায়।

একমাত্ৰ পুত্ৰ ৺শৰতচন্দ্ৰ কাকতিয়ে চৰকাৰী চাকৰি গ্ৰহণ কৰাৰ পিছত মাকক লগত থাকিবলৈ লৈ যায় যদিও তেখেতে মনত শান্তি নেপালে, গুৱাহাটীৰ তেখেতৰ স্বামীৰ বাসভৱনতে ১৯৪৬ চনৰ ২৪ জুন তাৰিখে স্বামী পুত্ৰ সকলোৰে মাজত কমলালয়া কাকতিয়ে ইহ সংসাৰৰ পৰা বিদায় লয়।

তেখেতৰ জীৱনাৱসানৰ লগে লগে অসমৰ মহিলা জগতে এগৰাকী নিষ্ঠাৱতী, সমাজ কল্যাণকামী, গুণী-জ্ঞানী মহিলা হেৰুৱালে।

তেখেতৰ সুযোগ্য পুত্ৰ ৺শৰত কাকতিয়ে বৰ্তমানে থকা কমলালয়া কাকতি ছোৱালী হাইস্কুলখন পাতিবলৈ মাতৃৰ নামত মাটি দান দিছিল। তেখেতৰ নাতিনীয়েক দুজনে স্কুলঘৰ নিৰ্মাণৰ কাৰণে স্কুল পৰিচালনা কমিটিক এক বুজন পৰিমাণৰ ধন দান কৰিছিল।
তেখেতৰ স্বৰ্গগতা আত্মালৈ আমাৰ ভক্তি শ্ৰদ্ধাঞ্জলি যাঁচিলো। ●●

(জীৱনীটো যুগুত কৰোঁতে ষষ্ঠ সংখ্যা 'লিখিকা' আলোচনীত প্ৰকাশিত শ্ৰীমতী মাধুৰী কলিতা চৌধুৰীৰ "ঘৰ জেউতিৰ জিলিঙণি"—নামৰ প্ৰবন্ধটিৰ বিশেষ সহায় লোৱা হৈছে। শ্ৰীমতী লতিকা কাকতি, ২৭।৬।৪৬ তাৰিখৰ 'আসাম ট্ৰিবিউন' আৰু ৩।৭।৪৬ তাৰিখৰ 'দৈনিক অসমীয়া' কাকতৰ পৰাও তথ্য পোৱা হৈছে—সম্পাদিকা)

# ধৰ্ম্মলতা বৰুৱা

শ্ৰীমতী দীপাঞ্জলি দত্ত



জন্ম ঃ ১৮৯৫ চন

মৃত্যু ঃ ১৯৮১ চন

নিজৰ প্ৰতিভা বিকাশৰ সুবিধা নাপাই প্ৰখ্যাত হ'ব নোৱাৰা বহুত শিল্পী-সাহিত্যিক অসমৰ চুকে কোণে সিঁচৰিত হৈ আছে। তেনে এগৰাকী প্ৰতিভা-থকা লেখিকা আছিল ৺ধৰ্ম্মলতা বৰুৱা। সামান্য শিক্ষাগত অৰ্হতা লাভ কৰি নিজৰ প্ৰচেষ্টাৰ বলত নানা প্ৰতিকুল পৰিবেশৰ সন্মুখীন হৈও অন্তিম সময়লৈকে এই গৰাকী লেখিকাই হাতৰ কাপ এৰা নাছিল। তেখেতে লেখিছিল প্ৰচুৰ। কিন্তু দুখৰ বিষয় এয়ে যে তেখেতৰ লিখনীসমূহে পোহৰৰ পথ নেদেখিলে। অতি পৰিতাপৰ বিষয় যে তেখেতৰ সেই লিখনী-সমূহ অদৰকাৰী বস্তু হেন জ্ঞান কৰি মূল্য নিদিয়াৰ ফলত সেই অমূল্য সৃষ্টিসমূহ বিনষ্ট হ'ল, লগতে এগৰাকী লেখিকাৰ গোটেই জীৱনৰ কষ্ট অথলে গ'ল।

ডিব্ৰুগড় জিলাত জন্ম লাভ কৰি উত্তৰ লক্ষীমপুৰ মহকুমাৰ নাওবৈছা মৌজাৰ বাসিন্দা হোৱা আৰু শেষ বয়সত উত্তৰ লক্ষীমপুৰৰ নকাৰিত নিগাজী বাসিন্দা হৈ পৰা ৺ধৰ্মলতা বৰুৱা এগৰাকী সমাজ-সেৱিকা হিচাবে, এগৰাকী লেখিকা হিচাবে উত্তৰ লক্ষীমপুৰ চহৰত সুপৰিচিতা। সেইগৰাকী লেখিকাৰ জীৱনী লিখিবলৈ লৈ ভাবিছোঁ--- তেখেতৰ জীৱনৰ সকলো প্ৰচেষ্টা কেনেদৰে অথলে গ'ল।

ইং ১৮৯৫ চনত ডিব্ৰুগড়ৰ আমোলাপট্টিত ৺ধৰ্মলতা বৰুৱাই জন্মলাভ কৰে। তেখেতৰ পিতৃৰ নাম ৺মাণিকচন্দ্ৰ দত্ত আৰু মাতৃৰ

নাম ৺তিলোত্তমা দত্ত। তেখেতৰ পঢ়াশলীয়া জীৱন আৰম্ভ হয় ডিব্ৰুগড়ৰ ঔগুৰি বালিকা বিদ্যালয়ত। সেই বিদ্যালয়ৰ পৰা তেখেতে ছাত্ৰবৃত্তি পৰীক্ষাত সুখ্যাতিৰে উত্তীৰ্ণ হয়। সেই সময়ত ছোৱালীৰ শিক্ষাৰ প্ৰতি বিশেষ গুৰুত্ব দিয়া নহৈছিল। সেয়েহে তেখেতৰ স্কুলীয়া শিক্ষাৰ সিমানতে পৰিসমাপ্তি ঘটিল।

১৫ বছৰ বয়সত মাজুলীৰ কমলাবাৰীৰ আলিমূৰ এল পি স্কুলৰ শিক্ষক ৺ৰামৰূপ বৰুৱাৰ লগত তেখেতৰ বৈবাহিক সম্বন্ধ স্থাপন হয়। বিয়াৰ তিনি বছৰৰ পাছৰ পৰা ১৮ বছৰ কাল তেখেতে যোগীগাঁও এল পি স্কুলৰ প্ৰধান শিক্ষয়িত্ৰীৰ গুৰু দায়িত্ব পালন কৰে।

ঘৰুৱা নানা সমস্যা আৰু মাজুলীৰ বানপানীৰ প্ৰকোপত অতিষ্ঠ হৈ তেখেতে কমলাবাৰী পৰিত্যাগ কৰাৰ কথা চিন্তা কৰে। আৰু কমলাবাৰীৰ ঘৰ দুৱাৰ এৰি থৈ উত্তৰ লক্ষীমপুৰৰ নাওবৈছা মৌজাত মাটি কিনি তাত স্থায়ীভাবে বসবাস কৰিবলৈ লয়। নাওবৈছা লৈ আহি তেখেতে সমাজ সংগঠনৰ কামত উঠিপৰি লাগে। নাওবৈছা মৌজাৰ মহিলা সমিতিৰ সভানেত্ৰী হৈ কেইবাবছৰো তেখেতে নিয়াৰিকৈ সকলো কাম চলাইছিল। নাওবৈছাৰ পুৰুষ-মহিলা প্ৰায় সকলোৰে তেখেত আছিল পথ প্ৰদৰ্শিকা।

স্বামীৰ মৃত্যুৰ পিছত নাওবৈছাৰ মাটিবাৰী পুত্ৰ আৰু নাতিনীহঁতৰ হাতত গটাই উত্তৰ লক্ষীমপুৰ চহৰৰ নকাৰি গাঁৱত মাটি কিনি ঘৰ সাজি মৃত্যুৰ আগমুহূৰ্তলৈকে বসবাস কৰে। নকাৰিলৈ বাসস্থান স্থানান্তৰিত কৰি তেখেতে পুনৰ সমাজ সেৱাৰ কামত মনোনিবেশ কৰে। গাঁৱৰ দুখীয়া জনসাধাৰণৰ মাজত নিজকে বিলাই দিয়াৰ মানসেৰে উত্তৰ লক্ষীমপুৰৰ বিশিষ্টা মহিলা ৺লীলাৱতী বৰদলৈৰ সহযোগত উত্তৰ লক্ষীমপুৰৰ পাৰলিতলত ডেৰ বছৰ কাল সমাজ সংগঠিকাৰ (Welfare Organizer) কাম কৰি সমাজৰ উন্নতি সাধন কৰাৰ লগতে কৰ্মক্ষেত্ৰত নিজৰ পাৰদৰ্শিতা প্ৰদৰ্শন কৰে।

কমলাবাৰীত থকা কালছোৱাতে তেখেতৰ সৃজনী প্ৰতিভা জনসাধাৰণৰ দৃষ্টিগোচৰ হয়। তেখেত এগৰাকী নীৰৱ লেখিকা। লেখিকা হিচাবে নিজকে পৰিচয় দিয়াৰ মানস তেখেতৰ নাছিল। কিন্তু ঘটনাক্ৰমে তেখেতে কমলাবাৰীত অনুষ্ঠিত এখন সভাত তেখেতৰ সাহিত্য প্ৰতিভা প্ৰকাশ কৰিবলৈ বাধ্য হয়। সেই সভাতে তেখেতৰ

সাহিত্য কীৰ্তিৰ বাবে পুৰস্কাৰ স্বৰূপে কাঁহৰ বটা এটা লাভ কৰে। তাৰ পাছৰ পৰাহে বিভিন্ন সভাই সমিতিয়ে তেখেতৰ কাপৰ পৰা গুলোৱা কবিতা প্ৰবন্ধ আদি পাঠ কৰি সভাৰ সুধীবৃন্দক আনন্দ প্ৰদান কৰিছিল।

তেখেতৰ সাহিত্য চৰ্চাৰ প্ৰতি আগ্ৰহ সৰুৰে পৰাই আছিল। সেই আগ্ৰহত ইন্ধন যোগাই লিখা মেলাৰ প্ৰতি সততে তেখেতৰ মন আকৰ্ষিত হোৱাত প্ৰেৰণা দান কৰিছিল তেখেতৰ দদায়েক ৺গণেশ চন্দ্ৰ দত্ত (তেখেত ডিব্ৰুগড়ৰ এজন স্বনামধন্য উকীল আছিল) আৰু খুৰীয়েক ৺মনোৰমা দত্তই। মাজুলীৰ যোগীগাঁও ডাক্তৰখানাৰ সেই সময়ৰ ডাক্তৰ ৺বিনয়ভূষণ চক্ৰবৰ্তী আৰু ডাক্তৰ ৺গিৰিজাকুমাৰ মজুমদাৰৰ অনুপ্ৰেৰণাত উৎসাহিত হৈ সাহিত্য সাধনাত মনোনিবেশ কৰিবলৈ তেখেতে মনোবল লাভ কৰে। বাগ্মীবৰ নীলমণি ফুকন দেৱৰ পৰাও তেখেতে যথেষ্ট উৎসাহ উদ্দীপনা লাভ কৰিছিল।

কমলাবাৰীৰ স্কুলত শিক্ষয়িত্ৰী কৰি থাকোতে তেখেতে কেইবাটাও খুহটীয়া কবিতা ৰচনা কৰিছিল। সেই খুহটীয়া কবিতাসমূহ পঢ়ি সেই সময়ৰ স্কুলসমূহৰ পৰিদৰ্শক ৺দুৰ্গাধৰ বৰকটকীদেৱে তেখেতক পুৰস্কৃত কৰিছিল।

“বনৰজা হাবিত থাকে ইমান ডাঙৰ মূৰ
হাওঁহাওঁকৈ খেদি আহে কি যে ভীষণ সুৰ।
এৰাবাৰীৰ পকা কঠাল তলত সৰি পৰে
তাকে আমাৰ বনৰজাই চেলেক মাৰি চালে।
গালে মুখে এঠা লাগিল, ওঁঠত লাগিল বৰ
একবাওঁতেই চাট্টি ধৰিল গোটেই কলেবৰ।”

আৰো

“বৰকণাই কাণ পাৰি শুই আছে ফন্দি মাৰি
উঠিলেই তাৰ জলপান খাবলৈ নৰমনিৰ এটা হব দৰকাৰ।”

এনেধৰণৰ খুহটীয়া কবিতা ৰচনা কৰি সভা-সমিতিত ছাত্ৰ-ছাত্ৰীৰ দ্বাৰা আবৃত্তি কৰাই তেওঁলোকৰ সুপ্ত প্ৰতিভা জাগ্ৰত কৰাত ইন্ধন যোগাইছিল।

তেখেতে খুহটীয়া কবিতাৰ মাজেদি কাণী-খোৱা লোকসকলৰ দুৰ্দশাৰ এক হুবহু ছবি তলৰ কবিতাটিত দাঙি ধৰিছে—

"সকলোৱে বোলে দুখীয়া মোক, কিহৰ দুখীয়া হেৰা?
এনেদৰেই খাই আছো চৈধ্য পুৰুষৰ পৰা।
বোপাই মোৰ ভেদে কাণীয়া সকলোৱে জানে
সেই কাণীয়াৰ পো মই মোক কোনেনো নিচিনে?

\+ + +

বেৰত পাবা পঁইতাচোৰা, বাঘমকৰা, জেঠী
আৰু আছে মোৰ এডাল ভলুকাবাঁহৰ লাঠি।
যেতিয়া মই ৰজা বহাদি কাণি খাবলৈ বহো
মই আৰু ল'ৰাহঁতৰ মাকে টেকচেকৰকৈ হাঁহো।"

সমাজ সংস্কাৰৰ মনোভাব তেখেতৰ দেহৰ আঁহে আঁহে বিৰাজমান। সমাজ সংস্কাৰ কৰিবলৈ হলে যে বিবেকৰ দ্বাৰা পৰিচালিত হ'ব লাগিব সেই কথা তেখেতে তেখেতৰ কবিতাৰ মাজেৰে প্ৰকাশ কৰিছে। তেখেতে লিখিছে—

"দেশ তললৈ গল ৰাইজ সকল
অসম তললৈ গ'ল,
চোৰাত, কটু, বিহলঙনি সমাজত ব্যৱহাৰ হ'ল।
সমাজৰ মাজত মাখন নাই
কেৱল কাৰশলা বন,
বিবেকক লৈ চিকুনাই পেলাৱক
পোহৰ হওক সমাজখন।"

তেখেতৰ প্ৰায়ভাগ কবিতা আছিল প্ৰতীকধৰ্মী। ছোৱালীসকলৰ ব্যৱহাৰিক জীৱনত আৱশ্যকীয় সকসুৰা কিছুমান বিষয়বস্তু লৈ তেখেতে কেইবাটাও কবিতা ৰচনা কৰিছিল। সৰহ সংখ্যক কবিতাত তেখেতে ছোৱালীসকলৰ প্ৰতি সজ উপদেশ প্ৰদান কৰিছিল।

উত্তৰ লক্ষীমপুৰ শাখা সাহিত্য সভাৰ দ্বাৰা আয়োজিত এখন সভাত তেখেতৰ বক্তৃতাই সুধী সমাজক মোহিত কৰিছিল। বক্তৃতা দিয়া, সবাহত নাম গোৱা আৰু বিয়া নাম গোৱাত তেখেত অতি পৈণত।

ৰামায়ণ, মহাভাৰত, পুৰাণৰ সাৰগৰ্ভ বহুত কথা চমুৱাই টোকাৰ আকাৰত তেখেতে লিখিছিল। তেখেতে টোকা হিচাবে লিখি থোৱা ৰাৱণৰ জন্ম বৃত্তান্ত পঢ়াৰ সৌভাগ্য ঘটিছিল।

তেখেতে অকল যে সাহিত্যৰ ক্ষেত্ৰতে বৰঙণি যোগাইছিল এনে নহয়। তাঁত শিল্পত তেখেতৰ পাৰদৰ্শিতা লক্ষ্য কৰিবলগীয়া। তেখেতে ২৭ খন গোসাঁই গামোছাত ঘোষা বাছি বৈ কেইবাটাও নামঘৰলৈ দান দিয়ে। তেখেতে গোসাঁই গামোছাত এফাঁকি পদৰ লগত বৰ্জিতা খুৰাই একোটিহঁত চিত্ৰ তাঁতত ফুলেৰে সজাই তুলিছিল।

"মৎস্য, কুৰ্ম, নৰসিংহ, বামণ" আদি ঘোষা লিখাৰ পাছতে মৎস্য, কুৰ্ম আদিৰ আকৃতিও গামোছাত বাছি পেলাইছিল। আৰু আচৰিত হ'বলগীয়া কথা যে তেখেতৰ শেহৰখন গোসাঁইৰ গামোছা ৭৬ বছৰ বয়সত বওঁতে হাতত কীৰ্ত্তন পুথিখন লৈয়েই ঘোষাবোৰ তাঁতত বাছি গৈছিল। অষ্টাদশ সদৌ ভাৰত তাঁত শিল্প সপ্তাহত উত্তৰ লক্ষীমপুৰত অনুষ্ঠিত প্ৰদৰ্শনীত তেখেতৰ গোসাঁই গামোছা এখনে মাণপত্ৰ সহ ১০০·০০ টকা লাভ কৰি প্ৰথম পুৰস্কাৰ পায়। গুৱাহাটীত অনুষ্ঠিত আন্তৰ্জাতিক নাৰী বৰ্ষৰ ৰাজ্যিক প্ৰদৰ্শনীতো তেখেতৰ গোসাঁই গামোছাই ঠাই পাইছিল।

বৈদ্যৰ জ্ঞান তেখেতৰ যথেষ্ট আছিল। ল'ৰা-ছোৱালীৰ সৰু-সুৰা অসুখত তেখেতৰ চিকিৎসাই যথেষ্ট উপকাৰ দিছিল।

ঘৰুৱা সকলো কাম কাজত তেখেত সিদ্ধহস্ত। সুস্বাদু ৰন্ধা-বঢ়াত তেখেত পাৰ্গত আছিল। পেলনী যোৱা বস্তুৰ পৰাও তেখেতে বিভিন্ন ব্যঞ্জন প্ৰস্তুত কৰিব পাৰিছিল।

'৪২ৰ গণ আন্দোলনৰ সকলো কামতে সম্পূৰ্ণ সহযোগিতা আগবঢ়াই দেশ-মাতৃকাৰ স্বাধীনতা সংগ্ৰামত তেখেতে আগভাগ গ্ৰহণ কৰিছিল। স্বাধীনতা সংগ্ৰামৰ কেইবাগৰাকীও আগশাৰীৰ সংগ্ৰামীৰ খোৱা-বোৱাৰ ব্যৱস্থা তেখেতৰ নাওবৈছাৰ ঘৰত কৰিছিল। শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী, ৺হেমচন্দ্ৰ হাজৰিকা প্ৰমুখ্যে বহুত কংগ্ৰেছ সেৱীক ঘৰত লুকুৱাই ৰাখি খুৱাই বুৱাই পঠোৱাৰ অভিযোগত তেখেত কিছুদিন বৃটিছ চৰকাৰৰ নজৰ বন্দী হ'ব লগাত পৰিছিল।

ব্যৱহাৰিক জীৱনৰ সৰুসুৰা বহুতো কথা তেখেতে জানিছিলে। তেখেতৰ আন এটা সজ গুণ এয়ে যে তেখেতে নিজে জনা কাৰ্য্য বা কথা আনক জনাবলৈ কেতিয়াও কুণ্ঠাবোধ কৰা নাছিল। তেখেতৰ পৰা খুটিনাটি কিছুমান জ্ঞান লাভ কৰা মহিলাসকলে তেখেতৰ গুণ সুঁৱৰি আজিও দুখ প্ৰকাশ কৰে।

মঙ্গলদৈত অনুষ্ঠিত সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ বাৰ্ষিক অধিবেশনত তেখেতৰ ভনীয়েক আৰু তেখেত—দুয়ো গৰাকীয়ে উত্তৰ লক্ষীমপুৰ শাখা লেখিকা সমাৰোহ সমিতিৰ পৰা প্ৰতিনিধি হিচাবে যোগদান কৰিছিল। এইখিনিতে উল্লেখ কৰিবলগীয়া এষাৰ কথা হৈছে তেখেতৰ পাঁচগৰাকী বাই-ভনীৰ ভিতৰত তিনি গৰাকীয়ে সাহিত্যৰ ক্ষেত্ৰত যথেষ্ট বৰঙণি আগবঢ়াইছে।

সমাজ সেৱিকা ৺ধৰ্মলতা বৰুৱাৰ জীৱনী অসমীয়া নাৰী প্ৰগতিৰ উজ্জ্বল দৃষ্টান্ত। তেখেতৰ কৰ্মবহুল জীৱনৰ প্ৰতিটো পদক্ষেপতে আমি উৎসাহৰ ৰেঙনি পাওঁ, কৰ্মৰ প্ৰেৰণা পাওঁ। তেখেত আছিল পৰোপকাৰী, বিচক্ষণ বুদ্ধিসম্পন্না, স্পষ্টবাদী আৰু দূৰদৰ্শী মহিলা। তেখেতৰ স্মৃতিশক্তি অতি প্ৰখৰ। তেখেত শিল্পীসুলভ মন এটাৰ গৰাকী। সেয়েহে ৮৫ বছৰ বয়সলৈকে তেখেতে সাহিত্য চৰ্চাত লাগি আছিল।

অসমৰ অস্তিত্ব ৰক্ষা আন্দোলনলৈও তেখেতৰ বৰঙণি আছে। তেখেতে আন্দোলনত আগভাগ লৈছিল। সত্যাগ্ৰহত তেখেতে অংশ গ্ৰহণ কৰিছিল। ১৯৮১ চনৰ চ'ত মাহত এই গৰাকী নিৰ্ভীক মহিলাই ইহলীলা সম্বৰণ কৰে নাওবৈছাৰ তেখেতৰ নিজা বাসস্থানত।

তেখেতৰ সাহিত্য প্ৰতিভা, শিল্পী প্ৰতিভা, শিল্পীসুলভ মনোবৃত্তি, প্ৰতিকূল অৱস্থাতো ধৈৰ্য্য নেহেৰুৱা, হাজাৰ বাধা-বিঘিনীলৈ ভ্ৰূক্ষেপ নকৰা মনোভাব, নেৰানেপেৰা চেষ্টা, নিজৰ আদৰ্শৰে আনক অনুপ্ৰাণিত কৰাৰ প্ৰচেষ্টাৰ শলাগ লৈ এই চমু জীৱনীৰ সামৰণি মাৰিলো।



# ধনদা কুমাৰী শইকীয়ানী

শ্ৰীমতী স্বৰ্ণ চেকিয়াল ফুকন



জন্ম ঃ ১৮৯৬ চন

মৃত্যু ঃ ১৯৭৭ চন

সমাজ জীৱনত তথাকথিত শিক্ষাই প্ৰসাৰ লাভ নকৰা সময়তে কেইগৰাকী-মান অসমীয়া মহিলাই সূক্ষ্ম মন আৰু দূৰদৃষ্টিৰে আমাৰ সন্মুখত এৰি থৈ গ'ল তেওঁলোকৰ সৃষ্টিৰ এখিলা দুখিলা পাত। অসমীয়া সাহিত্যৰ আধুনিক যুগৰ প্ৰাৰম্ভিক কালত মিচনাৰী মহিলা এচ, আৰ ৱাৰ্ড, গানি আৰু কৰ্ট্ৰিৰৰ পাছতে পদ্মাৱতী দেবী ফুকননীৰ (১৮৮৪ চনত প্ৰকাশিত) 'সুধৰ্ম্মাৰ উপাখ্যান' পুথিয়েই আমাৰ মহিলা লেখিকাৰ মাইলৰ খুঁটি। এই সময়ৰে আন দুখন লেখৰ পুথি হৈছে—বিষ্ণুপ্ৰিয়া দেবীৰ 'নীতিকথা' আৰু তেওঁৰ কন্যা স্বৰ্ণলতা দেবীৰ 'আহি তিৰোতা'। ইয়াৰ পাছতে নবন্যাসবাদৰ বিস্তৃত দিগন্তই লেখক-লেখিকা সকলক বিশেষ ভাবে অনুপ্ৰেৰণা যোগায়। তুলনামূলকভাবে এই সময়ছোৱাত মহিলা লেখিকাৰ সংখ্যা আঙুলিমূৰত লেখিব পৰা

হ'লেও অসমীয়া সাহিত্যৰ ইতিহাসত সেইসকলৰ সৃষ্টিশীল লেখনীৰ মূল্যায়ন আছে। পদ্মশ্ৰী নলিনীবালা দেবীয়ে ১৯২৮ চনত 'সন্ধিয়াৰ সুৰ' কবিতা পুথি লেখি অসমীয়া মহিলা কবিৰ অভিলেখ সৃষ্টি কৰে। সমসাময়িকভাবে এখন বিশেষ পুথি ৰচনা কৰি যোৱা ধনদা কুমাৰী শইকীয়ানীও আমাৰ আদৰ্শ মহিলা।

ইং ১৮৯৬ চনত ডুমডুমাৰ ওচৰৰ বিচাখুলী বাগানত ধনদা কুমাৰীৰ জন্ম হয়। সেই সময়ত পিতৃ ৺মাণিক দত্ত সেই বাগানৰ কৰ্মচাৰী আছিল। মাতৃৰ নাম ৺তিস্ৰোত্তমা দত্ত। পিতৃ-মাতৃৰ দ্বিতীয়া কন্যা ধনদা কুমাৰীৰ ঘৰুৱা নাম আছিল'অকণি'। সাতজনী বাই-ভনী আৰু তিনিজন ককাই-ভাইৰ মাজত 'অকণি' আছিল বৰমাজু বাইদেউ।

অষ্টমমান শ্ৰেণীলৈকে অধ্যয়ন কৰা ধনদা কুমাৰী দত্তৰ, ১৬ বছৰ বয়সত উত্তৰ লক্ষীমপুৰৰ ৰোহিতাশ্ব শইকীয়াৰ লগত বিয়া হৈ যায়। সেই সময়ত ৺ৰোহিতাশ্ব শইকীয়া ডিব্ৰুগড় চৰকাৰী উচ্চ ইংৰাজী বিদ্যালয়ত সহকাৰী শিক্ষক আছিল। তাৰপিছত প্ৰধান শিক্ষক হিচাবে বদলি হৈ ৰোহিতাশ্ব শইকীয়া পত্নীৰে সৈতে শদিয়ালৈ গৈ শিক্ষকতা কৰে আৰু পাছত তাৰপৰাই অৱসৰ লয়। শিক্ষক স্বামীৰ পৰা উৎসাহ আৰু প্ৰেৰণা পাই ধনদা কুমাৰী শইকীয়াই নানা বিষয়ৰ কিতাপ পঢ়িবলৈ আৰম্ভ কৰে আৰু শদিয়াৰ দৰে আও-হতীয়া অঞ্চলত থাকিও একে অনুপ্ৰেৰণাৰে লেখিবলৈ লয়।

সেই সময়তে তেওঁলোকৰ প্ৰথমা কন্যাৰ অকাল বিয়োগ হোৱাত সেই স্মৃতিকে সৰোগত কৰি পুথি ৰচনাত হাত দিয়ে। ধনদাকুমাৰী শইকীয়াই 'সোঁৱৰণী' বুলি পুথিখনৰ আগলি পাততে এটি কবিতাৰে 'ৰান্ধনী বা ৰন্ধন প্ৰণালী' পুথি ৰচনা উদ্দেশ্যৰ আভাষ দিছে এইদৰে—

'দে মা! দে মাম্ মাম্।
দেউতা, বা আদি
আধা ফুটা মাত
শুনি ভাবিছিলো
ৰান্ধনীক এদিন সজাই পৰাই
তোমাৰ লগতে
দিম উলিয়াই

—১০

অসমীয়া বৈশিষ্টপূৰ্ণ ৰন্ধন প্ৰণালীৰ লগতে আন দেশীয় ৰন্ধন প্ৰণালীও শইকীয়ানীয়ে পুথিখনত সংযোগ কৰিছে। প্ৰায় দুশৰো অধিক খাদ্যৰ ৰন্ধন প্ৰণালীৰ ওপৰত লেখা শইকীয়ানীৰ এই পুথি-খনেই প্ৰথম অসমীয়া ৰন্ধন প্ৰণালী বিষয়ক পুথি। পুথিখনিত আমিষ নিৰামিষ আদি উপাদেয় খাদ্যৰ উপৰিও ৰোগীৰ পথ্য আৰু প্ৰসূতিৰ পথ্যৰ বিস্তৃত বিৱৰণ আছে। ১৯২৪ চনতে তেখেতে এই পুথি লিখিবলৈ লয়।

পুথিখন ছপা কৰিবৰ বাবে অসম সাহিত্য সভাই আগবঢ়োৱা উৎসাহ-উদ্দীপনাৰ বাবে তেখেতে কৈছিল, "আসাম সাহিত্য সভাৰ উৎসাহ আৰু সহানুভূতি নোপোৱা হ'লে পুথিখন আৰু কিছুদিন লিখা অৱস্থাতে পৰি থাকিব লগা হ'লহেঁতেন।" উল্লেখযোগ্য যে ১৯২৪ চনত গুৱাহাটীত অনুষ্ঠিত অসম সাহিত্য সভাৰ কাৰ্য্য-নিৰ্বাহক সভাই ৰন্ধন প্ৰণালী বিষয়ক পুথি ৰচনাৰ বাবে প্ৰস্তাৱ গ্ৰহণ কৰি তেনে পুথিৰ বাবে ডেৰশ টকা ধন পুৰস্কাৰ মঞ্জুৰ কৰে। ১৯২৬ চনত অসম সাহিত্য সভাই ৰন্ধন প্ৰণালী বিষয়ক হাতেলিখা পুথি বিচৰাত ধনদা কুমাৰীয়ে তেওঁৰ 'ৰান্ধনী বা ৰন্ধন প্ৰণালী' পুথিখন সভালৈ পঠিয়ায়। কেইবাখনো এনে পুথিৰ ভিতৰত শই-কীয়ানীৰ পুথিখনকে সভাই উপযুক্ত বুলি বিবেচনা কৰি কিছু সংশোধনৰ বাবে লেখিকাক পৰামৰ্শ দিয়ে। ১৯২৯ চনত বহা অসম সাহিত্য সভাৰ দ্বাদশ বছৰৰ চতুৰ্থ সাধাৰণ অধিবেশনে ধনদা কুমাৰী শইকীয়ানীৰ "ৰান্ধনী বা ৰন্ধন প্ৰণালী" নামৰ পুথিখনত অনুমোদন দিয়াৰ লগতে ঘোষিত পুৰস্কাৰৰ ধন তেওঁক দিয়ে। ইয়াৰ পাছত ১৯৩০ চনত কলিকতাৰ 'দুই নম্বৰ বেথুন ৰোড'ৰ "ভাৰত মিহিৰ" ছপাশালত উক্ত পুথিখন ছপা হৈ ওলায়।

এই পুথিয়ে ৰাইজৰ মাজত যথোচিত সমাদৰ পোৱাত লেখিকাৰ জীৱনৰ বিয়লি বেলাত, প্ৰথম সংস্কৰণৰ দুকুৰি বছৰৰ পিছত ১৯৬৮ চনত দ্বিতীয় সংস্কৰণ ছপা হৈ ওলায়। প্ৰথম সংস্কৰণত সেই সময়ৰ জোখমাখ সেৰ, ছটাক আদিত প্ৰকাশিত হৈছিল। দ্বিতীয় সংস্কৰণত সেইবোৰ সলনি কৰি কিলোগ্ৰাম, গ্ৰাম, লিটাৰ আদিত প্ৰকাশ কৰা হৈছিল।

ইতিমধ্যে ১৯৬৪ চনত ধনদা শইকীয়ানীৰ স্বামী ৰোহিতাশ্ব শইকীয়াৰ স্বৰ্গপ্ৰাপ্তি হয়। শইকীয়ানীৰ পুত্ৰদ্বয় সৰ্বশ্ৰী পুতুল শইকীয়া আৰু অতুল শইকীয়াই "ৰান্ধনী বা ৰন্ধন প্ৰণালী" পুথিখনৰ তৃতীয় সংস্কৰণ ছপাবৰ বাবে গুৱাহাটীৰ দত্তবৰুৱাৰ হাতত দিয়া অৱস্থাতে আছে। পুনৰ মুদ্ৰণ হ'লে এই পুথিয়ে আমাৰ ৰান্ধনীসকলক বিশেষ সহায় কৰিব বুলি আশা কৰিব পাৰি।

'ৰান্ধনী বা ৰন্ধন প্ৰণালী' পুথিখন আমাৰ অসমীয়া সমাজ আৰু সাহিত্যৰ এটি উল্লেখযোগ্য পদক্ষেপ। পুথিখনৰ প্ৰথম অধ্যায়ত ডাকৰ বচনৰ আহিৰে ৰচয়িতাৰ মনৰ ভাবৰ অংশ বিশেষলৈ মন কৰো আহক— "পানীত মচি চাউল ধুবা,

নিৰহ কৰি খন্তেক থবা।
চাউল দিবা যিমান খিনি,
পানী দিবা তিমান খিনি"।

পুথিখনৰ এনে কবিতাংশই লেখিকাৰ কবিসুলভ মনৰ আভাস দাঙি ধৰে। আমি জনাত পাকৈত ৰান্ধনী আৰু সু-গৃহিনী ধনদা কুমাৰী শইকীয়ানীয়ে আধৰুৱাকৈ লেখি থৈ যোৱা "মহিলা কীৰ্ত্তন" নামৰ পুথি এখনো আছে।

ধনদা শইকীয়ানীৰ সৰু জীয়ৰী শ্ৰীমতী ৰুণিমাক নামনি অসমলৈ বিয়া দিছিল। এই সূত্ৰতে তেখেতৰ নামনিৰ বিয়ানাম, আইনাম, গোসাঁইনাম আদিৰ সৈতে পৰিচয় হয় আৰু উজনি নামনিৰ আচাৰ ব্যৱহাৰ, কথা-বতৰা আদিৰ সুকীয়া বৈশিষ্টতাই তেখেতক আকৰ্ষণ কৰে। ইয়াৰ ভিত্তিতে দুয়ো প্ৰান্তৰৰ নামৰ সমাজখনক একত্ৰিত কৰিবৰ মনেৰে শইকীয়ানীয়ে 'নামতী জীয়ৰী' নামেৰে পুথি এখন লেখাৰ কাম আৰম্ভ কৰে। কিন্তু এই কাম সম্পূৰ্ণ হোৱাৰ আগতে ১৯৭৭ চনৰ ২১ মাৰ্চত ডিব্ৰুগড়ৰ অসম মেডিকেল কলেজ হস্পিতালত ধনদা কুমাৰী শইকীয়ানীয়ে ইহলীলা সম্বৰণ কৰে।

শইকীয়ানীয়ে অসমীয়া সমাজ জীৱনলৈ থৈ যোৱা লেখনী আজিৰ সমাজ জীৱনত বিশেষভাবে প্ৰয়োজনীয় বুলি ক'ব পাৰি। জাতীয় সংস্কৃতিৰ সন্ধিক্ষণত পুৰণি নামগুণ আৰু ৰান্ধনী ঘৰত দুষ্প্ৰাপ্য হৈ পৰা তিল পিঠা, ভাত পিঠা, পাত পিঠা, ছেৰা দিয়া, সুতুলি

পিঠা, আৰু খাৰলি, পচলা, খৰিছা, ভেবেলী লতাৰ বৰ আদিৰ সোৱাদ ৰান্ধনী পুথিয়েহে সংৰক্ষণ কৰিবলৈ সমৰ্থ হৈছে। আমাৰ মজিয়ালৈ আহি পৰা বঙলুৱা প্ৰভাৱ আঁতৰাবৰ বাবেও জাতীয় সচেতনতাৰ প্ৰয়োজন। সাজ-পোছাকে যিদৰে জাতীয় জীৱনৰ অভিব্যক্তি দাঙি ধৰে আহাৰ বিষয়ক প্ৰণালীয়েও একোটা জাতিৰ সাংস্কৃতিক জীৱনৰ কথা কয়। সেয়ে ধনদা কুমাৰী শইকীয়ানীৰ জাতীয় সংস্কৃতি সংৰক্ষণৰ বহুত দিনৰ আগৰ দূৰদৃষ্টিমূলক প্ৰয়াসক আমি আদৰণি জনাওঁ।

সকলোৰে আইতা ধনদা কুমাৰী শইকীয়ানী সৰবৰহী মহিলা আছিল। উত্তৰ লক্ষীমপুৰ চহৰৰ বাহিৰেও অসমৰ বিভিন্ন ঠাইৰ মানুহে তেওঁৰ মৰম আজিও মনত ৰাখিছে। চাৰিজন পুত্ৰ আৰু দুগৰাকী কন্যাৰে ভৰপূৰ সংসাৰখনত ঘৰুৱা কামতে ব্যস্ত হৈ থাকিব-লগীয়া হৈছিল যদিও সকলো শোৱাৰ পিছত ৰাতি সদায় তেখেতে কাগজ কলম লৈ বহিছিল।

ধনদা কুমাৰী শইকীয়ানীয়ে সমাজপ্ৰিয় মনটোৰে নিজে জনা কামখিনি আনক শিকাবলৈ আগ্ৰহ দেখুৱাইছিল। তেখেতক লগ পোৱা প্ৰত্যেকেই কিবা নহয় কিবা উপায়েৰে উপকৃত হৈছিল। তেখেতে ছোৱালীবিলাকক বিহুৰ সময়ত নাম লেখি গামোছা বৈ প্ৰিয়জনক উপহাৰ দিবলৈ শিকাইছিল আৰু প্ৰতিজনী ছোৱালীকে পঢ়াশুনা কৰি আত্মনিৰ্ভৰশীল হ'বলৈ উদগণি দিছিল।

এই গৰাকী চেনেহী মাতৃক ১৯৭৬ চনত, মঙ্গলদৈত হোৱা সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ দ্বিতীয় বাৰ্ষিক অধিবেশনত ৰাজহুৱা সম্বৰ্দ্ধনাৰে সন্মানিত কৰা হৈছিল।

তেখেতৰ কৰ্মময় আদৰ্শনীয় জীৱনে অসমীয়া জীয়াৰী-বোৱাৰীক অনুপ্ৰাণিত কৰক। ●●

মৃত্যুৰ কিছুদিনৰ আগতে ৺ধনদা কুমাৰী শইকীয়ানীয়ে লেখা কবিতা এটিৰ উদ্ধৃত দিয়া হ'ল — সম্পাদিকা

## ॥ জীৱন ॥

মই মৰি গ'লে কান্দোতা নোলাব
মোক লৈ যাব চাণ্ডিত তুলি
পৃথিৱীৰ মাটিয়েই বাহু মেলি ক'ব।
আহাঁ, ময়েই তোমাৰ আপোন বুলি।
হাঁহি কান্দোনৰ জীৱন মেলা!
চাবৰ তৰণী নাই।
সুখতকৈও দুঃখৰ বোজা!
ল'বৰ আজৰি নাই।
সংগ্ৰামী মই জীৱন যুঁজৰ!
মনৰো আজৰি নাই।
জীৱন মানে স্বাৰ্থৰ সংগ্ৰাম!
সেয়েহে এয়া মোৰ শেষ পৰিণাম। ●●

(জীৱনীটো যুগুত কৰাত ধনদা কুমাৰী শইকীয়ানীৰ সক জীয়ৰী শ্ৰীমতী কনিমা বৰুৱা আৰু নাতিনী শ্ৰীমতী আৰাধনা দাস, শ্ৰীমতী অনুৰাধা দত্ত আদিয়ে সহায় কৰাত তেখেতসকলৈ ধন্যবাদ জনালো। —সম্পাদিকা)

# হেমলতা বৰুৱা

শ্ৰীমতী ইৰা বৰুৱা



জন্ম ঃ ১৮৯৬ চন
মৃত্যু ঃ ১৯৮১ চন

হেমলতা বৰুৱা অসমীয়া নাৰী সমাজৰ এটি নমস্য নাম। এগৰাকী সু-গৃহিণীৰ, এগৰাকী আদৰ্শ স্থানীয়া নাৰীৰ সকলো গুণেৰে বিভূষিতা হেমলতা বৰুৱাৰ জীৱনী সুঁৱৰিব লগীয়া। তেখেতৰ জীৱনৰ চানেকিয়ে উঠি অহা পুৰুষক নিশ্চয় বাট দেখুৱাব, অনুপ্ৰেৰণা যোগাব। ঘাত-প্ৰতিঘাতৰ মাজেৰেই এটা সুন্দৰ সফল জীৱন যাপন কৰি নতুন পুৰুষলৈ উজ্জ্বল দৃষ্টান্ত তেখেতে ৰাখি থৈ গ'ল। যি সময়ত আমাৰ দেশত পশ্চিমীয়া সভ্যতাই ভুমুকি মাৰিছিলেহিহে, যি সময়ত স্ত্ৰী শিক্ষাৰ ক্ষেত্ৰত আমাৰ দেশ কীৰ্তন-দশম আঁওৰোৱাতেই আবদ্ধ আছিল, সেই সময়তে এই শতিকাৰ প্ৰথম ভাগতে সম্পূৰ্ণ পশ্চিমীয়া ধৰণৰ শিক্ষা পদ্ধতিৰে শিক্ষা গ্ৰহণ কৰিছিল হেমলতা বৰুৱাই। কিন্তু কথাই কামে সম্পূৰ্ণ অসমীয়া জাতীয়তা বজায় ৰাখি ঘৰত তাঁতৰ পাতত ফুল তোলাৰ পৰা গোসাঁই ঘৰত চাকি লগোৱালৈকে লেঠা মাৰি, মহিলা সমিতি সংগঠন কৰাৰ পৰা জয়মতী উৎসৱ পতালৈকে সামাজিক দায়িত্ব সমানেই পালন কৰি, ভাষা জননীৰ সেৱালৈও "নামতী শৰাইখন" আগবঢ়ালে হেমলতা বৰুৱাই।

অসমৰ দুৱৰা-কাকতি বংশৰ সুযোগ্য সন্তান, কলিকতা উচ্চ ন্যায়ালয়ৰ প্ৰথম অসমীয়া অনুবাদক, জোনাকী যুগৰ অন্যতম সাহিত্যিক, শ্বেক্সপীয়েৰৰ "কমেডী অব এৰৰচ"ৰ অসমীয়া অনুবাদক (আন তিনিজন সতীৰ্থৰ লগত) চাৰিঙৰ ৰমাকান্ত বৰকাকতীৰ আৰু পবিত্ৰী বৰকাকতীৰ কন্যা হেমলতা বৰুৱাৰ জন্ম হৈছিল ১৮৯৬ চনৰ মাঘ বিহুৰ দিনা। পিতৃৰ কৰ্মস্থান কলিকতাতে তেখেত ডাঙৰ-দীঘল হৈছিল। ১৬ বছৰ বয়সতে তেওঁৰ বিবাহ হৈছিল প্ৰথম অসমীয়া অভিধান প্ৰণেতা যাদুৰাম ডেকাবৰুৱাৰ নাতি ভৱানীপ্ৰসাদ বৰুৱাৰ লগত। ভবানী প্ৰসাদ বৰুৱা চাহ বাগানৰ মেনেজাৰ আছিল আৰু পিছলৈ তেখেতে এখন নিজা চাহ বাগান খুলিছিল। এই গৰাকী উদ্যোগী পুৰুষৰ অকাল মৃত্যুত হেমলতা বৰুৱাই পুত্ৰ-কন্যা কেইটিক বুকুত বান্ধি অকলেই জীৱন পথত আগবাঢ়ি গৈ এটা সফল আৰু সুন্দৰ জীৱনৰ আদৰ্শ দি থৈ গ'ল।

পিতৃ ৰমাকান্ত বৰকাকতিৰ সংস্পৰ্শত সন্তানসকলৰো শিক্ষাৰ প্ৰতি অনুৰাগ হোৱাটোৱেই স্বাভাৱিক। সেয়েহে শিক্ষা লাভৰ ক্ষেত্ৰত হেমলতা বা তেখেতৰ ভগ্নীসকল আগবাঢ়ি গৈছিল। কলিকতাৰ বেথুন স্কুলত হেমলতা বৰুৱাই শিক্ষা লাভ কৰিছিল যদিও সংসাৰত প্ৰবেশ কৰিবলগীয়া হোৱাত স্কুলীয়া শিক্ষা তেখেতৰ সম্পূৰ্ণ নহ'ল। কিন্তু শিক্ষা জীৱনত দোপত দোপে আগবাঢ়ি গ'ল তেখেতৰ ভগ্নী সুধালতা, সুখলতা আৰু শান্তিলতা। সুধালতা আৰু সুখলতাই সংস্কৃতত সন্মানসহ বি এ পাছ কৰিছিল। তেওঁলোক আছিল প্ৰথম অসমীয়া মহিলা গ্ৰেজুৱেট। কলিকতা বিশ্ববিদ্যালয়ৰ এম এ পৰীক্ষাত প্ৰথম শ্ৰেণীৰ প্ৰথম স্থান অধিকাৰ কৰি সুধালতাই কলিকতাৰ বেথুন স্কুলত কৰ্মজীৱন আৰম্ভ কৰি পিছত এলাহাবাদৰ crossthwaite কলেজত যোগদান কৰি অধ্যক্ষৰ পদত অধিষ্ঠিত হৈছিল। প্ৰসংগ-ক্ৰমে উল্লেখযোগ্য যে ১৯২৮ চনত তেখেতৰ মৃত্যু হোৱাত কলিকতা বিশ্ববিদ্যালয়ৰ অধ্যাপক ৰায়বাহাদুৰ দীনেশ চন্দ্ৰ সেনে 'A memoir of Sudhalata Duara' নামেৰে কিতাপ এখন লিখি এই গৰাকী কৃতি ছাত্ৰীক সুঁৱৰিছিল।

হেমলতা বৰুৱাৰ আন এগৰাকী ভগ্নী সুখলতাই এম এ ডিগ্ৰী লাভ কৰি এলাহাবাদৰ crossthwaite কলেজত যোগদান কৰি দিল্লী

আৰু লাহোৰৰ কলেজতো অধ্যাপনা কৰিছিল। আন এগৰাকী ভগ্নী শান্তিলতাই এম এ শিক্ষা লাভ কৰি বানাৰসৰ theosophical কলেজত অধ্যাপনা কৰি পিছত দিল্লীৰ লেডী আৰউইন কলেজত অধ্যাপনা কৰি ১১ বছৰ কাল জুৰি এই কলেজৰ অধ্যক্ষাৰ পদত আছিল। পিছত তেখেতে আধ্যাত্মিক জীৱন গ্ৰহণ কৰি স্বামী শান্তানন্দা নামেৰে পৰিচিত হয়। "আমাৰ বাপুজী" নামেৰে শিশুৰ উপযোগী পুথি এখনো স্বামী শান্তানন্দাই ৰচনা কৰিছে। বৰ্তমান তেখেতে বাঙ্গালোৰত এখনি আশ্ৰম পাতি এটি আদৰ্শনীয় আধ্যাত্মিক জীৱন যাপন কৰিছে।

এই দুৰৱা ভগ্নী তিনিগৰাকীৰ বিষয়ে চিন্তা-চৰ্চা কৰাৰ যথেষ্ট স্থল আছে, কিয়নো এই শতিকাৰ প্ৰথমাৰ্দ্ধত উত্তৰ ভাৰতত স্ত্ৰী শিক্ষা বিস্তাৰত এই তিনিগৰাকী বায়েক-ভনীয়েকৰ অৱদান বিশেষভাৱেই উল্লেখযোগ্য। এনে যোগ্যা সহোদৰাৰ অন্যতমা হেমলতা বৰুৱাই শিক্ষা গ্ৰহণ বা বিস্তাৰত বিশেষ অৰিহণা যোগাব নোৱাৰিলেও নাৰী জাগৰণ আৰু নাৰী সংগঠনত তেঁখেতৰ অৱদান উলাই কৰিব পৰা বিধৰ নহয়। কেইবা দশকো ধৰি শিৱসাগৰ তথা অসমৰ মহিলা সংগঠনসমূহৰ লগত স্বৰ্গীয়া বৰুৱা ওতঃপ্ৰোতভাবে জড়িত আছিল। স্বনামধন্যা কমলালয়া কাকতি আছিল তেখেতৰ মামীয়েক। তেখেতৰে অনুপ্ৰেৰণাত বৰুৱানীয়ে মহিলা সমিতি আৰু শিপিনী ভঁৰালৰ লগত জড়িত হৈ পৰে। এই দুই অনুষ্ঠান প্ৰতিষ্ঠাত বৰুৱানীৰ বিচক্ষণতা আৰু কাৰ্য্যদক্ষতাই বিশেষ সহায় কৰিছিল। এই দুই অনুষ্ঠানৰ বিভিন্ন বিষয়বাবো তেখেতে পাৰদৰ্শিতাৰে চলাইছিল। জয়সাগৰত পতা জয়মতী উৎসৱৰ লগত আৰম্ভণিৰে পৰা হেমলতা বৰুৱা জড়িত আছিল। ১৯৫৫ চনত শিৱসাগৰত অনুষ্ঠিত হোৱা মহিলা সমিতিৰ এক অভুতপূৰ্ব অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভানেত্ৰীৰূপে তেখেতে যি পাৰদৰ্শিতা দেখুৱালে সেই অধিবেশনত যোগদানকাৰী কোনেও পাহৰিব নোৱাৰে। বিয়া-বাৰু, সকাম-নিকাম আদি যিকোনো সামাজিক কামতে তেখেতৰ উপদেশ আৰু সহযোগ শিৱসাগৰীয়া ৰাইজে সততেই পাইছিল।

অসমীয়া সাহিত্যলৈকো বৰুৱানীয়ে বিশেষ বৰঙণি আগবঢ়াইছিল। তেখেতৰ প্ৰকাশিত পুথি দুখন 'নামতী শৰাই' আৰু 'গৃহিণীৰ সাৰথি'।

নামতী শৰাই বিভিন্ন গোপিনী সবাহৰ নামৰ সংগ্ৰহ। সকলে পৰা শুনি অহা আৰু নিজে গাই অহা কৃষ্ণ, শিৱ, দুৰ্গা আদিৰ নামবোৰ পাহৰণিৰ বুকুত হেৰাই যোৱাৰ পৰা ৰক্ষা কৰিবলৈকে বৰুৱানীয়ে চেষ্টা কৰিছে এই পুথিত। "গৃহিণীৰ সাৰথি" পুথিত কাহুদি খাৰলিৰ পৰা কোৰ্মা কোপ্তা, জাম-জেলি আদিলৈকে ৰন্ধন আৰু প্ৰস্তুত প্ৰণালী সুন্দৰকৈ লিখা হৈছে। বিয়া-বাৰুৰ নিয়ম-কাৰণ আদিও এই পুথিত লিখা হৈছে যাতে আজিৰ জীয়ৰী বোৱাৰীহঁতে সহজে শিকিব পাৰে। এনে ধৰণৰ পুথি অসমীয়া ভাষাত বিৰল।

এগৰাকী গৃহিণীৰ থাকিবলগীয়া সকলো গুণেৰে হেমলতা বৰুৱা বিভূষিতা আছিল। সৰলতা আৰু অমায়িকতা যাৰ ভূষণ সেই গৰাকী বৰুৱানী জীৱনৰ শত ঘাত-প্ৰতিঘাতৰ সন্মুখীন হ'ব পৰা অদমনীয় সাহসৰ জীৱন্ত প্ৰতিমূৰ্তি আছিল। এমাডিমা ছটি ল'ৰা-ছোৱালীৰে অকাল বৈধব্য গ্ৰহণ কৰিবলগীয়া হৈয়ো তেখেতে ধৈৰ্য্য হেৰুওৱা নাছিল। ভগৱানৰ ওচৰত অটল বিশ্বাসেৰে গোটেইকেইটি সন্তানকে উপযুক্ত কৰি তেখেতে গঢ়ি তুলিলে। তেখেতৰ প্ৰথম পুত্ৰ শ্ৰীযুত গিৰিজাপ্ৰসাদ বৰুৱা প্ৰসিদ্ধ চাহ খেতিয়কেই নহয় শিৱসাগৰৰ পৌৰসভাৰ প্ৰাক্তন পৌৰপতি আৰু বিভিন্ন সামাজিক অনুষ্ঠানৰ লগত জড়িত ব্যক্তি। দ্বিতীয় পুত্ৰ বিজয়প্ৰসাদ বৰুৱা চাহ খেতিয়ক আৰু ভাৰতীয় প্ৰশাসনীয় সেৱাৰ প্ৰাক্তন বিষয়া। তৃতীয় পুত্ৰ লক্ষ্মীপ্ৰসাদ বৰুৱা ৰিফাইনেৰীজ লিমিটেডৰ উচ্চপদস্থ বিষয়া। প্ৰথমা জীয়ৰী গুৱাহাটীৰ কৃষ্ণকান্ত বৰুৱাৰ সৈতে বিবাহ পাশত আবদ্ধ হয়। দ্বিতীয়া জীয়ৰীক গোলাঘাটৰ ডঃ যতীন বৰুৱালৈ বিয়া দিয়া হৈছিল। তৃতীয়া জীয়ৰীৰ বিবাহ হৈছিল কৃষ্ণকান্ত দুৱৰাৰ লগত। পুত্ৰ-কন্যা সকলো-টিয়েই নিজৰ নিজৰ ক্ষেত্ৰত পাৰদৰ্শিতা প্ৰদৰ্শন কৰি জীৱনত সুন্দৰকৈ প্ৰতিষ্ঠা লাভ কৰিছে।

এটি অভিজাত পৰিয়ালৰ জীয়ৰী আৰু আন এটি অভিজাত পৰিয়ালৰ বোৱাৰী হেমলতা বৰুৱাক কিন্তু কোনো ধৰণৰ ঘৰুৱা কাম-বনতে কোনেও চেৰ পেলাব নোৱাৰিছিল। খাৰ-খাৰলী, খৰিছা-পচলা তেখেতে নিজে ৰান্ধি আনক খুৱাই বিপুল আনন্দ লভিছিল। ঠিকেদৰে পোলাও, কোৰ্মা কোপ্তাও ৰান্ধিব জানিছিল। শাকনি বাৰীখন তেখেতে ৰিদৰে পাতিছিল, ফুলনিখনো নিজৰ হাতেৰে চালে

চকুৰোৱা কৰি ৰাখিছিল। কলিকতাতে ডাঙৰ-দীঘল হোৱাত তাঁত ববলৈ শিকিবলৈ সুবিধা পোৱা নাছিল, কিন্তু শিৱসাগৰলৈ বোৱাৰী হৈ আহি তাঁত ববলৈও শিকিলে আৰু মৃত্যু কাললৈকে তাঁতখন এৰা নাছিল। নাতিয়েকহঁতকো তাঁতত ফুল বাছিবলৈ শিকাইছিল।

এটা মুহূৰ্ত্তও আইতাই অবাবত নষ্ট নকৰিছিল আৰু আমাক তেনেকৈ সময়ৰ মূল্যবোধ শিকাইছিল। কৰিবলগীয়া কামবিলাক লগে লগে কৰি পেলাইছিল। কেতিয়াও পিছলৈ পেলাই নথৈছিল। আমি অলপ এলাহ কৰিলে তেখেতে আগেভাগে নিজেই গৈ কামত লাগিছিল, তেতিয়া আমিও গৈ আইতাক কামত সহায় কৰিবলৈ বাধ্য হৈছিলো।

আইতাৰ পৰা আমি গোসাঁইঘৰৰ কাম-বনবিলাক শিকিছিলো আৰু কীৰ্ত্তন-ঘোষাৰ পদবিলাক শুৱলাকৈ আৰু শুদ্ধকৈ গাবলৈ শিকিছিলো। তেখেতে দোষবিলাক ধৰি নেথাকিছিল বৰং মোক শুদ্ধকৈ গাবলৈ শিকাই দিছিল। পৰচৰ্চা আৰু পৰনিন্দা কৰিলে তেখেতে বৰ বেয়া পাইছিল। কেতিয়াবা আমি যা-যোৱালীবিলাক গোট খাই পৰৰ আলোচনা কৰিলে বা কাৰোবাৰ বিষয়ে বেয়াকৈ কোৱা যেন গম পালে আমাক সেইবিলাকৰ পৰা আঁতৰত থাকিবলৈ শিকাইছিল।

পৰাপক্ষত তেখেতে আনৰ ওপৰত নিৰ্ভৰ নকৰিছিল। তেখেতে প্ৰাৰ্থনা কৰোতে প্ৰায়েই এটা কথা কৈছিল—"নিজে ঘূৰি পকি চলি থকা অৱস্থাতেই এই সংসাৰৰ পৰা যেন বিদায় ল'ব পাৰো।" এই দৰেই ১৯৮১ চনৰ ১১ ডিচেম্বৰৰ দিনা তেখেতৰ জীৱন বন্তি নুমাই থাকিল।

"মনত পৰে আইতাৰ হাজাৰ স্মৃতি;
অশ্ৰু অঞ্জলিৰে যাচিছো প্ৰণতি।" ●●

# চন্দ্ৰাৱতী দেৱী কটকী

শ্ৰীমতী ফুল কটকী

নগাঁও জখলাবন্ধা সত্ৰৰ সত্ৰাধিকাৰ ৺চন্দ্ৰহাস গোস্বামীদেৱৰ তিনিজন পুতেক আৰু এগৰাকী কন্যা আছিল। পুতেককেইজন ক্ৰমে ৺সত্ৰাধিকাৰ জগৎচন্দ্ৰ গোস্বামী, প্ৰবীণ উকিল, সাহিত্যিক আৰু স্বাধীনতা সংগ্ৰামী বৃন্দাবনচন্দ্ৰ গোস্বামী আৰু ৺গোলোকচন্দ্ৰ গোস্বামী। একমাত্ৰ কন্যা ৺চন্দ্ৰাৱতী দেৱী। চন্দ্ৰাৱতী দেৱীৰ মাকৰ নাম ভুঁসিতা দেৱী। পিতৃ ৺চন্দ্ৰহাস গোস্বামীৰ মৃত্যুৰ পাছত বৰপুতেক ৺জগৎচন্দ্ৰ গোস্বামী জখলাবন্ধা সত্ৰৰ সত্ৰাধিকাৰ হয়। ৺জগৎচন্দ্ৰ গোস্বামীয়ে বাৰানসীত সংস্কৃত পঢ়িছিল আৰু সংস্কৃতত অগাধ পণ্ডিত আছিল। তেখেতৰ ধৰ্মীয় শাস্ত্ৰৰ অধ্যয়ন, শাস্ত্ৰ বিচাৰ আৰু সাধন-ভজন সৰ্বজনবিদিত আছিল। তেখেত অতি সাত্ত্বিক আৰু ধৰ্মভীৰু আছিল। ৺জগতচন্দ্ৰ গোস্বামীদেৱে তেখেতৰ একমাত্ৰ ভনী ৺চন্দ্ৰাৱতী দেৱীৰ প্ৰতি স্নেহাভিভূত হৈ আধ্যাত্মিক শক্তি দান কৰি আশীৰ্বাদ দিছিল। যাৰ ফলত ৺চন্দ্ৰাৱতী দেৱী কটকীয়ে বাল্যকালৰ পৰাই ঈশ্বৰ চিন্তা, সৎ চিন্তা আদি সজগুণ লাভ কৰি নগাঁওৰ তথা গোটেই অসমৰ বিভিন্ন স্থানত বিভিন্ন নামঘৰত নাম-কীৰ্তন কৰি সকলোৰে পৰা আদৰ সন্মান লাভ কৰিছিল।



জন্ম ঃ ১৮৯৭ চন
মৃত্যু ঃ ১৯৭৪ চন

১৮১৯ শক (ইং ১৮৯৭)ৰ আহাৰ মাহৰ ২ তাৰিখ, সোমবাৰৰ দিন এটাত জখলাবন্ধা সত্ৰত জন্ম লৈ সত্ৰীয়া নিয়ম-কানুনৰ মাজত থাকি চাৰি প্ৰহৰ নাম কীৰ্তনৰ মাজেদি নিজৰ সৰুকাল অতিবাহিত কৰিছিল।

সেই কালত যিহেতুকে ছোৱালীক প্ৰাথমিক বিদ্যালয়ত এবছৰ নাইবা দুবছৰৰ অধিক শিক্ষা দিয়া সম্ভৱ নাছিল—তাতে আকৌ যদি ছোৱালী সত্ৰৰ জীয়ৰী হয় তেনেহলে আৰু কঠিন আছিল, গতিকে ৺চন্দ্ৰাৱতী দেৱীয়ে প্ৰাথমিক বিদ্যালয়ত 'ক' শ্ৰেণীৰ পৰা 'খ' শ্ৰেণীলৈ প্ৰমোচন পোৱাৰ লগে লগেই স্কুলীয়া শিক্ষাৰ সামৰণি মাৰিবলগীয়া হয়। তেখেতে তেখেতৰ জ্যেষ্ঠ ভ্ৰাতা ৺জগৎচন্দ্ৰ গোস্বামীৰ লগত থাকি ধৰ্মালোচনা কৰিছিল। ভাগৱত-গীতা শ্ৰৱণ কৰিছিল আৰু সত্ৰীয়া নাম-কীৰ্তন আৰু গীত-মাত শিকিছিল।

এঘাৰ বছৰত ভৰি দিয়াৰ লগে লগে ৺চন্দ্ৰাৱতীৰ বিয়াৰ বাবে যো-জা কৰিবলগীয়া হয় আৰু উপযুক্ত পাত্ৰৰ অনুসন্ধান কৰে। ৺সত্ৰাধিকাৰ জগৎচন্দ্ৰ গোস্বামীৰ সত্ৰীয়া গোসাঁই ল'ৰালৈ ভনীয়েকক বিয়া দিয়াৰ ইচ্ছা আছিল, কিন্তু মাজু ভাতৃ উচ্চশিক্ষিত ৺বৃন্দাবনচন্দ্ৰ গোস্বামীদেৱৰ উপযুক্ত শিক্ষিত সৎপাত্ৰত একমাত্ৰ ভনীয়েকক বিয়া দিবৰ মন। পিছত ককায়েক ৺জগৎচন্দ্ৰ গোস্বামীক সন্মত কৰাই ৺বৃন্দাবনচন্দ্ৰ গোস্বামীদেৱে তেওঁৰ সহপাঠী পুৰণিগুদাম নিবাসী গৌতম ঋষি গোত্ৰৰ ৺যোগেন্দ্ৰনাথ কটকীৰ লগত ১৯০৮ চনৰ বহাগ মাহত বিয়া পাতে। দুবছৰৰ পাছত শান্তি বিয়া কৰি পুৰণি গুদামৰ নিজৰ পৈত্ৰিক ভেটিত নতুনকৈ ঘৰ আদি সাজি বিবাহিত জীৱনৰ পাতনি মেলে। পুৰণি গুদামৰ সমূহ হিন্দু-মুছলমান ৰাইজ লগ লাগি এখন মজলীয়া ইংৰাজী স্কুল পাতে আৰু ৺যোগেন্দ্ৰনাথ কটকীক প্ৰধান শিক্ষক পাতে। ৺যোগেন্দ্ৰনাথ কটকী মেধাবী ছাত্ৰ আছিল। তেওঁ এণ্ট্ৰেন্স পৰীক্ষাত বৃত্তি লাভ কৰি ঢাকাত এফ এ পাছ কৰি বৃত্তি লাভ কৰে। কিন্তু টকাৰ অভাৱত কলিকতালৈ গৈ বি এ পঢ়িব নোৱাৰিলে। কিছুদিন পুৰণিগুদাম মজলীয়া স্কুলত কাম কৰি কাম ইস্তফা দি তেতিয়াৰ অসমৰ কমিচনাৰৰ সহায়ত আবকাৰী বিভাগত চাব ইন্সপেক্টৰৰ পদ গ্ৰহণ কৰি নিজ পত্নীক জখলাবন্ধা সত্ৰত থৈ বৰপেটালৈ গৈ নতুন পদত যোগদান কৰে। তাত থকা কালছোৱাৰ

ভিতৰত তেখেত দুটি পুত্ৰৰ পিতৃ হয়। এই পুত্ৰ দুটি তেওঁৰ অনুপ স্থিতিত মৃত্যু হোৱাত চাকৰি ইস্তফা দি নগাঁও চৰকাৰী বালক বিদ্যালয়ত সোমায়।

ইয়াৰ পাছত ৺চন্দ্ৰাৱতী দেবীৰ আৰু চাৰিটা পুত্ৰ আৰু এটি কন্যা হয়। কিন্তু তেখেতৰ জীৱিত কালতেই দুটি পুত্ৰ আৰু কন্যাটিৰ মৃত্যু হয়। কিন্তু আচৰিত কথা শোকাতুৰা মাতৃক যিসকলে সান্ত্বনা দিবলৈ গৈছিল তেখেতে সেইসকলকহে গীতা-ভাগৱতৰ শ্লোক কৈ সান্ত্বনা দিছিল।

৺চন্দ্ৰাৱতী কটকীৰ জীৱন যাত্ৰা বৰ সহজ-সৰল আছিল। তেওঁ আছিল নিৰহঙ্কাৰী, ভগৱৎ বিশ্বাসী, সকলোৰে প্ৰতি মৰমিয়াল আৰু সকলোকে প্ৰাপ্য সন্মান দিব জানিছিল। দীন-দুখীৰ প্ৰতি সহানুভূতিশীল হৈ শক্তি অনুসাৰে সা-সহায় কৰি, খুৱাই-বোৱাই সকলোৰে অন্তৰ জয় কৰিব পাৰিছিল।

৺চন্দ্ৰাৱতী জন্মসূত্ৰ হিচাবেই মেধাবী আছিল। তেখেতে ককাক ৺ৰঘুদেৱ গোস্বামী আৰু বুঢ়ীমাক ৺তাৰিণী দেবীৰ পৰাই হয়তো মাত্ৰ 'ক' শ্ৰেণী পাছ কৰিয়েই পুথি ৰচনা কৰিবলৈ সক্ষম হৈছিল। শ্ৰীকৃষ্ণ আৰু ৰুক্মিণীৰ বিয়া লৈ খোবা-খোবিৰ কাহিনী কাব্য আকাৰত প্ৰথম তেৱেঁই ৰচনা কৰিছিল। তেখেতে আই নাম, বিয়া নাম আদিৰ পুথিও ৰচনা কৰিছিল। সেইবিলাক হাতে লিখা অৱস্থাত পোৱা গৈছে। তেখেতে "গুণমালা" আৰু "তত্ত্বমালা" নামৰ দুখনি পুথি লিখিছিল। তেখেতৰ আই নামৰ নমুনা অলপ তলত দিয়া হ'ল—

"শাৰী শাৰী হৈয়া গোপী তৃণতে বসিয়া।
দুৰ্গাক আৰাধে সবে কৃতাঞ্জলি হৈয়া॥
পাদ্য অৰ্ঘ মধুপৰ্ক আচমণি দিলে।
গোপিনী সভাত আসি ভবানী বসিলে॥
আইৰ আগত জ্বলি আছে জিকিমিকি তৰা।
দুখীয়ালৈ পেলাই দিছে যুতি ফুলৰ মালা॥
লগায়া ঘৃতৰ বাতি ভবানীৰ আগে।
ভকত বৎসলা মাতৃক শুভ বৰ মাগে॥
বাটে বাটে আই ফুৰে শিশু ওমলাই।

তাপ গুচাই শান্ত কৰা ভগৱতী আই ॥
জীৱ দান দিয়া মাতৃ প্ৰাণ দান দিয়া।
বিস্ফোট ভয়ৰ পৰা উদ্ধাৰ কৰি যোৱা ॥"

তেখেতৰ সবল লিখনিৰ পৰা নিগৰি ওলোৱা সবল ভাবৰ গীতে মানুহৰ মন মুগ্ধ কৰাৰ উপৰিও আপোনা-আপুনি ভক্তিৰ আবেগত মন আপ্লুত হৈ উঠে।

তেখেতৰ সকলো লিখনি আছিল গভীৰ তত্ত্বমূলক, দাৰ্শনিক ভাবাপন্ন আৰু মনোগ্ৰাহী। তেখেতে দেহবিচাৰৰ গীত লিখিছিল সম্পূৰ্ণ অ-আ, ক-খ ফলাৰে। দাৰ্শনিক ভাবাপন্ন দেহবিচাৰৰ গীতৰ নমুনা তলত দিয়া হ'ল—

অ-য়ে বোলে অনাদি অনন্ত ভগবান।
আ-য়ে বোলে মায়াজাত প্ৰকৃতি প্ৰধান ॥
ই-য়ে বোলে ইহকাল শোভা চৰাচৰ।
ঈ-য়ে বোলে ঈশ্বৰৰ মহিমা অপাৰ ॥
উ-য়ে বোলে উমাকান্ত শিৱ ত্ৰিণয়ন।
ঊ-যে বোলে উপাসন্ত কৃষ্ণৰ চৰণ ॥
ঋ-য়ে বোলে হৃদয়ত ধ্যান কৰি যোৱা।
ৠ-য়ে বোলে লীলা খেলা ৰহস্য অমিয়া ॥
এ-য়ে বোলে এলাহ নকৰিবা নৰ নাৰী।
ঐ-য়ে বোলে ঐকান্তিক ভজিয়ো শ্ৰীহৰি ॥
ও-য়ে বোলে ওঁমকাৰন্তে ব্ৰহ্ম সনাতন।
ঔ-য়ে বোলে ঔষধত বিষ্ণু সুমৰণ ॥

এই গীতৰ যোগেদি তেখেতে সহজ-সৰল ভাষাৰে খন্তেকীয়া জীৱনটোৰ মূল্য যে নাই আৰু সেয়েহে ভগৱন্তক ভজি মুক্তিৰ পথ মুকলি কৰিবলৈ নৰ-নাৰীক আহ্বান জনাইছে। তেখেতৰ তাত্ত্বিক ব্যাখ্যা মন কৰিবলগীয়া।

তেখেতৰ মূল্যবান ৰচনাৰাজি প্ৰকাশ কৰিবলৈ বহুতে আগ্ৰহ কৰি আগবাঢ়ি অহা দেখি তেখেতে নানাজনৰ হাতত তেখেতৰ অমূল্য ৰচনাৰাজি অৰ্পণ কৰিছিল। কিন্তু দুখৰ বিষয় যে তেখেতৰ জীৱন কালৰ ভিতৰতে লেখনীসমূহ অন্যৰ নামত ছপা হৈ ওলাইছিল।

উপৰোক্ত বিষয়ত তেখেতৰ দৃষ্টি আকৰ্ষণ কৰাত তেখেতে হাঁহি হাঁহি কৈছিল—"হওক দে, মোৰ নামত নহৈ অন্যৰ নামতে প্ৰকাশ হওক। কিন্তু যি কি নহওক মোৰ লিখাসমূহ ৰাইজৰ হাতত পৰিছে, ৰাইজে পঢ়ি ভাল পাইছে—এয়েই মোৰ আনন্দ।" ইমানেই বহল হৃদয়ৰ আছিল এই গৰাকী মহিলা। তেখেতে অতি ঘৰুৱা কথাৰে একোটা কঠিন দাৰ্শনিক তত্ত্বৰ ব্যাখ্যা দি বহু কেইজন দৰ্শনৰ অধ্যাপকক অবাক কৰি দিছিল।

৺চন্দ্ৰাৱতী কটকী পিত্ত বেমাৰত বাৰুকৈয়ে ভুগিছিল। এই পিত্ত বেমাৰক লৈ তেখেতে এখনি কিতাপ লেখিছিল। সেই কিতাপখন হাতে লেখা অৱস্থাত পোৱা হৈছে। তাৰে কেইশাৰীমান তলত লিখা হ'ল।

— — —

— — —

পূৰ্ব্ব জন্মে কিবা পাপ কৰি আছো অতি।
তাৰ ফলে পিত্তৰোগে ভুঞ্জাইছে দুৰ্গতি॥
দ্বাদশ বৎসৰ মানে পিত্তৰ জালাত।
কঠোৰ যন্ত্ৰণা কৰে ক্ষুদ্ৰ শৰীৰত॥
নানাবিধ বায়ু, পিত্ত, ৰোগে পিৰা কৰে।
তথাপিতো প্ৰভু মোৰ মুখৰ লোভে নেৰে॥
অজ্ঞান পামৰ মন পৰম লুভীয়া।
লোভ দমাই মোক প্ৰভু কিছু কৰা দয়া॥
কোনে পতিয়াব প্ৰভু নেদেখা বিয়াধি।
তুৱা পাদোদকে মোৰ হৌক মহৌষধি॥
তযু নামে সাৰ প্ৰভু তযু নমে গতি।
তোমাৰ নামেসে খন্দায় সমস্ত দুৰ্গতি॥
ঘুণুলা বেমাৰী মই হৈলো জৰাসৰা।
তোমাৰ চৰণে মাত্ৰ উদ্ধাৰিব পাৰা॥
অনেক ঔষধ খাইলো নহি তাৰ সীমা।
দেখায়োক কৃষ্ণ তযু নামৰ মহিমা॥
জানো কৃষ্ণ তযু নাম পৰম অমৃত।
তোমাৰ ভক্তৰ সঙ্গে পিয়ায়োক নিত॥

তেৱেঁসে দোৰ্ঘোৰ পিত্ত ৰোগ হৈব দূৰ।
কৰিওক কৃষ্ণ মোক করুণা প্রচুৰ॥
তুমি বিনে কোনে মোক কৰিবেক ত্রাণ।
শ্রীমধুসূদন প্রভু পশিলো শৰণ॥
এহি মানে কৃপা মোক কৰা যদুপতি।
কৰ যোৰে প্রার্থনা কৰিছো চন্দ্রাৱতী॥

বেমাৰত বিকল এই গৰাকী মাতৃয়ে ভগবানৰ ওচৰতে নিজক অৰ্পণ কৰিছে সকলো দুখ-বেদনাৰ পৰা মুক্ত কৰিবলৈ। কেনে মনোগ্রাহী প্রকাশ ভঙ্গিমা।

"চন্দ্রাৱতী কটকীক কোনোৱে পদ্মাৱতী, কোনোৱে কণমাই আৰু সৰহভাগেই 'চক্রধাৰী আই' বুলি মাতিছিল। তেওঁ এগৰাকী সৰ-বৰহী সমাজসেৱিকা আছিল। কাৰোবাৰ ঘৰত অসুখ-অশান্তিৰ খবৰ পালেই সকলোৰে পৰিচিত এই গৰাকী আয়ে হাজাৰ বনকাটিকৰি থৈ তৎক্ষণাৎ দৌৰি গৈছিল। নাম-গুণ গাই, গীতা-ভাগৱতৰ উদ্ধৃত দি পৰিয়ালবৰ্গক সান্ত্বনা দিছিল। মূঠতে তেখেত আছিল পৰৰ দুখত দুখী আৰু পৰৰ সুখত সুখী এগৰাকী ধৰ্মপ্ৰাণা মহিয়সী নাৰী। ১৮৯৬ শক (ইং ১৯৭৪ চন) ৰ জেঠমাহৰ ১৭ তাৰিখে চন্দ্রাৱতী দেৱীৰ মৃত্যু হয়। তেখেতৰ মৃত্যুত এগৰাকী সৰবৰহী মহিলাক নগাঁও তথা অসমৰ ৰাইজে হেৰুৱালে। ●●

# পদ্মশ্ৰী নলিনীবালা দেৱী

ডঃ কৰবী ডেকা হাজৰিকা



জন্ম ঃ ১৮৯৮ চন
মৃত্যু ঃ ১৯৭৭ চন

অসমীয়া কবিতাৰ ভিতৰত সবাতোকৈ কৰুণ আত্ম সমৰ্পণৰ সুৰ য'ত ফুটি উঠিছে, সীমা-অসীমৰ ৰহস্যভৰা সৌন্দৰ্য্যই য'ত মায়াভৰা আবেদনৰ সৃষ্টি কৰিছে, সেয়াই হ'ল নলিনীবালা দেৱীৰ কবিতা। অসমীয়া সাহিত্যত কবি নলিনীবালা দেৱী সন্মানৰ অম্লান আসনত প্ৰতিষ্ঠিত।

এটা পুৰণি অভিজাত পৰিয়ালত নলিনীবালা দেৱীৰ জন্ম হৈছিল। তেওঁৰ পিতৃ আছিল স্বনামধন্য পুৰুষ কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ, মাতৃৰ নাম আছিল হেমন্ত কুমাৰী।

নবীনচন্দ্ৰ বৰদলৈ কলিকতাত পঢ়ি থাকোতেই ডিব্ৰুগড়ৰ বিখ্যাত চাহ খেতিয়ক মালভোগ বৰুৱাৰ সৰুমাজু জীয়েক হেমন্তকুমাৰীক বিয়া কৰায় আৰু কলিকতাত পঢ়ি থকা কালতেই ১৮৯৮ চনৰ ২৩ মাৰ্চৰ দিনা বৰপেটাত নলিনীবালা দেৱীৰ জন্ম হয়।

সেই সময়ত নলিনীবালাৰ ককাদেউতাক ৰায়বাহাদুৰ মাধৱচন্দ্ৰ বৰদলৈ বৰপেটাত মহকুমাধিপতি হৈ আছিল। ১৮৯৭ চনৰ বৰ ভুঁইকপত মহকুমাধিপতিৰ বঙলাটো বৰ বেয়াকৈ ক্ষতিগ্ৰস্ত হোৱাত বৰপেটাৰ লোকেলবোৰ্ডৰ গুদামঘৰৰ দুটা কোঠা মেৰামত কৰি মহকুমাধিপতিক থাকিবলৈ দিয়া হৈছিল। এই গুদামঘৰতে নলিনী-বালা দেবীৰ জন্ম হয়।

তেওঁৰ জন্মৰ আগতে মাকক বৰপেটা সত্ৰৰ ভাগৱতী ভকতে পদুম ফুল এপাহ দি আশীৰ্বাদ দিছিল। সেয়ে নবজাতিকা নাতিনীৰ নাম ককাকে দিছিল 'পদ্মিনী'। পিছে সেই সময়ৰ কলিকতীয়া ছাত্ৰ নবীনচন্দ্ৰ বৰদলৈয়ে নামটো পুৰণিকলীয়া যেন পালে। সেয়েহে তেওঁ আধুনিক নাম থলে 'নলিনী'।

নলিনীবালা দেবীৰ শৈশৱৰ কালছোৱা আছিল যথাৰ্থতেই সোণালী। ককা দেউতাকৰ মৰমৰ ছাঁত তেওঁ চন্দ্ৰকলাৰ দৰে বাঢ়িছিল। নদন-বদন গৃহস্থালীখনত ভোগ-বিলাসৰ বাহিৰেও আছিল শিশুৰ মনৰ বাবে উপযোগী ৰং-ধেমালিৰ পৰিবেশ। ক'লা-বগা ঘোঁৰাই টনা বাগীখন, 'যাত্ৰা' নামৰ বিয়াগোম হাতীজনী, ঘৰতে গুৰ আৰু সৰিয়হ পেৰাৰ আনন্দদায়ক দৃশ্য—সকলোবোৰে মাজতে কত যে বিস্ময়ৰ খোৰাক! নলিনীবালাৰ শিশুমনে সবাতোকৈ আনন্দ পাইছিল সৰ্পৰি-য়ালে বালিভাত খাবলৈ যোৱাৰ দিনবোৰত। অশ্বক্ৰান্ত, কুকুৰাৰ বালিত কাহ কণী বিচৰা—এই সকলোবোৰ তেওঁৰ শৈশৱৰ মধুৰ সোঁৱৰণী। তদুপৰি কেতিয়াবা আছে জাহাজ ভ্ৰমণৰ সুযোগ, যেতিয়া গুৱাহাটীৰ পৰা ব্ৰহ্মপুত্ৰৰ বুকুৰে তেওঁলোক ডিব্ৰুগড়ৰ মোমায়েকৰ ঘৰলৈ আহে। নদীৰ দুপাৰৰ মনোৰম প্ৰাকৃতিক সৌন্দৰ্য্যই নলিনীবালাৰ কোমল প্ৰাণত সেই শৈশৱতে বোল সানিছিল।

তেজপুৰৰ বঙালী প্ৰাথমিক বিদ্যালয়ত তেওঁ পোনতে স্কুলীয়া শিক্ষা লাভ কৰে। তাৰ পিছত ঘৰতে আৰম্ভ হয় তেওঁৰ উচ্চ শিক্ষাৰ জীৱন। নলিনীবালাৰ গৃহশিক্ষক আছিল গোপালকৃষ্ণ দে নামৰ এগৰাকী আদৰ্শ সংস্কৃত পণ্ডিত। এওঁ আছিল গুৰু, বন্ধু আৰু পিতৃস্থানীয় ব্যক্তি। এই গৰাকী পণ্ডিতে তেওঁক ভাষা আৰু সাহিত্যৰ জ্ঞান দিছিল। এওঁৰ ৰসাল অথচ পাণ্ডিত্যপূৰ্ণ আলোচনাই নলিনী-বালাৰ মনৰ মাজত সংস্কৃত সাহিত্যৰ বিশাল দিগন্ত উন্মোচন

কৰিছিল। কাব্যত ছন্দ, ধ্বনি, ব্যাকৰণ আদিৰ লগতে কলেজিয়েট হাইস্কুলৰ হেড্‌মাষ্টৰ যজ্ঞেশ্বৰ বৰুৱা আৰু শিক্ষক নিশিকান্ত সেনৰ ওচৰত তেওঁ ইংৰাজী, ভূগোল আৰু গণিত শিকিছিল।

মোমায়েক কীৰ্তিনাথ বৰদলৈ নলিনীবালাৰ সঙ্গীত শিক্ষক আছিল। আনফালে ৮।৯ বছৰ বয়সতে তেওঁ সংস্কৃত চাণক্য শ্লোকো মুখস্থ কৰিছিল আৰু পুৰা গধূলি নিয়মিতভাবে আইতাকৰ লগত গোসাঁই ঘৰত বৰগীত, ব্ৰহ্মসঙ্গীত আদি গাইছিল।

কৈশোৰৰ প্ৰথম দিনবোৰত তেওঁৰ মন ন-চিনাকি পৃথিবীৰ শোভা আৰু সংস্কৃত কাব্যৰ প্ৰভাৱত কল্পনাপ্ৰৱণ হৈ উঠিছিল। ঘোঁৰাবাগীত উঠি যাওঁতে নিজকে তেওঁৰ প্ৰাচীন কাব্যৰ সুভদ্ৰা যেন লাগে, কাণৰ কাষত ভোমোৰাই আমনি কৰিলে নিজকে অনুভৱ হয় শকুন্তলা বুলি। তেওঁৰ কবি-প্ৰাণে ইতিমধ্যেই অংকুৰ মেলিছিল। কবিতাৰ জগতত প্ৰথম খোজ পেলোৱা কিশোৰী নলিনী বালাই লগে লগে ছবি আঁকাৰো অভ্যাস কৰিবলৈ লয়। এই ক্ষেত্ৰতো তেওঁৰ হাত নিপুণ আছিল।

নলিনীবালাৰ মানসিক বৃত্তিসমূহৰ ভিতৰত আৰু দুটি হ'ল অত্যাধিক দয়া আৰু স্নেহ। ৰোগীক শুশ্ৰূষা কৰি তেওঁ ইমানেই আনন্দ পাইছিল যে হাতে-কামে শিকি হোমিওপেথিক চিকিৎসা তেওঁ নিপুণভাবে আয়ত্ব কৰিছিল। তদুপৰি তেওঁৰ আছিল অমাতৰ প্ৰতি মৰম। এজাক পোহনীয়া পখীৰ কল-কাকলি, আদৰ-আবদাৰেৰে তেওঁৰ নিজা সৰু জগতখন ভৰি আছিল। তেওঁৰ মনত বোল সানিছিল প্ৰকৃতিৰ বিবিধ ৰহনে। ফুলৰ শোভাই তেওঁক দান কৰিছিল সৌন্দৰ্য্যপ্ৰিয় এটি মন। কৈশোৰৰ হাঁহি-আনন্দৰে ভৰা উচ্ছল সময়বোৰ বেছি দিন উপভোগ কৰিবলৈ নৌপাওঁতেই নলিনীবালাৰ দুৱাৰত বাজিছিল বিবাহৰ মংগল শঙ্খ। সমসাময়িক সমাজ ব্যৱস্থাৰ আহিতে নিচেই কুমলীয়া অৱস্থাত এঘাৰ বছৰ বয়সত তেওঁৰ বিবাহ সম্পন্ন কৰা হৈছিল ১৯০৯ চনত। দৰা আছিল শিৱসাগৰৰ পুৰণা আমোলাপট্টিৰ সম্ভ্ৰান্ত নিত্যানন্দ চতুৰ্বেদীৰ বংশৰ কৃষ্ণপ্ৰাণ চাংকাকতিৰ পুত্ৰ জীৱেশ্বৰ চাংকাকতি। এইজনা উৎসাহী গুণী যুৱকৰ লগত নলিনীবালাৰ বৈবাহিক জীৱন সুখে-সন্তোষে উপচি পৰিছিল। ঘৰখনৰ সুৱাগী বোৱাৰী হৈ শিৱসাগৰীয়া সমাজতো তেওঁ মিলি পৰিছিল।

এটি এটিকৈ চাৰিটি সন্তানে কোলা শুৱনী কৰি নলিনীবালাক মাতৃত্বৰ অপূৰ্ব আনন্দ দান কৰিছিল। পিছে তেওঁৰ বাবে আছিল সুখৰ দিন বৰ ক্ষণস্থায়ী। ১৯১৭ চনত এদিনৰ বেমাৰতে তেওঁৰ স্বামীৰ পৰলোক ঘটে। যৌৱনৰ পদূলিত ভৰি দিয়েই তেওঁ আদৰিব লগা হ'ল করুণ বৈধব্য। দুখে-শোকে কাতৰ কৰা আদৰৰ জীয়ৰীক পিতৃ বৰদলৈয়ে গুৱাহাটীৰ নিজা বাসভৱনলৈ লৈ আনিলে। তেওঁৰ লগত আছিল তিনি পুত্ৰ শ্ৰীউপেন চাংকাকতি, ৺পবিত্ৰপ্ৰাণ চাংকাকতি, ৺ৰামমূৰ্তি (পুতলী) আৰু কন্যা শ্ৰীমতী উষাৰাণী বৰুৱা। গৰ্ভত থকা পঞ্চম সন্তান শ্ৰীমতী অৰুণা বৰদলৈৰ পিতৃগৃহত জন্ম হয়। ইয়াৰ পিছতে আৰম্ভ হ'ল প্ৰকৃততে নলিনীবালা দেবীৰ কবি-জীৱনৰ ইতিহাস। বৈধব্যৰ সাজেৰে উনৈশ বছৰীয়া নলিনীবালাক দেখি বুকু ভাগি গলেও নবীনচন্দ্ৰ বৰদলৈয়ে সেয়া তেওঁৰ 'মহাশ্বেতা' ৰূপ বুলিয়েই চাই সান্ত্বনা লভিছিল। তেওঁ কন্যাক উপহাৰ দিলে এখন 'গীতা', যাতে তাৰ শিকনিয়ে নলিনী বালাৰ মনত শান্তি দিব পাৰে। সঁচাকৈয়ে 'গীতা'খনিয়েই হৈ পৰিল তেওঁৰ সৰ্বক্ষণৰ সংগী। পিছৰ কালত সকলো লিখনিতে তেওঁৰ গীতা-অধ্যয়নপুষ্ট মনটোৰ প্ৰকাশ লক্ষ্য কৰা যায়।

যি সময়ত নলিনীবালাই কৈশোৰ আৰু যৌৱনৰ প্ৰথম দিনকেইটাত ভৰি দিছিল, সেই সময়ত অসমীয়া সমাজ মহাত্মা গান্ধীৰ অসহযোগ আন্দোলনৰ চৌৱে বুৰাই পেলাইছিল। পুৰুষ-নাৰী নিৰ্বিশেষে সকলোৰে ওপৰত ইয়াৰ সীমাহীন প্ৰভাৱ পৰিছিল। কৰ্মবীৰ নবীনচন্দ্ৰ বৰদলৈ আছিল অসমত এই আন্দোলনৰ গুৰি ধৰোঁতাসকলৰ ভিতৰত অন্যতম। তেখেতৰ কথাই-কামে অহিংস অসহযোগৰ যি দীপ্তি বিৰিঙি উঠিছিল—তাৰ সহজ প্ৰতিফলন ঘটিছিল কন্যা নলিনীবালাৰ হৃদয়তো। মহাত্মা গান্ধী, ৰাজেন্দ্ৰপ্ৰসাদ, সুভাষচন্দ্ৰ বসু আদিৰ সান্নিধ্যলৈ অহাৰ সৌভাগ্যও তেওঁৰ হৈছিল। বৰদলৈ ডাঙৰীয়াৰ চোতালত বিশিষ্ট লোকসকলৰ মাজত মহাত্মা গান্ধীৰ উপদেশ ৰাণী আৰু আঁচনিসমূহৰ বিষয়ে সঘনে আলোচনা হৈছিল। ঘৰখনৰ প্ৰত্যেকেই নিজহাতে সূতা কাটি প্ৰস্তুত কৰা খাদী কাপোৰহে পৰিধান কৰিছিল। সকলোতে বিৰাজ কৰিছিল এক সাত্ত্বিক পৰিৱেশ। এইবোৰেই আছিল নলিনীবালা দেবীৰ মানসিক শিক্ষাৰ মূল ভেটি।

নলিনী বালা দেবীৰ সাহিত্য সম্ভাৰৰ আলোচনালৈ আহিলে পুনৰ আহি পৰে তেওঁৰ ব্যক্তিগত জীৱনৰ কাৰুণ্যৰ কথা। কাৰণ বেদনাই হৈছে তেওঁৰ সাহিত্যৰ ঘাই সম্পদ। এই বেদনা আপোন জনৰ বিয়োগ-বেদনা। কেৱল স্বামীকেই নহয়, চেনেহৰ পুত্ৰ পবিত্ৰ আৰু পুতলীকো অকালতে হেৰুৱাই তেওঁৰ মাতৃ-প্ৰাণ শোকে-দুখে ভাগি পৰিছিল। এনে সময়ত তেওঁৰ পিতৃয়েই আছিল সৰ্বপ্ৰকাৰৰ সান্ত্বনাদাতা। কলম-তুলাপাত হাতত লৈ কবিতাৰ মাজেৰে দুখক সহ্য কৰাৰ শক্তি আৰু প্ৰেৰণা তেওঁৰ পৰাই নলিনীবালাই লাভ কৰিলে। ফলত নলিনীবালাৰ কবিতাবোৰ বেদনা-জলেৰে সিক্ত হলেও ইয়াত ক'তো ভগা হিয়াৰ বিননি শুনা নাযায়। যি শুনা যায় সেয়া হ'ল দুখক ভাগ্যৰ নিৰ্মালি বুলি মানি লোৱা এক শান্ত-সমাহিত অনুভৱ। .

মাত্ৰ দহ বছৰ বয়সত নলিনীবালাই ৰচনা কৰিছিল 'পিতা' নামৰ এটি কবিতা। সেই শৈশৱৰে পৰা তেওঁৰ কবি প্ৰতিভাই প্ৰকাশৰ বাট বিচাৰিছিল। তাৰে পূৰ্ণতম স্ফুৰণ ঘটিছিল পিছৰ কালৰ কবিতাসমূহত। তেওঁৰ ঘাই ঘাই কবিতা সংকলনকেইটি হ'ল 'সন্ধিয়াৰ সুৰ' (১৯২৮), 'সপোনৰ সুৰ' (১৯৪৩), 'পৰশমণি' (১৯৫৪), 'যুগ দেৱতা' (১৯৫৭), 'অলকানন্দা' (১৯৬৭) 'জাগৃতি' (১৯৬২) আৰু 'অন্তিম সুৰ' (১৯৭৭)। অপ্ৰকাশিতভাৱে থকা কবিতা পুথি কেইখন হ'ল 'জোনাকী স্বপ্ন', 'সুৰভি', 'মন্দাকিনী', 'সন্ধিয়াৰ সপোন পৰশ', 'সাঁজৰ পূৰবী' আৰু 'মেঘদূত' (অনুদিত)। গদ্য-ৰচনাৰ ভিতৰত নবীনচন্দ্ৰ বৰদলৈৰ জীৱন-চৰিত—'স্মৃতি তীৰ্থ' (১৯৪৮) এখন উপভোগ্য পুথি। কবি গৰাকীৰ আত্মজীৱনী 'এৰি অহা দিনবোৰ'ৰ মাজতো অনুভূতি আৰু অভিজ্ঞতাৰ মনোমোহা মিশ্ৰণ লক্ষ্য কৰা যায়। 'চৰ্দাৰ পেটেল' আৰু 'বিশ্বদীপ' আন দুখন জীৱনী গ্ৰন্থ। 'শান্তি পথ' তেওঁৰ প্ৰকাশিত প্ৰবন্ধ গ্ৰন্থখনিৰ নাম। অপ্ৰকাশিত প্ৰবন্ধ গ্ৰন্থ হ'ল 'মানস-তীৰ্থ' আৰু 'নাৰদীয় ভক্তি সূত্ৰ'। প্ৰকাশিত নাটিকাসমূহ হ'ল 'শেষ পূজা', 'পাৰিজাতৰ অভিষেক', 'প্ৰহলাদ' আৰু 'মীৰাবাই'। অপ্ৰকাশিত নাটকো কেইবাখনো আছে।

নলিনীবালা দেবীৰ কবিতাসমূহৰ সঠিক উপমা বোধকৰো এয়ে যে এইবোৰ হৈছে নিয়ঁৰত তিতা শেৱালি ফুল; চকুপানীৰে সিক্ত,

কিন্তু বৰ মনোমোহা। তেওঁৰ কবিতাত দুখৰ অভিষেক লক্ষ্য কৰা যায়। এই দুখ ৰোমাণ্টিক কবিৰ বেদনা-বিলাস নহয়। ই হ'ল স্বামীহাৰা-সন্তানহাৰা অভাগী নাৰী হৃদয়ৰ যথাৰ্থ বিননি। এই বিননিত সাধাৰণ ৰমণীৰ হা-হুমুনিয়াহ নাই—আছে কবিৰ হৃদয়ৰ পৰা নিগৰি ওলোৱা বিষাদৰ সাৰ্বজনীন অনুভৱ। তেওঁৰ কাব্য-প্ৰতিভাৰ উমান ল'বলৈ 'সন্ধিয়াৰ সুৰ', 'সপোনৰ সুৰ', 'পৰশমণি', 'অলকানন্দা' আৰু 'যুগদেৱতা'—এই কেইখনি কাব্যগ্ৰন্থৰ সহায় ল'ব পাৰি। থূলমূল বিচাৰত নলিনীবালা দেৱীৰ কাব্য সম্ভাৰক তিনি ভাগত ভগাব পাৰি,—অতিন্দ্ৰীয়বাদী কবিতা, দেশপ্ৰেমাত্মক কবিতা, আৰু বিভিন্ন বিষয় সামৰি লোৱা অন্য এক শ্ৰেণীৰ কবিতা।

অতিন্দ্ৰীয়বাদী কবিতাসমূহৰ মাজত নলিনীবালা দেৱীৰ প্ৰজ্ঞা আৰু প্ৰতিভাৰ অপূৰ্ব মিলন লক্ষ্য কৰা যায়। এইবোৰৰ মাজত প্ৰকাশিত হৈছে ভাৰতীয় দৰ্শনত বিশ্বাসী তেওঁৰ সুকুমাৰ হৃদয়। অবিনাশী আত্মাৰ চিৰন্তন প্ৰকৃতি আৰু সংসাৰ চক্ৰৰ আৱৰ্তনৰ ফলত জগতত ঘটি থকা সকলো ৰহস্যময় কাৰ্য্যৰ প্ৰতি তেওঁৰ চিন্তা আৰু অনুভূতি সজাগ। জন্মান্তৰবাদত বিশ্বাসী কবিৰ বাবে দুখৰ মাজতো আশা আৰু সান্ত্বনাই একেলগে ধৰা দিয়ে। সেয়েহে তেওঁক একোকে নিদিয়া পৃথিৱীখনিলৈও যেন কবিৰ মৰমৰ শেষ নাই—

আজিৰে নোহোৱা তুমি সুন্দৰী পৃথিৱী
জনমৰ যুগমীয়া তুমি
তুমি মোৰ জীৱনৰ শান্তিৰ জিৰণি
অতীতৰ স্বপ্নলীলা ভূমি

মানৱ-প্ৰকৃতিৰ মাজতো কবিয়ে দেখা পাইছে অন্তহীন ৰহস্য। মানুহৰ তৃষ্ণাৰ শেষ নাই, 'ভোগতেই মানুহৰ তৃপিতি' নপলায়, বাসনাও মানুহৰ অন্তহীন। নিজৰ কৰ্মৰ ফলত নিজেই আবদ্ধ হৈ বাৰে বাৰে সংসাৰ-চক্ৰত আৱৰ্তিত হোৱা অসংখ্য মানুহৰ মাজৰে এজন হৈ কবিয়ে কেতিয়াবা নিজকে প্ৰশ্ন কৰে—

কিয় আহিছিলো বাৰু
গৈছিলো কিয়নো উভতি ?
অপূৰণ কৰমৰ ভাৰ বান্ধি লৈ
বাৰে বাৰে আহিছো উলটি।

আত্মা চিৰন্তন। আত্মাৰ সনাতন স্পৃহা হ'ল পৰমাত্মাৰে সৈতে একান্ত মিলন। এই মিলনৰ যাত্রা পথ আশা-আকাঙ্ক্ষা-আনন্দ-বেদনাৰ সানমিহলিৰে বিচিত্র। নলিনীবালাৰ কবিতাত সেই বিচিত্র যাত্রাপথৰ বহুৰঙী আৰু হৃদয়গ্ৰাহী বিৱৰণ পোৱা যায়। ৰহস্যবাদী চিন্তাধাৰাৰ সাৰ্থক প্ৰকাশেৰে তেওঁৰ কবিতা সমৃদ্ধ। ভক্তিমতী সাধিকাৰ বিশ্বাস আৰু প্ৰেমেৰে ভগৱানক তেওঁ প্ৰাণবন্ধু ৰূপে গ্ৰহণ কৰিছে। প্ৰিয়তম ভগৱানৰ সান্নিধ্য তেওঁৰ চেতন-অৱচেতন মনৰ দুৰ্লভ সম্পদ,—

শিতানত থকা বকুল জোপাত
শুনিলো তোমাৰ মাত,
সাৰ পাই দেখো চন্দন-সুবাস
আমোল মোলাই গাত।

এনে ধৰণৰ অনুভৱে মন ভৰাই তুলিলেও কবিক মাজে মাজে চুই যায় এটি নিঃসংগতা, এটি বিষণ্ণতাৰ অনুভূতিয়ে। সীমাৰ বান্ধোন এৰি অসীমত মিলি পৰিবলৈ তেওঁৰ মন তেতিয়া ব্যাকুল হৈ উঠে। এনেবোৰ পৰত হৃদয় যেন হয় পিঞ্জৰাবদ্ধ এটি পখী। দূৰণিৰ পখীৰ মুকলিমূৰীয়া গতিয়ে কবিকো দিয়ে ডেউকা মেলি উৰি যোৱাৰ বাসনা,—

দূৰণিৰ পখীজাক উৰি যায় ৰিঙিয়াই
বিয়াকুল উদাসী সুৰত
প্ৰতিধ্বনি বাজে সুদূৰত
মোৰ এই পিঞ্জৰাৰ অশান্ত পখীটি দেখো
মিলি যাব খোজে অনন্তত
অসীমৰ অচিন বাটত।

কবিৰ অন্তৰৰ পৰমতৃষ্ণা ভাৰতীয় দৰ্শনৰ প্ৰভাৱেৰে পৰিপুষ্ট হলেও তেওঁৰ ব্যক্তিগত সুকীয়া প্ৰকাশ ৰীতিয়ে ইয়াৰ সমসাময়িক ভাৰতীয় কবিতাসমূহৰ মাজত এক বিশিষ্ট ৰূপ দান কৰিছে। যি ঐকান্তিক তেওঁৰ আত্ম-সমৰ্পণ, তাৰ তুলনা নাই। প্ৰিয়ৰ লগত তেওঁৰ সম্পৰ্ক অভিমান, অভিযোগ আৰু প্ৰাৰ্থনাৰে পূৰ্ণ। তেওঁৰ অধিকাংশ কবিতাই সসীম জগত পাৰ হৈ এক অসীমৰ সন্ধান দিয়ে—য'ৰ প্ৰতিটো অণু-পৰমাণু এক অপাৰ্থিব আনন্দ আৰু অলৌকিক সৌন্দৰ্যৰে সমুজ্জল।

নলিনীবালা দেৱীৰ কবিতাসমূহৰ দ্বিতীয়টো যাই সুৰ হ'ল দেশ-প্ৰেম। এইবোৰৰ মাজত বিৰিঙি উঠিছে দেশলৈ নিবিড় মৰম আৰু মাটিলৈ গভীৰ মোহ। তেওঁৰ 'জন্মভূমি'-কবিতাটিৰ লগত তুলনা

কবিৰ পৰা অসমীয়া কবিতা আৰু দ্বিতীয় এটি নাই। কবিতাটিৰ প্ৰতিটি চৰণ তেওঁ যেন ৰচনা কৰিছে দেশৰ প্ৰতি থকা অকৃত্ৰিম প্ৰেম আৰু আন্তৰিক কৃতজ্ঞতা মন্থন কৰি। তেওঁৰ জনমভূমি ধনেৰে বৈভৱশালী নহলেও শান্তি আৰু সৌন্দৰ্য্যৰ অনুপম আলয়। সেয়েহে তেওঁ কৈছে—

দুখীয়াৰ ভগা পঁজা  একোখনি তীৰ্থ তাত
একোখনি পুণ্যৰ আশ্ৰম
মৰিলে পুনৰ আহি  দুখীয়া দেশতে মোৰ
লওঁ যেন পুনৰ জনম।

জনমভূমিৰ বন্দনাৰে সমৃদ্ধ তেওঁৰ আন এটি শ্ৰেষ্ঠ কবিতা "আমাৰ ওপজা ঠাই এইখনি মৰ্ত্ত্য স্বৰ্গভূমি"। ইয়াত আছে অসমৰ অতীতৰ উজ্জ্বল গৌৰৱময় ছবি। নানা জাতি, নানা সংস্কৃতিৰ অনুপম মিলনৰ স্থল এই অসম দেশ—য'ত আকাশে-বতাহে, ফুলে-পাতে সৌন্দৰ্য্যৰ মহামেলা বহে, লুইতৰ পানীয়ে য'ত কঢ়িয়াই আনে অতীতৰ শৌৰ্য্য-বীৰ্য্য ভৰা হেজাৰ স্মৃতি। সেইখনি দেশৰ প্ৰতি গভীৰ ভালপোৱা আৰু দায়িত্ববোধে কবি নলিনীবালাক অভিভূত কৰিছে। তেওঁ কৈ উঠিছে—

প্ৰেম প্ৰীতি দয়া ক্ষমা সুমহান ত্যাগেৰে ৰঞ্জিত
এইখনি সুবিশাল দেশ
পৃথিৱী ভৰমি কতো নোপোৱা বিচাৰি
ইখনি দেশৰ দৰে শান্ত পৰিবেশ
এইখনি অতি মোৰ মৰমৰ দেশ।

কবিতাৰ মাজেৰে ফুটি উঠিছে তেওঁৰ আশা—

"চেনেহী মাতৃৰ সংস্কৃতিৰ হ'ব অভ্যুদয়।"

নলিনীবালা দেৱীৰ কবিতাৰ এই দুটি ধাই সুৰৰ পিছত বাকী বিভিন্ন ভাৱৰ সিঁচৰতি কবিতাখিনিক অন্য এটা ভাগত সামৰি থব পাৰি। অতিন্দ্ৰীয়বাদ বা দেশপ্ৰেমৰ দৰে নিৰ্দিষ্ট সুৰত বন্ধা নহ'লেও এইবোৰৰ মাজতো তেওঁৰ কাব্য প্ৰতিভাৰ সুৰীয়া প্ৰকাশ অনুভৱ কৰা যায়। বিভিন্ন উছৱ, মহাপুৰুষ ব্যক্তি, ব্যক্তিগত শোক আৰু প্ৰকৃতিক উপজীব্য ৰূপে লৈ এইবোৰ কবিতা ৰচিত হৈছে। মায়াভৰা

জোনাক ৰাতি, পৰ্বতৰ নাচনী নিজৰা, সেউজীয়া অৰণ্য, কলকণ্ঠী বিহগ—সকলোৱে তেওঁৰ কবিতাত ভুমুকি মাৰিছে। এইবোৰৰ মাজত প্ৰতিভাত হৈছে তেওঁৰ সুকোমল হৃদয়ৰ সংবেদনশীলতা আৰু তীক্ষ্ণ পৰ্য্যবেক্ষণ শক্তি। শোকৰ কবিতা হিচাপে তেওঁৰ 'পুতলী' কবিতাত মাতৃপ্ৰাণৰ হাহাকাৰৰ সুৰ অতিশয় হৃদয়পৰশা।

নলিনীবালা দেবীৰ কবিতাসমূহৰ মাজত এটি অপূৰ্ব কবিতা সোমাই আছে—আজিও সমালোচকসকলৰ বিশেষ দৃষ্টি আকৰ্ষণ নকৰাকৈ। সেইটি হৈছে—'ভ্ৰষ্ট লগ্ন'। তাৰে দুফাকিমান হ'ল—

সাঁজৰ বন্তি তেতিয়াও জ্বলা নাই
পিন্ধিছিলো মই কপালত সোণ ফোঁট
খিড়িকী মুখত সোণৰ দাপোন ধৰি
আপোন মনেৰে বান্ধিছিলো খোপা মোৰ—
এই লগনতে গধূলি ধূসৰ বাটে
কৰুণ দুচকু তৰুণ পথিক ৰথে
ভাগৰ ঘামত ভাগৰা ৰথৰ ঘোঁৰা
বাটৰ ধূলিৰে ধূসৰিত বাস বেশ
সুধিলে কাতৰে—তেওঁ ক'ত, তেওঁ ক'ত?
ক্লান্ত চৰণে মোৰ দুৱাৰত বৈ
লাজত মৰহি নোৱাৰিলো কব মই
শ্ৰান্ত পথিক! সেয়ে মই, সেয়ে মই।

ৰূপকধৰ্মী এই কবিতাটিত নায়ক-নায়িকাৰ মাজেৰে ভগৱান আৰু জীৱাত্মাৰ সংকেত বিচাৰি পোৱা গলেও গোটেইটো কবিতাত প্ৰকট হৈ আছে এক গীতিময় সৌন্দৰ্য্য। বিদ্যাপতিৰ গীত বা চণ্ডীদাসৰ পদাৱলীৰ দৰে আশা আৰু হতাশাৰ ছাঁ-পোহৰ-খেলাত প্ৰিয়ৰ বাবে ব্যাকুলা লজ্জাৱতী প্ৰেমিকাৰ অপূৰ্ব ছবি জিলিকি উঠিছে। ভগৱৎ-প্ৰেমৰ এনে সুকোমল মায়াভৰা প্ৰকাশ দেখা যায় মীৰাবাইৰ ভজন-সমূহত। প্ৰেমৰ এই বুকু জোঁকাৰি যোৱা প্ৰকাশ হয়তো কেৱল মহিলা কবিৰ কলমতহে সম্ভৱপৰ।

নলিনীবালা দেবীৰ সমসাময়িক ভাৰতীয় সাহিত্যত কেইবাগৰাকীও মহিলা কবিৰ আবিৰ্ভাৱ ঘটিছিল। বংগ দেশৰ সেই সময়ৰ

কাকত-আলোচনীবোৰত মহিলাসকলৰ বহুতো কবিতা প্ৰকাশ পাইছিল যদিও নিজা বৈশিষ্ট্যৰে সুকীয়া পৰিচয় থৈ যাব পৰা মহিলা কবি বিশেষ চকুত নপৰে। সৰ্বভাৰতীয় পটভূমিত বিচাৰ কৰিলে সেই সময়ৰ মহিলা কবিসকলৰ ভিতৰত প্ৰথমেই মনলৈ আহে মালয়ালাম ভাষাৰ কবি বালমণি আম্মাৰ নাম। পঞ্চাশৰ দশকত অধিক কবিতা ৰচনা কৰোঁতা এই গৰাকী কবিৰ শ্ৰেষ্ঠতম ৰচনা হ'ল 'আম্মা' নামৰ এখনি খণ্ডকাব্য। এগৰাকী গাভৰু মাতৃৰ আশা, সপোন, উৎকণ্ঠা আৰু আন্তৰিক বিষাদৰ মনোমোহা ছবি ইয়াত ফুটি উঠিছে। পিছৰ কালৰ তেওঁৰ ৰচনাসমূহত 'আম্মা' কাব্যৰ সংবেদনশীলতা পাবলৈ নাই। এইবোৰত আছে বেদান্ত-দৰ্শনৰ উপলব্ধি আৰু ৰহস্যবাদৰ মৃদু আভাস। এই ফালৰ পৰা তেওঁৰ জীৱন-দৰ্শন নলিনীবালা দেবীৰ লগত তুলনীয়। ব্যক্তিগত শোকৰ ফলস্বৰূপেও দুয়োজন, কবিয়ে সমগোত্ৰীয় কবিতা ৰচনা কৰিছে।

অমৃতা প্ৰীতমৰ কবি প্ৰতিভা বৰ্তমান কালৰ বাবেহে আলোড়নকাৰী বিষয় হলেও প্ৰথমৰ ফালে এওঁ আছিল নলিনীবালাৰ সমসাময়িক। ১৯৩৬ চনত প্ৰকাশ পায় এওঁৰ প্ৰথম কাব্য সংকলন 'অমৃত লহেৰাঁ'। ব্যক্তিগত জীৱনৰ ছায়াপাত এওঁৰো কবিতাত পৰিছে। কিন্তু তাৰ ধৰণ নলিনীবালা দেবীতকৈ সম্পূৰ্ণ বেলেগ। ১৯৬৮ চনত প্ৰকাশ পোৱা 'ক'লা-গোলাপ' নামৰ পুথিত তেওঁৰ আত্মজীৱনীৰ কাব্যময় ৰূপ দেখা যায়। স্বাধীনচিতীয়া, বিদ্ৰোহী মনৰ এই গৰাকী কবিক খুব কম বয়সতে বিবাহৰ বান্ধোনলৈ ঠেলি দিয়া হৈছিল, তাৰে বিচিত্ৰ তিক্ত-অম্ল অভিজ্ঞতাই তেওঁৰ মনত জন্ম দিছিল প্ৰতিবাদৰ এক অপ্ৰতিৰোধ্য চেতনাৰ। নলিনীবালাৰ কবিতাৰ ৰহস্যবাদ আৰু ভগৱৎ-প্ৰীতিৰ ঠাইত অমৃতা প্ৰীতমৰ কবিতাত পোৱা যায় মাটি, মন আৰু শৰীৰৰ শাশ্বত আশা, ইচ্ছা আৰু প্ৰতিজ্ঞাৰ সুৰ।

পঞ্চাশৰ দশকৰ এগৰাকী ওড়িয়া মহিলা কবি হ'ল 'পদ্মা'। এওঁৰ ৰচনাৰ ভালেমান লক্ষণৰ লগত নলিনীবালাৰ কাব্য-ৰীতিৰ মৃদু সাদৃশ্য চকুত পৰে। এওঁৰ এটি সুদীৰ্ঘ কবিতাৰ নাম হ'ল '১৮৫৭'। এইটি দেশপ্ৰেমৰ কবিতা। যিদৰে নলিনীবালাৰ 'জন্মভূমি' কবিতাটি সকলো দেশপ্ৰেমৰ কবিতাৰ মাজতো জিলিকি থাকে—

সেইদৰে পদ্মাৰ '১৮৫৭' ভোগ্ৰী ভাষাৰ এটি শ্ৰেষ্ঠ দেশাত্মবোধক কবিতা। সুন্দৰ শব্দ-চয়ন আৰু বাক্য-বিন্যাসৰ কাৰিকৰিৰে কবিতাটি সমৃদ্ধ। তেওঁৰ কোনো কোনো কবিতাত ফুল-তৰা-গানৰ মধুৰ পৰশ অনুভূত হয়। কেতিয়াবা মৰুভূমিৰ মাজত জোকে-পিয়াহে লালকাল হৈ প্ৰিয়তমৰ বাবে অপেক্ষা কৰি থকা প্ৰেমিকাৰূপে তেওঁ নিজৰ ছবি আঁকে। এই অপেক্ষাই মনত পেলায় নলিনীবালাৰ "অ' মোৰ পৰম প্ৰিয়, তুমি ক'ত ?" উক্তিষাৰলৈ। পদ্মাৰ কবিতাত কল্পনাৰ ৰহনেই কেৱল নাই, দিঠকৰ কঠোৰ ছবিও আছে। দুঃখীৰ মুখৰ গ্ৰাস কাঢ়ি নিয়া, অসহায়া ৰমণীৰ সৰ্বস্ব হৰণ কৰা, ধনী শ্ৰেণীৰ প্ৰতি বিদ্ৰোহ আৰু নিপীড়িতৰ প্ৰতি সমবেদনাৰেও তেওঁৰ কলম সৰৱ হৈ উঠে।

প্ৰতিভাময়ী কবি নলিনীবালা দেৱীয়ে ১৯৫৪ চনৰ অসম সাহিত্য সভাৰ যোৰহাটত বহা ত্ৰয়োবিংশ অধিবেশনত সভানেত্ৰীত্ব কৰে। ১৯৫৮ চনত তেওঁ লাভ কৰে 'পদ্মশ্ৰী' সন্মান। তাৰ আগতে ১৯৫৬ চনত তেওঁ 'কাব্যভাৰতী' উপাধি লাভ কৰিছিল সৰ্বভাৰত সংস্কৃত সঞ্জীৱনী সভাৰ অসম শাখাৰ পৰা। ১৯৬৮ চনত 'অলকানন্দা' পুথিৰ বাবে সাহিত্য একাডেমীৰ বঁটাই তেওঁৰ কাব্য-প্ৰতিভাৰ স্বীকৃতি দিয়ে। এনেবোৰ বিৰল সন্মানৰ অধিকাৰিণী এই গৰাকী মহিলা কবি অসমবাসীৰ শ্ৰদ্ধাৰ আসনত আজিও সসন্মানে প্ৰতিষ্ঠিতা। ১৯৭৭ চনৰ ২৪ ডিচেম্বৰ তাৰিখে গুৱাহাটীৰ নিজা বাসভৱন 'স্বপ্নাচল'ত তেওঁৰ মৃত্যু হয়। মৃত্যুবিজয়ী প্ৰতিভাই তেওঁক অমৰ কৰি থৈছে কবিতাপ্ৰেমী প্ৰতিজন মানুহৰ হৃদয়ত। ●●

# যমুনেশ্বৰী খাটনিয়াৰ

শ্ৰীমতী মঞ্জু দেৱী

অসমীয়া কাব্য সাহিত্যৰ এক কালজয়ী প্ৰতিভা— যমুনেশ্বৰী খাটনিয়াৰ অসমীয়া মহিলা কবিসকলৰ ভিতৰত এটি অগ্ৰণী নাম। জীৱনৰ ভৰদুপৰতে জীৱন নাটৰ সামৰণি পেলোৱা কবি যমুনেশ্বৰী খাটনিয়াৰ এটি যুগৰ বাৰ্তা বহনকাৰী।



জন্ম ঃ ১৮৯৯ চন

মৃত্যু ঃ ১৯২৪ চন

গোলাঘাট চহৰৰ দক্ষিণে দ চমুৱা গাঁৱত ১৮৯৯ চনত মাতৃ গৌৰী শইকীয়াৰ কোলা শুৱনী কৰি তেওঁৰ প্ৰথম সন্তান যমুনেশ্বৰীৰ জন্ম হৈছিল, পিতৃত্বৰ গৌৰৱেৰে ভদৰাম শইকীয়াই চেনেহৰ প্ৰথমা কন্যাক আঁকোৱালি লৈছিল। প্ৰথম নাতিৰ মুখ দেখা মাতুল ককাক বুঢ়ীমাকৰো বৰ মৰম। তেওঁলোকে নাতিনীজনীক গোলাঘাট চহৰত থকা নিজা ঘৰলৈ লৈ আনিলে। শিশু যমুনেশ্বৰীক লৈয়ে তেওঁলোকে ব্যস্তভাৱে সময় কটোৱাৰ এটা সুযোগ পালে। ককাদেউতাক কুশৰাম তেৱাৰী গোলাঘাট চহৰৰ যেনেকৈ এফালে আঢ্যৱন্ত লোক আছিল, তেনেকৈ আছিল শিক্ষানুৰাগীও। সেয়ে সেইকালত শিশুৰ বাবে কোনো বিদ্যালয় নথকাত ককাকে যমুনেশ্বৰীক ঘৰতে শিক্ষা লাভ কৰিব পৰাৰ ব্যৱস্থা কৰি ঘৰুৱা শিক্ষক নিযুক্ত কৰিলে। ছাত্ৰী হিচাপে যমুনেশ্বৰী আছিল

প্ৰখৰ বুদ্ধিৰ আৰু মেধাগুণসম্পন্না। তেওঁ ঘৰুৱা শিক্ষকৰ তত্বাৱধানতে মধ্য ইংৰাজী পাছ কৰিবলৈ সক্ষম হয়। যিসময়ত শিক্ষাৰ প্ৰসাৰ ব্যাপক হোৱা নাছিল আৰু ছোৱালীক বিদ্যালয়লৈ পঠিওৱাত গুৰুত্ব আৰোপ কৰা নহৈছিল, সেই সময়তে যমুনেশ্বৰীয়ে ককাকৰ ঘৰৰ ওচৰতে শিশুৰ বাবে এখন প্ৰাথমিক বিদ্যালয় প্ৰতিষ্ঠা কৰে আৰু সেই বিদ্যালয়তে শিক্ষয়িত্ৰীৰূপে কাম্ কৰি সমাজত জ্ঞানৰ আলোক বিলোৱাত ব্ৰতী হয়। এই বিদ্যালয়েই মূদৈগাঁও বালিকা বিদ্যালয়ৰূপে অদ্যপৰিমিত যমুনেশ্বৰীৰ অফুৰন্ত জ্ঞানলিপ্সা আৰু কৰ্মপ্ৰেৰণাৰ সাক্ষ্য বহন কৰি আছে।

১৯২০ চনত কামৰূপৰ বজালী অঞ্চলৰ "মানিমুনি শাক"ৰ কবিৰূপে খ্যাত ভৈৰৱচন্দ্ৰ খাটনিয়াৰৰ সৈতে তেওঁ বিবাহপাশত আৱদ্ধ হয়, কিন্তু সংসাৰৰ বান্ধোনে বেছিদিন যমুনেশ্বৰীক আৱদ্ধ কৰি ৰাখিব নোৱাৰিলে। ১৯২৪ চনৰ ফেব্ৰুৱাৰী মাহত তেওঁ অকালতে মৃত্যুক সাবটি লয়।

১৮২৬ চনৰ পৰা ১৯৪৭ চনলৈ, এই সুদীৰ্ঘ ইংৰাজ শাসনৰ কালছোৱাত সাহিত্যৰ ক্ষেত্ৰত নাৰীৰ অৱদানৰ কথা আলোচনা কৰিলে দেখা যায় যে, যদিও প্ৰাক্অৰুণোদয় আৰু অৰুণোদয় যুগত বিদেশী মহিলা কেইগৰাকীয়ে খ্ৰীষ্টান ধৰ্ম প্ৰচাৰৰ উদ্দেশ্যে সাহিত্য চৰ্চা কৰিছিল, তথাপিও বিদেশী নাৰীৰ বিদেশী আদৰ্শ আৰু প্ৰচাৰমুখী সাহিত্যই অসমীয়া জাতীয় জীৱনত কোনো ৰেখাপাত কৰিব নোৱাৰিলে আৰু নতুন আশাৰো সঞ্চাৰ কৰিব নোৱাৰিলে। সেই সময়ত সামাজিক ক্ষেত্ৰত নাৰী জাগৰণ আৰু স্বাধিকাৰ প্ৰতিষ্ঠাৰ প্ৰচেষ্টাই যিদৰে গুৰুত্ব লাভ কৰিছিল, সাহিত্য সৃষ্টিত, বিশেষকৈ সৃষ্টিধৰ্মী সাহিত্য সৃষ্টিত সিমান গুৰুত্ব দিয়া হোৱা নাছিল। সেয়ে ত্ৰিশৰ দশকতে জাতীয় আন্দোলনত অসমীয়া মহিলাই যি অৰিহণা যোগাইছিল, সাহিত্যক্ষেত্ৰত তেওঁলোকৰ আত্মপ্ৰকাশ সেই অনুপাতে প্ৰবল হৈ নুঠিল।

অসমৰ বৈষ্ণৱ আন্দোলনৰ লগে লগে যি সাহিত্য আন্দোলন গঢ়ি উঠিছিল তাত এগৰাকী মাথোন মহিলা কবিৰ নাম যুক্ত হৈছে, গোপালদেৱৰ কন্যা পদ্মপ্ৰিয়া। পদ্মপ্ৰিয়াৰ ভক্তিৰসাত্মক গীতৰ পাছত কুৰি শতিকাৰ প্ৰথম দশকতহে আন এগৰাকীক পোৱা যায়।

তেওঁ হ'ল প্ৰথম ঔপন্যাসিকা পদ্মাৱতী দেৱী ফুকননী। কিন্তু নিৰৱচ্ছিন্নভাৱে কবিতা ৰচনাত হাত দিয়ে পৰবৰ্তী কালৰ যমুনেশ্বৰী খাটনিয়াৰ, নলিনীবালা দেৱী আৰু ধৰ্মেশ্বৰী দেৱী বৰুৱানীয়ে। হিমলা বৰুৱানীয়ে গীতি কবিতা 'বিননি'ৰে কাব্যাৰ্ঘ দান কৰে।

১৯১৪-১৫ চনত যমুনেশ্বৰীৰ কবি জীৱনৰ সূচনা হয়। ১৯১৯ চনত তেওঁৰ একমাত্ৰ কবিতাপুথি 'অৰুণ' প্ৰকাশ হয় আৰু ইয়েই অসমীয়া লিৰিকৰ ইতিহাসত এক নবজন্মৰ বাৰ্তা বৈ আনে। যমুনে-শ্বৰী আৰু তেখেতৰ স্বামী ভৈৰৱচন্দ্ৰ খাটনিয়াৰ ধুনীয়া অসমীয়া লিৰিকৰ যুগল সৃষ্টিকাৰী। যমুনেশ্বৰীৰ 'অৰুণ' কাব্য পুথিখন পৰবৰ্তীকালত কলেজীয়া পাঠ্যপুথিৰূপে প্ৰচলিত হৈছিল বুলি জনা যায়। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা সম্পাদিত 'বাঁহী' আৰু পদ্মনাথ গোহাঞিবৰুৱা সম্পাদিত 'চেতনা'ত তেওঁৰ দুই চাৰিটা কবিতা প্ৰকাশ পাইছিল। 'সাবিত্ৰী' আৰু 'ৰজা লিয়েৰ' অপ্ৰকাশিত হৈয়ে ৰয়।

যমুনেশ্বৰী খাটনিয়াৰৰ কবি জীৱনত ঘৰুৱা প্ৰভাৱ অপৰিসীম। নাতিনীয়েক যমুনেশ্বৰীৰ জ্ঞানৰ তৃষ্ণা নিবাৰণ কৰিবলৈ ককাক-কুশৰাম তেৰাৰীয়ে বিভিন্ন বিষয়ৰ পুথি-পাঁজিৰে ঘৰতে এটি পুথি-ভঁৰাল গঢ়ি তুলিছিল। তাতেই সঞ্চিত হোৱা উপনিষদ, গীতা, স্মৃতি-গ্ৰন্থ, পুৰাণ, কীৰ্তন, দশম, হিন্দী, বঙালী আৰু অসমীয়া কাব্য পুথি-সমূহে যমুনেশ্বৰীক জ্ঞানৰ এক নতুন পৃথিবীলৈ লৈ গৈছিল। যমুনে-শ্বৰীয়ে মাতৃভাষা শিকাৰ উপৰিও সংস্কৃত ভাষাও শিকি সংস্কৃত ভাষাৰ ৰসো পাণ কৰিব পৰা হৈছিল।

তদুপৰি তেওঁ ঘৰুৱা পৰিবেশতে 'জুৰণি সভা' নামেৰে এটি অনুষ্ঠান গঢ়ি নিতৌ সন্ধিয়া কীৰ্ত্তন, বৰগীত, ভটিমা, টোটয় আদি গোৱাৰ উপৰিও কবিতা আবৃত্তি, গল্প পাঠ, ধেমেলীয়া আলোচনা আদিৰে সাংস্কৃতিক বিকাশৰ প্ৰচেষ্টা কৰিছিল।

যমুনেশ্বৰী খাটনিয়াৰৰ কবিতাৰ ভাবধাৰা বিচাৰ কৰিলে স্পষ্ট-ভাৱে ওলাই পৰে যে, কবিয়ে সংসাৰ চক্ৰত যুঁজ দি জীৱন অতিবাহিত কৰি আত্মাৰ প্ৰশান্তি তথা মোক্ষ লাভৰ ঐকান্তিক আদৰ্শ দাঙি ধৰিছে। গতিশীল জীৱনৰ ৰূপ যমুনেশ্বৰীৰ কবিতাত মূৰ্তিমান। পৰমাৰ্থিক

জগতৰ গভীৰতাৰ মাজলৈ প্ৰৱেশ কৰি ভাৰতীয় চিন্তা আৰু আদৰ্শৰ ধাৰাটো বোৱাই আনিবলৈ কবিগৰাকী সক্ষম হৈছে—

"অস্ত গ'ল দিনমণি পশ্চিমাকাশত
মিলি যায় গোহৰৰ শেষ আলো ৰেখা,
দূৰণিৰ পৰা নামি মলিনা সন্ধিয়া
দিগন্ত বিয়পি ধীৰে দিলে আহি দেখা।
জীৱনৰ ওপৰতো ইদৰে এদিন
লাগিব সন্ধিয়া, হায় কঁপিল হৃদয়—
নুমাব চকুৰ জ্যোতি বাসনাৰ ঢউ
দাৰুণ মৰণে মোক গ্ৰাসিব নিশ্চয়।
- - -
- - -
এইৰূপে জীৱনৰ সন্ধিয়া কালত
মৃত্যুৰ কোলাত মই কৰিলো শয়ন,
দেখিম নতুন কত জ্যোতিৰ্ময় দেশ
যদিও মুদিম মই এই দুনয়ন।" (মৃত্যুসন্ধ্যা)

কবিৰ হৃদয় যেন এক অতৃপ্তিৰ খনি—

"ভাগৰুৱা আতমাক
জিৰণি বিলাই
সন্ধিয়া সুকৰ্যদেৱ
ধীৰে চলি যায়;
সেই সময়তো প্ৰাণে
নাপায় জিৰণি
মোৰ যে অন্তৰ হায়
অতৃপ্তিৰ খনি। (কিবা যেন নাই নাই)

কবিৰ হৃদয় অনুক্ষণ এক নামহীন বেদনাৰে ভাৰাক্ৰান্ত—

"উষা বলয়ত বলা
জুৰ মলয়াই
তাপিত প্ৰাণক ধীৰে
যায় নিচুকাই;

তেওঁ কিয় মন মোৰ
অথিৰ সদায়
দিনে-ৰাতি ভাবে যেন
কিবা নাই নাই॥ (কিবা যেন নাই নাই)

এই শতিকাৰ তৃতীয় দশকৰ সমাপ্তিৰ এটি চমৎকাৰ উত্তৰ দুগৰাকী মহিলা কবি নলিনীবালা দেৱী আৰু ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ কবিতাত অনুভূত হোৱা আধ্যাত্মিক ভাৱ এইগৰাকী কবিৰ কবিতাতো অনুভূত হয় যদিও নলিনীবালা দেৱীৰ কবিতাৰ অতিন্দ্ৰীয়বাদী সুৰ এই গৰাকী কবিৰ কবিতাত অনুভূত নহয়। অকালতে জীৱনাৱসান ঘটা এই গৰাকী কবিৰ ৰচনাৰাজিৰ বিষয়ে এতিয়াও সমুচিত আলোচনা হোৱা বুলি ক'ব নোৱাৰি। এনে এক প্ৰতিভাৰ প্ৰেৰণাৰে উত্তৰ দিনক উদ্ভাসিত কৰি তোলাৰ দায়িত্ব বিশেষকৈ অসমৰ শিক্ষিতা মহিলা সমাজ তথা লেখিকা সমাৰোহ সমিতিৰ দৰে মহিলা সাহিত্য সংগঠনৰ ওপৰতে ন্যস্ত। ●●

জীৱনীটো যুগুত কৰিবৰ বাবে, কবিগৰাকীৰ ভাতৃ, গোলাঘাট নিবাসী শ্ৰীগিৰিন্দ্ৰ নাথ বৰাই সংগ্ৰহ কৰি দিয়া তথ্য সমূহ, শ্ৰীমতী আৰতি শইকীয়াৰ জৰিয়তে পোৱা হৈছে। দুয়োগৰাকীলৈকে আমাৰ কৃতজ্ঞতা জনালো।

—সম্পাদিকা

# চন্দ্রপ্রভা শইকীয়ানী

শ্ৰীমতী ৰুণু বৰুৱা

চন্দ্ৰপ্ৰভা শইকীয়ানী আছিল এনে এগৰাকী নাৰী, যি নাৰীয়ে যুগে যুগে কৈ আহিছে---

'নাৰী মই! প্ৰাণত জ্বলিছে মোৰ
তড়িৎ শক্তিৰ শিখা---চিৰ অনিৰ্বাণ।"
---নলিনীবালা দেবী



জন্ম ঃ ১৯০১ চন
মৃত্যু ঃ ১৯৭২ চন

নাৰী মুক্তি আন্দোলনৰ নেত্ৰী চন্দ্ৰপ্ৰভা শইকীয়ানী আছিল সঁচাকৈয়ে বিদ্ৰোহৰ বহ্নিশিখা, তেখেতক কোৱা হয় অগ্নিকন্যা বুলি। তেখেতৰ জীৱন কথা ৰক্ষণশীল সমাজৰ নাৰীৰ প্ৰতি থকা সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক অন্যায় অবিচাৰৰ বিৰুদ্ধে কৰা সংগ্ৰামৰ এক সুদীৰ্ঘ কাহিনী। অকল সেয়ে নহয়, সমাজৰ নিম্ন স্তৰত থকা সকলো মানুহৰে প্ৰতি আছিল তেখেতৰ জননীসুলভ স্নেহ আৰু মমতা। নাৰী মুক্তি আন্দোলনৰ নেত্ৰী চন্দ্ৰপ্ৰভা শইকীয়ানী আছিল সমাজসেৱিকা, সাহিত্যিকা আৰু স্বাধীনতা আন্দোলনৰ এগৰাকী নিৰ্ভীক যুঁজাৰু। সমাজ সংস্কাৰৰ বহুতো কামত তেখেতে বৈপ্লৱিক ভূমিকা গ্ৰহণ কৰিছিল।

১৯০১ চনৰ ১৬ মাৰ্চ তাৰিখে কামৰূপ জিলাৰ দৌশিঙৰী নামে গাঁৱত চন্দ্ৰপ্ৰভা শইকীয়ানীৰ জন্ম হয়। তেখেতৰ পিতৃৰ নাম আছিল ৺ৰতিৰাম শইকীয়া আৰু মাকৰ নাম আছিল গঙ্গাপ্ৰিয়া শইকীয়া। পিতৃ-মাতৃ দুয়ো বৰ ধাৰ্মিক প্ৰকৃতিৰ লোক আছিল। সত্যনিষ্ঠতা আৰু নিৰ্ভীক মনোবৃত্তি চন্দ্ৰপ্ৰভা শইকীয়ানীৰো চৰিত্ৰৰ বৈশিষ্ট্য আছিল।

১৯১১ চনত তেখেতে প্ৰাইমেৰী স্কুলৰ শিক্ষা শেষ কৰে আৰু নিজ প্ৰতিভাৰ বাবে এটি ৰূপৰ পদক লাভ কৰে। উচ্চ শিক্ষাৰ বাবে ছোৱালীৰ তেতিয়া কোনো স্কুল নথকাত, তেখেত কৈঠালমাৰীৰ ল'ৰাৰ এম ভি স্কুলত ভৰ্তি হয়। এই স্কুলখন তেওঁলোকৰ গাঁৱৰ পৰা বহুতো দূৰত হোৱা বাবে চন্দ্ৰপ্ৰভা আৰু তেওঁৰ ভনীয়েক ৰজনী প্ৰভাই স্কুললৈ সদায় এটা জুৰি পাৰ হৈ আহিব লগাত পৰিছিল। ভাগ্যই এই সময়ত চন্দ্ৰপ্ৰভাক সহায় কৰে। এই সময়তে স্কুল ইন্সপেক্টৰ ৺নীলকান্ত বৰুৱাদেৱে স্কুল পৰিদৰ্শন কৰিবলৈ আহে আৰু এই ভগ্নীদ্বয়ৰ মেধাশক্তিৰ বিষয়ে অৱগত হৈ নগাঁৱৰ মিছন স্কুলত পঢ়িবলৈ বৃত্তি দান কৰে।

চন্দ্ৰপ্ৰভাৰ বিদ্ৰোহ এই স্কুলতে প্ৰথমে আৰম্ভ হয়। এই মিছন স্কুলখনত দূৰণিৰ গাঁও এখনৰ এজনী দুখীয়া হিন্দু ছোৱালীয়ে পঢ়িছিল। এই ছোৱালীজনীক স্কুলৰ চুপাৰিনটেনডেন্টে ধৰ্ম সলাবলৈ কৈছিল। ছোৱালীজনীয়ে খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰিবলৈ মান্তি নোহোৱাত শাস্তি স্বৰূপে তেওঁক এটা গুদাম ঘৰত থাকিবলৈ বাধ্য কৰা হৈছিল। চন্দ্ৰপ্ৰভাই এই অন্যায় সহ্য কৰিব নোৱাৰিলে। তেখেতে সহপাঠিনীসকলক সংঘ-বদ্ধ কৰি এই অন্যায়ৰ বিৰুদ্ধে দুৰ্ঘোৰ প্ৰতিবাদ জনালে। ইয়াৰ ফলস্বৰূপে চুপাৰিনটেনডেন্টে মিছ লগে ছোৱালীজনীক পুনৰ হোষ্টেলত ঠাই দিবলৈ বাধ্য হ'ল।

অতি কম বয়সতে তেখেত নিজ গাঁৱৰ ওচৰৰ 'অকয়া'ত এখন স্কুল স্থাপনত বিশেষ সহায়ক হৈছিল। পিছত তেখেত তেজপুৰৰ এখন এম, ভি স্কুলত প্ৰধান শিক্ষয়িত্ৰী হৈছিলগৈ।

১৯১৮ চনত তেজপুৰত অসম ছাত্ৰ সন্মিলনৰ সভা অনুষ্ঠিত হৈছিল। এই সময়ত পুৰুষ-শাসিত সমাজখনত তিৰোতাৰ স্থান বহুতো তলত আছিল। এই সভাত চন্দ্ৰপ্ৰভাই সাহসেৰে কানি খোৱাটো নিষিদ্ধ কৰিবলৈ দাবী তুলিছিল। চন্দ্ৰপ্ৰভাৰ জীৱনত এই-টোৱেই আছিল প্ৰথম ৰাজহুৱা বক্তৃতা। আনহাতে এগৰাকী নাৰীৰ, পুৰুষপ্ৰধান সমাজত এইটো প্ৰথম বক্তৃতা।

চন্দ্ৰপ্ৰভাৰ বিবাহিত জীৱন নিচেই চমু আছিল। স্বনামধন্য সাহিত্যিক ৺দণ্ডিনাথ কলিতাদেৱৰ লগত তেওঁ গান্ধৰ্ব প্ৰথামতে বিবাহ পাশত আবদ্ধ হৈছিল। এই বিয়া অসবৰ্ণ বিবাহ হোৱা হেতুকে

সমাজৰ কৰ্ণধাৰসকলে তুমুল প্ৰতিবাদ জনালে। ইমান প্ৰতিবাদৰ বিৰুদ্ধেও কিন্তু চন্দ্ৰপ্ৰভা হিমালয়ৰ দৰে অচল-অটল হৈ থাকিল। তেখেতে নিজৰ জীৱন কাহিনীতো এইকথা সাহসেৰে লিখি সেই সময়ৰ অসমীয়া কাকতত প্ৰকাশ কৰিছিল।

সমাজৰ প্ৰতিবাদৰ ফলস্বৰূপে কলিতাদেৱে চন্দ্ৰপ্ৰভাক এৰি পুনৰ বিয়া কৰাবলৈ বাধ্য হ'ল আৰু স্বামীৰ এই বিবাহৰ পাছত চন্দ্ৰপ্ৰভাই তেওঁৰ এবছৰীয়া পুত্ৰ সন্তান অতুলক লৈ স্বামীগৃহ ত্যাগ কৰিলে। নিজৰ পৰিচয়েই যেন তেখেতৰ বাবে যথেষ্ট আছিল, সেয়ে তেখেতে নিজৰ উপাধি সলাই শইকীয়ানী কৰিলে। ইমানেই বলিষ্ঠ, আৰু সাহসী আছিল তেওঁৰ দৃষ্টিভঙ্গী।

১৯২৫ চনত নগাঁৱত উপন্যাস সম্ৰাট ৰজনীকান্ত বৰদলৈদেৱৰ পৌৰোহিত্যত অসম সাহিত্য সভা বহাৰ সময়ত আনসকলৰ লগত শইকীয়ানীও মঞ্চত বহিছিল। আন সকলো মহিলা সেই সময়ৰ প্ৰথামতে ওৰণিৰে আবৃত হৈ বাঁহৰ চিকৰ আঁৰত বহিছিল, যাতে পুৰুষসকলে তেওঁলোকক দেখা নাপায়।

এই দৃশ্য দেখাৰ পাছত চন্দ্ৰপ্ৰভাৰ মনত ভাব হ'ল এজাক জীৱ-জন্তুক এটা লোৰ গড়ালত যেন ভৰাই থোৱা হৈছে। যেতিয়া তেখেতৰ বক্তৃতাৰ পাল পৰিল, সিংহিনীৰ দৰে গৰ্জি নাৰীসকলক এই অন্যায়ৰ বিৰুদ্ধে বিদ্ৰোহ কৰি চিকৰ আঁৰৰ পৰা ওলাই আহিবলৈ চন্দ্ৰপ্ৰভাই আহ্বান জনালে। চন্দ্ৰপ্ৰভাৰ সেই আবেদন ইমানেই মৰ্মস্পৰ্শী আছিল যে সমবেত নাৰী সমাজে সেই বাঁহৰ বেৰা ভাঙি উন্মুক্ত প্ৰাঙ্গণত সূৰ্য্যস্নাতা হৈ থিয় দিলে। ক'বলৈ গলে সেইদিনাৰ পৰাই অসমত নাৰী সমাজৰ পৰদা-প্ৰথাৰ বিলুপ্তি ঘটিল।

১৯২৬ চনত তেখেতে অশেষ যত্ন কৰি অসম প্ৰাদেশিক মহিলা সমিতি স্থাপন কৰে। ইয়াৰ সম্পাদিকা ৰূপে অসমৰ গাঁৱে-ভুঞে ঘূৰি ইয়াৰ শাখা স্থাপন কৰে। তেখেতৰ সবল নেতৃত্বৰ ফলস্বৰূপে অসমৰ কেইবাগৰাকীও নেত্ৰীস্থানীয় মহিলা অন্তঃপুৰৰ পৰা বাহিৰলৈ ওলাই আহি গোটেই অনুষ্ঠানটোকে নিজৰ সন্তানৰ দৰে তুলি তালি ডাঙৰ কৰে।

আজি অসম প্ৰাদেশিক মহিলা সমিতিয়ে গাঁৱে-ভুঞে ইয়াৰ শাখা-প্ৰশাখা বিস্তাৰ কৰি সগৌৰৱে এটি গণতান্ত্ৰিক অনুষ্ঠানৰূপে মূৰ

তুলি থৈয় দি আছে। এইটো সম্ভৱ হৈছে কেৱল চন্দ্ৰপ্ৰভা শইকীয়ানীৰ বাবে। শৃঙ্খলিত, পৰাধীন, অৱহেলিত নাৰী সমাজৰ দিগন্তত ধ্ৰুৱ-তৰাৰ দৰে আবিৰ্ভাৱ হৈ তেখেতে বাট দেখুৱালে পৰাধীন অসমৰ নাৰী সমাজক। তেখেতে ১৯৬৩ চনলৈকে প্ৰাদেশিক মহিলা সমিতিৰ সম্পাদিকাৰ বাব লৈ যথেষ্ট দক্ষতাৰে কাম চলাইছিল, পিছত তেখেতে সমিতিৰ সভানেত্ৰীৰ পদত অভিষিক্তা হয়। ইয়াৰ পাছত শইকীয়ানী স্বাস্থ্যজনিত কাৰণত ১৯৬৯ চনত সেই পদৰ পৰা অৱসৰ লৈ উপদেষ্টা ৰূপে শেষ সময়লৈকে সমিতিৰ কামৰ লগত জড়িত হৈ আছিল।

চন্দ্ৰপ্ৰভাই সম্ভৱতঃ প্ৰথম অসমীয়া মহিলা যি গৰাকীয়ে যাতায়ত সুবিধাৰ কাৰণে বাই-চাইকেল ব্যৱহাৰ কৰিছিল। আজিৰ দিনত সম্ভৱ হলেও সেই দিনত ভাবিব নোৱাৰা কথা আছিল যে এগৰাকী মহিলাই চাইকেল চলাই দূৰদূৰণিৰ গাঁৱৰ দুখীয়া ৰাইজৰ মঙ্গলৰ কাৰণে কাম কৰি ফুৰিছিল। কিন্তু চন্দ্ৰপ্ৰভাই সেইটো কামও কৰিছিল।

১৯২১ চনত চন্দ্ৰপ্ৰভাৰ, তেজপুৰত মহাত্মা গান্ধীৰ সৈতে সাক্ষাত হয়। গান্ধীজীৰ ব্যক্তিত্বৰ দ্বাৰা তেওঁ বিশেষ ভাবে প্ৰভাৱিত হয় আৰু অসহযোগ আন্দোলনত যোগদান কৰে। ১৯২৬ চনত অসম প্ৰাদেশিক মহিলা সমিতি প্ৰতিষ্ঠা হোৱাৰ পাছত, চন্দ্ৰপ্ৰভা শইকীয়ানীৰ নেতৃত্বত মহিলা সমিতিয়ে নাৰী সমস্যাসমূহৰ প্ৰতি মনোযোগ দিয়াৰ বাহিৰেও গান্ধীজীৰ গঠনমূলক কাম, অস্পৃশ্যতা নিবাৰণ, খাদী প্ৰচলন, বাল্যবিবাহ বন্ধ আদি কামৰ আঁচনি হাতত লয়। শই-কীয়ানীয়ে ১৯২২ চনতে তেওঁৰ চাকৰি ত্যাগ কৰি স্বাধীনতা আন্দোলনত সক্ৰিয় ভাবে জড়িত হৈ পৰে। গান্ধীজীৰ বিদেশী কাপোৰ বৰ্জনৰ আহ্বানৰ সময়ত শইকীয়ানীয়ে প্ৰথমেই খদ্দৰ কাপোৰ পৰিধান কৰিবলৈ আৰম্ভ কৰে।

১৯২৯ চনৰ শেষৰ ফালে গান্ধীজীৰ নেতৃত্বত আইন অমান্য আন্দোলন আৰম্ভ হয়। চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে তাত যোগদান কৰি, কেইবাখনো জিলাত আন্দোলন চলাই ফুৰাৰ ফলত ১৯৩০ চনৰ শেষৰ ফালে তেখেতে কাৰাবৰণ কৰে আৰু তেখেতক ডেৰবছৰ কাল কাৰাদণ্ড দিয়ে। ১৯৩০ চনতে শইকীয়ানীয়ে নবীনচন্দ্ৰ বৰদলৈ হলত তেখেতৰ প্ৰথম ৰাজনৈতিক বক্তৃতা দিয়ে। 'আৰউইন চুক্তি' অনুসৰি ৯ মাহ কাৰাবাস খটাৰ পিছতে তেখেতে মুক্তি লাভ কৰে। ভাৰতৰ

স্বাধীনতা আন্দোলনৰ শেষ পৰ্য্যায়, ১৯৪২ চনৰ আন্দোলনতো তেখেতে যোগদান কৰি ৩ মাহ কাৰাবাস খাটিছিল।

কাৰাগাৰৰ বাহিৰত থকা সময়ছোৱাত তেখেতে ৰাইজৰ পৰা টকা-পইচা তুলি জেলৰ ভিতৰত থকা নেতাসকলৰ পৰিয়ালবৰ্গক সহায় কৰিছিল আৰু কৰ্তৃপক্ষৰ অনুমতিক্ৰমে ৰাজনৈতিক বন্দী-সকলক চাবোন, তেল আৰু আঠুৱা আদিৰ যোগান ধৰিছিল।

১৯৪৮ চনত, গান্ধীজীৰ মৃত্যুৰ অষ্টম দিনা, ৬ ফেব্ৰুৱাৰীত চন্দ্ৰপ্ৰভা শইকীয়ানীৰ নেতৃত্বত আৰু অসম প্ৰাদেশিক মহিলা সমিতিৰ যত্নত হাজোৰ 'হয়গ্ৰীৱ মাধৱ' মন্দিৰৰ দুৱাৰ জাতি-বৰ্ণ নিৰ্বিশেষে সকলো লোকলৈকে মুকলি কৰি দিয়া হয়। আজীৱন সমাজ আৰু দেশৰ বাবে কৰা অলেখ কামৰ ভিতৰত এইটো তেখেতৰ বিশেষভাৱে উল্লেখ কৰিবলগীয়া কাম।

সেই সময়ৰ পূৱ পাকিস্তান, বৰ্তমানৰ বাংলা দেশৰ পৰা মানুহৰ যি অবাধ প্ৰব্ৰজন হৈছিল, তালৈ আশঙ্কা কৰি শইকীয়ানীয়ে অসমীয়া জাতিৰ অস্তিত্ব যে বিপন্ন হ'ব, সেই কথা ভৱিষ্যতবাণী কৰিছিল। ভাষা আন্দোলনতো সক্ৰিয় ভূমিকা লৈ প্ৰমাণ কৰিছিল কিমান নিঃস্বাৰ্থ আছিল তেখেতৰ দেশপ্ৰেম। চন্দ্ৰপ্ৰভা শইকীয়ানীৰ জীৱনৰ আন এটি উল্লেখনীয় দিশ হ'ল তেখেত এগৰাকী সুলেখিকা আছিল। ৰাজ-নৈতিক জীৱন আৰু সামাজিক জীৱনৰ ব্যস্ত মুহূৰ্তবোৰত কেতিয়াবা অলপমান আজৰি পালেই তেখেতে হাতত কলম তুলি লৈছিল। প্ৰবন্ধ, কবিতা, নাটক, উপন্যাস সকলোতে তেখেতৰ অলপ নহয় অলপ অৱদান আছে। তেখেতৰ 'পিতৃ-ভিটা' নামৰ উপন্যাসখনি স্বাধীনোত্তৰ যুগৰ মহিলাৰ কলমৰ পৰা ওলোৱা এখন উল্লেখযোগ্য উপন্যাস। এই উপন্যাসখনিয়ে পঢ়ুৱৈ সমাজৰ পৰা যথেষ্ট স্বীকৃতি পাইছিল। সমাজৰ অন্যায় অবিচাৰৰ বিৰুদ্ধে তেওঁৰ স্বামী দণ্ডিনাথ কলিতাই লেখিছিল 'সাধনা' নামৰ উপন্যাসখনি আৰু তেখেতে লেখিছিল 'পিতৃ-ভিটা' নামৰ উপন্যাস এখনি। কেৱল যদি সাহিত্য সাধনাই তেখেতৰ জীৱনৰ ব্ৰত হ'লহেঁতেন, তেন্তে এই কথা নিঃসন্দেহে ক'ব পাৰি যে তেখেতৰ কলমত ওলালহেঁতেন কালজয়ী উপন্যাস। বঙ্গদেশৰ অনুৰূপাদেবী, বৰ্তমান যুগৰ আশাপূৰ্ণা দেবীৰ দৰে তেখেতৰ কলমতো আছিল ক্ষুৰধাৰ শক্তি। কিন্তু চন্দ্ৰপ্ৰভা শইকীয়ানীৰ প্ৰতিভা কেৱল

সাহিত্যতে আৱদ্ধ নাছিল। সামাজিক আৰু ৰাজনৈতিক জীৱনৰ লগত তেখেত ইমানেই ওতঃপ্ৰোত ভাবে জড়িত আছিল যে সাহিত্য কৰ্মৰ প্ৰতি সেৱা আগবঢ়াবলৈ তেখেতে অতি কম সময়, সুযোগ পাইছিল।

'পিতৃ-ভিটা' উপন্যাসৰ বাহিৰেও স্কুলীয়া ল'ৰা-ছোৱালীৰ বাবে তেখেতে তিনিখন পাঠ্যপুথি প্ৰকাশ কৰিছিল। ১৯৬৯ চনত "মহাত্মা গান্ধীৰ শেষ কথা" (প্ৰাৰ্থনা বচন) নামৰ পুথিখন তিনি ভাগত অনুবাদ কৰি প্ৰকাশ কৰিছিল। ইয়াৰ প্ৰথমখনৰ পাতনিত তেখেতে লেখিছিল—

"ভগবানক ধন্যবাদ যে ৰাষ্ট্ৰপিতা মহামানব মহাত্মা গান্ধীৰ জন্ম-শতবাৰ্ষিকীৰ দুই অক্টোবৰ পবিত্ৰ জন্ম দিবসৰ দিনাখনেই যুগ পুৰুষ গৰাকীৰ জীৱনৰ শেষত পোৱা দুখ-বেদনা ভৰা জীৱনৰ মৰ্মব্যথাৰে কোৱা সেই সাহৰ ভাষণখিনি ভক্তিৰ অৰ্ঘ্য হিচাপে ৰাইজৰ আগত মাতৃভাষাত উলিয়াই দিবলৈ সমৰ্থ হলো।"

তেখেতে লিখা আনকেইবাখনো কিতাপ অপ্ৰকাশিত হৈ আছে বুলি জনা যায়। এই অপ্ৰকাশিত কিতাপবোৰৰ ভিতৰত "এৰি অহা দিনবোৰ" আৰু "অপৰাজিতা" উল্লেখযোগ্য। অসম প্ৰাদেশিক মহিলা সমিতিৰ পৰা ওলোৱা 'অভিযাত্ৰী" নামৰ মাহেকীয়া আলোচনী এখনৰো তেখেত সম্পাদিকা আছিল। সেই আলোচনীখন অৱশ্যে পিছলৈ বন্ধ হৈ যায়। মৃত্যুৰ সময়লৈকে তেখেতে অসমীয়া বাতৰি কাকত 'দৈনিক অসম', 'অসম বাণী', 'নতুন অসমীয়া', 'অসম বাতৰি' 'নীলাচল' আদিত প্ৰবন্ধপাতি প্ৰকাশ কৰি আছিল। তেখেতে অশেষ যত্ন কৰি 'অসম প্ৰাদেশিক মহিলা সমিতিৰ ইতিবৃত্ত' নামৰ এখন আলোচনী উলিয়াই সমিতিক দি থৈ যায়। সেই আলোচনীত তেখেতে মহিলা সমিতিৰ জন্ম বৃত্তান্ত আৰু ইতিবৃত্তৰ সম্যক ৰূপে আলোচনা কৰিছে।

১৮ বছৰ বয়সৰ পৰাই আৰম্ভ কৰা, অদম্য উৎসাহী, বিপ্লৱী চন্দ্ৰপ্ৰভাৰ সামাজিক আৰু ৰাজনৈতিক কামক স্বীকৃতি দি ভাৰত চৰকাৰে তেখেতক ১৯৭২ চনত পদ্মশ্ৰী উপাধিৰে ভূষিত কৰে। দুখৰ বিষয় যে সম্মানদানৰ সেই সমাৰোহত অসুস্থতাৰ কাৰণে তেখেত উপস্থিত থাকিব পৰা নাছিল। সেইদিনাই, ১৬ মাৰ্চ, ১৯৭২ চন। অসমীয়া নাৰীৰ গৌৰৱ চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে কৰ্মজীৱনৰ পৰা মেলানি মাগি অনন্ত ধামলৈ গতি কৰে।

চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে গোটেই জীৱন ত্যাগ আৰু সংগ্ৰামৰ মাজেৰে অতিবাহিত কৰি গ'ল। তেখেতে যেনেকৈ পৰদা-প্ৰথা বিলুপ্ত কৰিলে, তেনেকৈয়ে বাল্যবিবাহ, বেশ্যাবৃত্তি নিৰোধ, মহিলাৰ বাবে উচ্চশিক্ষাৰ সুবিধা আদিৰ বাবে সংগ্ৰাম কৰি গ'ল। অসম প্ৰাদেশিক মহিলা সমিতিৰ জৰিয়তে তেখেতে এখন অনাথ আশ্ৰম স্থাপন কৰিছিল। এই আশ্ৰমখনে আজিলৈকে বহুতো নিৰাশ্ৰয়া ৰমণীক আশ্ৰয় আৰু সংস্থান যোগাই আহিছে। নাৰীক স্ব-মৰ্য্যাদাত প্ৰতিষ্ঠা কৰিবলৈ চন্দ্ৰপ্ৰভা শইকীয়ানীয়ে অহোপুৰুষাৰ্থ কৰিছিল। অন্তৰৰ উজ্জ্বল শক্তিৰে দীপ্তময়ী চন্দ্ৰপ্ৰভা শইকীয়ানী আজি আমাৰ মাজত নাই, কিন্তু তেখেতৰ অসীম মনোবল, নিৰ্ভীকতা, দেশ প্ৰেম আৰু সমাজ সেৱাৰ উজ্জ্বল নিদৰ্শন সকলোৰে বাবে আদৰ্শ হৈ আমাৰ মাজত ৰৈ গ'ল। ●●

# ৰাসেশ্বৰী খাটনিয়াৰ

শ্ৰীমতী স্বৰ্ণ শইকীয়া



জন্ম ঃ ১৯০২ চন
মৃত্যু ঃ ১৯৮২ চন

১৯২৬ চনত, অসম সাহিত্য সভাৰ ধুবুৰী অধিৱেশনত সভাপতি বেণুধৰ ৰাজখোৱাই ভাষণ প্ৰসঙ্গত কৈছিল—"আমি যিকালত কলিকতাত পঢ়িছিলোঁ, সেইকালৰে সৈতে ৰিজালে অসমীয়া সাহিত্যৰ যে আশাতীত উন্নতি হৈছে, সেইটি দেখা কথা। সিদিনা ডিব্ৰুগড়ত শঙ্কৰদেৱৰ তিথিত এগৰাকী অসমীয়া ভদ্ৰমহিলাই হেজাৰ দৰ্শকৰ আগত বক্তৃতা দিছিল। এনে কাৰ্য্য সম্ভৱপৰ হ'ব বুলি ১০ বছৰৰ আগেয়ে কোনে ভাবিব পাৰিছিল ?"

সাহিত্য সভাৰ সভাপতি গৰাকীয়ে কোৱা এইষাৰি কথাৰ পৰাই এই শতিকাৰ ১ম আৰু ২য় দশকত অসমীয়া মহিলাৰ শিক্ষা দীক্ষাৰ স্বৰূপ কেনে আছিল সেয়া অনুমান কৰি ল'ব পাৰি। সেই অনুমানেৰেই ৺ৰাসেশ্বৰী খাটনিয়াৰৰ কথা ভাবিলে আৰু গোলাঘাটৰ নিচিনা সৰু ঠাই এডোখৰত থাকি সাহিত্য-সংস্কৃতিৰ বিকাশত অৰিহণা যোগোৱা মহিলাৰ কথা ভাবিলে স্বাভাৱিকতেই মূৰ দোঁ খাই যাব খোজে।

গোলাঘাট নগৰৰ ধনশিৰিৰ পাৰত ১৯০২ চনত ৰাসেশ্বৰী খাটনিয়াৰৰ জন্ম হয়। স্ত্ৰী শিক্ষাৰ একেবাৰেই প্ৰভাৱ নথকা যুগত

গোলাঘাটৰ উদয়গাঁও পঢ়াশালীত ৰাসেশ্বৰী খাটনিয়াৰে প্ৰাইমেৰী শিক্ষা সাং কৰিছিল আৰু তাৰ পিছত ঘৰতে হিন্দী, সংস্কৃত আদি শিকিবলৈ লৈছিল। হিন্দীত তেখেতে কোবিদ উপাধীও লাভ কৰিছিল।

মহিলা কবি যমুনেশ্বৰী খাটনিয়াৰ ৰাসেশ্বৰী খাটনিয়াৰৰ বায়েক আছিল। দুয়ো গৰাকীৰে পিতৃৰ নাম আছিল ৺ভদৰাম শইকীয়া আৰু মাতৃ আছিল গৌৰী শইকীয়া। প্ৰহসন ৰচনা কৰি নিজক প্ৰতিষ্ঠা কৰা নাট্যকাৰ ৺সুৰেন্দ্ৰনাথ শইকীয়া আছিল ৰাসেশ্বৰী খাটনিয়াৰৰ ভায়েক।

এই পৰিয়ালটোৱে ঘৰতে 'জুৰণি চ'ৰা' নামৰ অনুষ্ঠান এটা পাতি লৈছিল। আৰু এই 'জুৰণি চ'ৰা'ত কবিতা আবৃত্তি, গীত আৰু বিভিন্ন বিষয়ৰ আলোচনা চলিছিল। ইয়াৰ সদস্য আছিল ঘৰৰ লোক সকলেই; আৰু এই চ'ৰাৰ সম্পাদিকা আছিল ৰাসেশ্বৰী খাটনিয়াৰ (তেতিয়া ৰাসেশ্বৰী শইকীয়া)।

হিন্দীৰ উপৰিও ৰাসেশ্বৰী খাটনিয়াৰৰ সংস্কৃত ভাষাতো দখল আছিল। তেখেতে সংস্কৃত ভাষাত লেখা বিভিন্ন স্তোত্ৰসমূহ আওৰাইছিল আৰু ঘৰতে খুলি লোৱা 'জুৰণি' চ'ৰাত এইবিলাক আলোচনা কৰিছিল। তদুপৰি ৰাসেশ্বৰী খাটনিয়াৰে ঘৰতে লাইব্ৰেৰী এটা পাতি লৈছিল। এই লাইব্ৰেৰীত বিভিন্ন পদপুথি, বাঁহী আলোচনী, কলিকতাৰ পৰা প্ৰকাশ হোৱা বঙাসী আলোচনী পৰ্য্যন্ত ৰখা হৈছিল। আৰু এই কাকত-আলোচনীত প্ৰকাশ হোৱা বিষয়বস্তুক লৈ আলোচনা কৰা হৈছিল। সেই সময়ত দ্বাৰিকানাথ মিশ্ৰ নামৰ এগৰাকী সংস্কৃত পণ্ডিতৰ ঘৰত 'সন্তাৱলী' নামৰ গুৰু-চৰিত এখন হাতেলেখা অৱস্থাত আছিল। হাতেলেখা এই 'সন্তাৱলী' ৰাসেশ্বৰী খাটনিয়াৰে টুকি লৈছিল আৰু ঘৰত তাৰ চৰ্চা কৰিছিল।

বজালীৰ ৺ভৈৰৱচন্দ্ৰ খাটনিয়াৰে প্ৰথমতে ৰাসেশ্বৰী খাটনিয়াৰৰ বায়েক যমুনেশ্বৰী খাটনিয়াৰক বিয়া কৰাইছিল। কিন্তু যমুনেশ্বৰী খাটনিয়াৰৰ মৃত্যুৰ পিছত তেখেতে ভনীয়েক ৰাসেশ্বৰী খাটনিয়াৰক বিবাহ কৰায়। ভৈৰৱ খাটনিয়াৰে গোলাঘাট গৱৰ্ণমেণ্ট বেজবৰুৱা হাইস্কুলত শিক্ষকতা কৰিছিল। তেখেত সাহিত্যৰ প্ৰতি একান্ত অনুৰাগী লোক আছিল। এই গৰাকী স্বামীৰ প্ৰেৰণাই যমুনেশ্বৰী খাটনিয়াৰ আৰু ৰাসেশ্বৰী খাটনিয়াৰ দুয়ো গৰাকীকে অনুপ্ৰাণিত কৰিছিল, আৰু অসমীয়া সাহিত্যৰ 'জোনাকী যুগ'ৰ শেষৰ ফালে

দুয়োগৰাকীয়ে কবিতা লেখিবলৈ লয়। যমুনেশ্বৰী খাটনিয়াৰৰ 'অৰুণ' নামৰ এখন কবিতাৰ পুথিও প্ৰকাশ হৈছিল। ডঃ সত্যেন্দ্ৰনাথ শৰ্মাই 'অসমীয়া সাহিত্যৰ ইতিবৃত্ত'ত লেখিছে, "মহিলা কবিৰ ভিতৰত ৰাসেশ্বৰী খাটনিয়াৰ আৰু যমুনেশ্বৰী খাটনিয়াৰৰ নাম উল্লেখযোগ্য।"

বিয়াৰ পিছত ৰাসেশ্বৰী খাটনিয়াৰ স্বামী ভৈৰৱ খাটনিয়াৰৰ বজালীৰ ঘৰত থাকিবলৈ লৈছিল। ১৯৩১ চনত ভৈৰৱ খাটনিয়াৰৰ মৃত্যু হয়। বজালীত ৰাসেশ্বৰী খাটনিয়াৰে প্ৰায় ন বছৰ কাল শিক্ষয়িত্ৰীৰ কাম কৰিছিল। তাৰ পাছত পুনৰ গোলাঘাটত ষোল্ল বছৰ শিক্ষকতা কৰে। হিন্দী জনাৰ বাবে ৰাসেশ্বৰী খাটনিয়াৰে বৰ্তমানৰ দগুধৰ ছোৱালী হাইস্কুলত হিন্দী শিক্ষয়িত্ৰী হোৱাৰ সুবিধাও পাইছিল। সেই সময়তে তেখেতে গোলাঘাট মহিলা সমিতি, শিপিনী ভঁড়াল আদিৰ সম্পাদিকা আছিল। লগে লগে সাহিত্য সংস্কৃতিৰ চৰ্চাও তেখেতে অব্যাহত ৰাখিছিল। স্বামীৰ অবৰ্তমানত পুত্ৰদ্বয়, শ্ৰীশোভনচন্দ্ৰ খাটনিয়াৰ আৰু শ্ৰীবিজয়চন্দ্ৰ খাটনিয়াৰক মানুহ কৰাৰ সকলো দায়িত্ব তেখেতে মূৰ পাতি ললে।

ৰাসেশ্বৰী খাটনিয়াৰৰ ছপা পুথি প্ৰকাশ হোৱা নাছিল। তেখেতৰ লেখনী বিভিন্ন আলোচনীৰ পাতত সিঁচৰতি হৈ আছে।

১৯৮২ চনত গুৱাহাটীত ৰাসেশ্বৰী খাটনিয়াৰৰ মৃত্যু হয়। মৃত্যুৰ সময়লৈকে তেখেত গুৱাহাটীৰ কেইবাটাও ৰাজহুৱা অনুষ্ঠানৰ লগত জড়িত আছিল।

মৃত্যুৰ আগতে তেখেতে এটি মন্তব্যত কৈছিল যে—বৰ্তমান অসমৰ পৰিস্থিতি অতি শোচনীয়। অসম দেশ ৰক্ষা কৰিবলৈ হ'লে সকলোৱে নিঃস্বাৰ্থ ভাবে কাম কৰি যাব লাগিব। চলিত ৰাজনীতিৰ ওপৰত তেখেতৰ সমূলি বিশ্বাস নাছিল।

এই গৰাকী মহিলাই আত্মপ্ৰতিষ্ঠাৰ বাটত নিজকেই কবি হিচাপে, দেশপ্ৰেমিকা হিচাপে, হিন্দী প্ৰচাৰক হিচাপে, মহিলা সংগঠক হিচাপে তদুপৰি সমাজ সংস্কাৰৰ অগ্ৰণী মহিলা হিচাপে নিজৰ স্বকীয় মৰ্য্যাদা অক্ষুণ্ন ৰাখিছিল। ভৈৰৱ খাটনিয়াৰৰ "সেৱা" (কবিতাপুথি); যমুনেশ্বৰী খাটনিয়াৰৰ "অৰুণ" যেনেকৈ অসমীয়া সাহিত্যৰ একো একোটি তৰা স্বৰূপ, ঠিক সেইদৰে ৰাসেশ্বৰী খাটনিয়াৰৰ প্ৰসঙ্গত কবিগুৰু ৰবীন্দ্ৰনাথ ঠাকুৰৰ ভাষাৰেই ক'ব পৰা যায়—"তোমাৰ কীৰ্ত্তিৰ চেয়ে—তুমি যে মহৎ।"

স্বামীৰ মৃত্যুৰ পিছত ৰাসেশ্বৰী খাটনিয়াৰে হিন্দী প্ৰচাৰ কৰি জন-সাধাৰণৰ মাজত হিন্দীক জনপ্ৰিয় কৰি তুলিবৰ প্ৰয়াস কৰাৰ লগতে মহিলা সংগঠনৰ কামতো আত্মনিয়োগ কৰিছিল। '৪২ৰ বিপ্লৱত যেতিয়া দেশৰ শত সহস্ৰ লোক "কৰ্তব্য সাধিম কিম্বা অপিম জীৱন" বুলি ওলাই আহিছিল—সেই সময়ত ৰাসেশ্বৰী খাটনিয়াৰেও দেশৰ পৰা কানিৰ বৰবিহ আঁতৰাবলৈ অভিযানত আগভাগ লৈ দোকানে দোকানে পিকেটিং কৰি ফুৰিছিল। অকল পিকেটিং কৰাই নহয়—বিভিন্ন সংগঠন, সভা-সমিতিত ৰাসেশ্বৰী খাটনিয়াৰে সলসলীয়াকৈ ভাষণ দি সকলোকে আমোদ দিব পাৰিছিল।

শিক্ষাৰ ক্ষেত্ৰত পিছ পৰি থকা গোলাঘাট নগৰত একমাত্ৰ স্কুল প্ৰতিষ্ঠা (তেতিয়া) কৰিছিল যমুনেশ্বৰী খাটনিয়াৰে। যমুনেশ্বৰী খাটনিয়াৰৰ পিছত ৰাসেশ্বৰী খাটনিয়াৰে সেই স্কুল চলাবলৈ লয়। এইবিলাক দৃষ্টান্তই এই কথাই প্ৰমাণ কৰে যে 'অবলা' বুলি আখ্যা দিয়া নাৰীয়ে আত্মপ্ৰতিষ্ঠাৰ সংগ্ৰামত ব্ৰতী হলে—এদিন তাৰ সুফল ভোগ কৰিবলৈ পাবই। অসম সাহিত্য সভাৰ অন্য এগৰাকী সভাপতি শ্ৰীযজ্ঞেশ্বৰ শৰ্মাই "সাহিত্য সংস্কৃতিৰ প্ৰবাহ"ৰ এঠাইত লেখিছে—'যোৱা শতাব্দীত আৰম্ভ হোৱা ইংৰাজ শাসনলৈকে অসমত মধ্যযুগ বুলিব পাৰি।--পাশ্চাত্য জগতৰ সংস্পৰ্শত এই মধ্যযুগীয়া দৃষ্টিভঙ্গীৰ সলনি হৈ আহিল।---মানুহৰ মনে বহুত বাধা নিষেধ আৰু সংস্কাৰৰ পৰা মুকলি হৈ সদায় গছকি থকা এই পৃথিবী আৰু তাৰ অধিবাসী মানুহৰ প্ৰতি নতুন ধাৰণা পোষণ কৰিবলৈ লৈছে।" এই নতুন ধাৰণা পোষণ কৰাৰ সময়ত স্ত্ৰীশিক্ষাৰ কথা চিন্তা-চৰ্চা হে কৰা হৈছিল—তাক কাৰ্য্যক্ষেত্ৰত পৰিণত কৰিবলৈ আৰু কিছুদিন বাট চাবলগীয়া হ'ল। তেনে এটি দোধোৰ মোধোৰ অৱস্থাৰ মাজত ৰাসেশ্বৰী খাটনিয়াৰৰ নিচিনা মহিলাই যি ভূমিকা গ্ৰহণ কৰিলে—সেয়া এক বিস্ময়কৰ অভিজ্ঞতা, এক সবল পদক্ষেপ—এটা প্ৰত্যাহ্বান বুলি ক'লেও বঢ়াই কোৱা নহ'ব।

উনবিংশ শতিকাৰ ধামখুমীয়াত, অসমীয়া সাহিত্যৰ নবোন্মেষ চেতনাৰ কালছোৱাত ৺ৰাসেশ্বৰী খাটনিয়াৰৰ যি স্পৃহা, যি সজাগতা—সেয়া মহিলাসকলৰ বাবে অনুপ্ৰেৰণাৰ উৎস হৈ সদায় থাকিব। ●●

জীৱনীটো যুগুত কৰোতে শ্ৰীকেশৱ শইকীয়াই তথ্য পাতি গোটাই দি সহায় কৰাত তেখেতলৈ আমাৰ ধন্যবাদ জ্ঞাপন কৰিলো। —সম্পাদিকা

# কণকলতা চলিহা

শ্ৰীমতী মাধুৰী কলিতা চৌধুৰী



জন্ম ঃ ১৯০৩ চন
মৃত্যু ঃ ১৯৩৫ চন

১৯০৩ চনৰ অক্টোবৰ মাহৰ সাত তাৰিখে ধুবুৰী চহৰত কণকলতা চলিহাৰ জন্ম হয়। তেখেতৰ পিতৃ উত্তৰ গুৱাহাটীৰ পুৰণি বেজদলৈ ভগুৰী বৰুৱা বংশৰ বংশধৰ সঙ্গীতাচাৰ্য্য ৺লক্ষ্মীৰাম বৰুৱা আৰু মাতৃ ৺জাহ্নবী দেবী। ৺লক্ষ্মীৰাম বৰুৱাৰ পাঁচোটি সন্তানৰ ভিতৰত কণকলতায়েই নুমলীয়া। ডাঙৰ বায়েক ৺স্বৰ্ণলতা বৰুৱা, সৰু বায়েক ৺মাধবী লতা কটকী, বৰ ককায়েক স্বৰ্গীয় প্ৰফুল্লচন্দ্ৰ বৰুৱা, (প্ৰথম গ্ৰামোফোন ৰেকৰ্ডত অসমীয়া গীত গাওঁতা) সৰু ককায়েক স্বৰ্গীয় পৰশুৰাম বৰুৱা, (প্ৰথম অসমীয়া কথাছবি জয়মতীৰ গদাপাণি) আটাইৰে বৰ আদৰৰ ভনীয়েক আছিল কণকলতা বৰুৱা (চলিহা)।

অসমৰ সংগীতপ্ৰেমী ৰাইজৰ বাবে ৺লক্ষ্মীৰাম বৰুৱা অতি সুপৰিচিত। কণকলতা চলিহাৰ জন্মও সেইবাবে এক সংগীতমুখৰ পৰিবেশত। জন্মৰে পৰা যাৰ প্ৰাণত ধ্বনিত হৈছিল অপূৰ্ব সঙ্গীতৰ

মূৰ্চ্ছনা, এনে এক মধুৰ পৰিবেশত জন্ম লাভ কৰিও, নিয়তিৰ নিষ্ঠুৰ পৰিহাসত মাতৃস্নেহৰ পৰা বঞ্চিতা হ'ব লগা হয়, কণমানি শিশু কনকলতা।

সঙ্গীতাচাৰ্য্য লক্ষ্মীৰাম বৰুৱা আছিল গড়কাপ্তানি অফিচৰ কেচিয়াৰ। ১৯০৫ চনত তেখেতৰ পত্নী জাহ্নবী দেৱীৰ অকাল বিয়োগ ঘটাত, সুৰ-বলিয়া, আপোনভোলা ৺লক্ষ্মীৰাম বৰুৱাৰ মূৰত সৰগ ভাগি পৰিল। তেখেতে কণকলতাৰ সৈতে, পাঁচোটি মাতৃহাৰা শিশুক বুকুৰ মাজত লৈ দুবছৰীয়া ছুটিত জন্ম ঠাই উত্তৰ গুৱাহাটীলৈ উভতি আহে।

১৯০৭ চনত ৺লক্ষ্মীৰাম বৰুৱাই চাকৰি সংক্ৰান্তত তেজপুৰ চহৰলৈ বদলি হৈ আহিব লগা হয়। গতিকে কণকলতা চলিহাই শিক্ষা জীৱনৰ পাতনি মেলে বুৰঞ্জীপ্ৰসিদ্ধ তেজপুৰ চহৰতেই। সেই সময়ৰ তেজপুৰৰ পাঠশালা স্কুলৰ দ্বিতীয় শিক্ষয়িত্ৰী স্বৰ্গীয় ব্ৰহ্মানন্দ বৰকাকতীৰ পত্নী ৺টুলু বৰকাকতীৰ ওচৰতে প্ৰথম বৰ্ণ পৰিচয় ঘটে। ৺লক্ষ্মীৰাম বৰুৱাৰ পত্নীহাৰা সংসাৰত, বৰজীয়ৰী স্বৰ্ণলতা আৰু মাজু জীয়ৰী মাধবীলতাক এঘৰলৈ উলিয়াই দিয়াৰ পিছত, ন-বছৰীয়া কিশোৰী কনকলতাই, এই অকমানি সংসাৰখনৰ আঁত ধৰিবলৈ কিদৰে যত্ন কৰিছিল তাক বৰককায়েক ৺প্ৰফুল্লচন্দ্ৰ বৰুৱা-দেৱে এইদৰে প্ৰকাশ কৰিছিল—"ন-বছৰীয়া ভনীয়ে ভাত ৰান্ধিছিল। ৰন্ধা-বঢ়া কামত ময়ো অৱশ্যে সহায় কৰি দিছিলোঁ। ভনী সৰু ছোৱালী। অতি নিৰ্জু। কামতে লাগি থাকে।" যিটো বয়সত এজনী কিশোৰীয়ে ধূলি-বালি খেলি কটায়, সেই বয়সতে পিতৃৰ আঁত হেৰোৱা সংসাৰৰ আঁত ধৰিবলৈ আপ্ৰাণ চেষ্টা কৰিছিল কণকলতাই।

তেজপুৰৰ মোহনীয় প্ৰাকৃতিক পৰিবেশ আৰু গোহাঞিবৰুৱা, আগৰৱালা আদি কেইবাটাও সংস্কৃতিপ্ৰেমী পৰিয়ালৰ সৈতে ৺লক্ষ্মীৰাম বৰুৱাৰ পৰিয়ালৰ সৌহাৰ্দ্য গঢ়ি উঠাত, কণকলতাৰ শিশু প্ৰাণতো নানা স্বপ্নই দোলা দিয়ে। কিন্তু ভাগ্যবিধাতাৰ নিষ্ঠুৰ আঘাতক কোনেবা উপেক্ষা কৰিব পাৰিব? শিশুপ্ৰাণৰ সকলো স্বপ্ন থান-বান কৰি ১৯১৪ চনত লক্ষ্মীৰাম বৰুৱাদেৱ অকালতে আঁতৰি যায়। কণকলতাহঁতৰ সৰু সংসাৰখনিলৈ নামি আহে আঁউসীৰ আন্ধাৰ। ৺লক্ষ্মীৰাম বৰুৱাৰ আটাইবোৰ শুভাকাঙ্ক্ষী বন্ধু, [আত্মীয়-কুটুম্বই

আলচ কৰি, খিলঞ্জত থকা বাইদেৱেক স্বৰ্ণলতা আৰু ভিনিহিদেৱেক ভৈৰৱচন্দ্ৰ বৰুৱাৰ তত্বাৱধানত থাকি এই অসহায় শিশুকেইটিক পঢ়িবলৈ পঠিয়ায়।

খিলঙৰ লাবান স্কুলতে কণকলতা চলিহাৰ স্কুলীয়া শিক্ষা আৰম্ভ হয়। এইছোৱা কালতেই তেখেতৰ মাজত অন্তৰ্নিহিত হৈ থকা বহুমুখী প্ৰতিভাৰ বিকাশ ঘটে। মাথোঁ কিতাপৰ বিদ্যাই নহয়, সাহিত্য-সঙ্গীত, খেলা-ধূলা, শিল্প-কৰ্ম আদি নাৰী জীৱনৰ বিভিন্ন গুণৰে বিভূষিতা কণকলতা আছিল সকলো ফালেই আগৰণুৱা। তেখেতে কৈশোৰৰে পৰা কাম-কাজ, পঢ়া-শুনা ইমান নিয়াৰিকৈ কৰিছিল যে, ঘড়ীৰ কাটাৰ লগত তেখেতৰ কামৰ গতি সমানে চলিছিল। সদায় কামৰ তালিকা প্ৰস্তুত কৰিহে কাম আৰম্ভ কৰিছিল। সেইবাবেই তেখেতৰ সকলো কামেই আছিল পৰিপাটী।

সংগীতৰ প্ৰতি কণকলতা চলিহাৰ স্পৃহা বোধকৰো জন্মসূত্ৰেই পোৱা। তেখেতে বৰ শুৱলাকৈ বৰগীত আৰু পিতাক লক্ষ্মীৰাম বৰুৱাদেৱৰ গীত গাইছিল। তেখেতৰ বেহেলাৰ সুমধুৰ মূৰ্চ্ছনাই, পিতৃদেৱৰ দৰেই হেজাৰজনৰ প্ৰাণত হিল্লোল তুলিছিল। ১৯৪৬ চনত কলিকতাত হোৱা 'ৰায়টিঙ'ত কণকলতাৰ মৰমৰ বেহেলাখন ভাঙি চূৰ্ণ-বিচূৰ্ণ হয়।

১৯২০ চনত স্বনামধন্য ৺কালিপ্ৰসাদ চলিহাদেৱৰ বৰপুত্ৰ, অসমৰ সুযোগ্য সন্তান, বাৰিষ্টাৰ, লোকেল বৰ্ডৰ প্ৰথম ভাৰতীয় চেয়াৰমেন, লেজিছলেটিভ কাউন্সিলৰ সদস্য ৺তাৰাপ্ৰসাদ চলিহাদেৱৰ সৈতে কণকলতা বৰুৱাৰ (চলিহা) বিবাহ সম্পন্ন হয়। ঐতিহ্যমণ্ডিত চলিহা পৰিয়ালৰ তেৱেঁই প্ৰথমা বোৱাৰী। বিয়া হৈ আহিয়েই অকল নিজৰ সদাব্যস্ত স্বামীৰ আলপৈচান ধৰাই নহয়; এখন ভৰা সংসাৰৰ শাহু, দেওৰ, ননদ, ভাগিন-ভতিজা আটাইৰে মাজত মৰম আৰু আন্তৰিকতাৰে সোমাই পৰিছিল। আলহী-দুলহিৰতো কথাই নাই! কণকলতাই আটাইকে হাঁহি মুখেৰে সোধ-পোছ কৰিছিল। একেবাৰে সৰু দেওৰ ৺বিমলা প্ৰসাদ চলিহা তেতিয়া বাৰ বছৰীয়া ল'ৰা। তেখেতে ৺বিমলাপ্ৰসাদ চলিহাক বোপা বুলিহে মাতিছিল। মৰমেৰে নাখাওঁ বোলা বস্তুটো ইমান জুতি লগাকৈ ৰান্ধিছিল যে, ৺বিমলাপ্ৰসাদ চলিহাই গম নোপোৱাকৈ প্ৰায় খাইছিল আৰু পিছত

জানি ইস্-আঁস্ কৰিছিল। শাহু আই ৺নিকুঞ্জলতা চলিহাক ভক্তি-ভৰা সেৱা-শুশ্রূষা আগবঢ়াইছিল আৰু তেখেতৰ দিহা-পৰামৰ্শ মতেহে চলিছিল। গুৰুজনাৰ প্ৰতিও শ্ৰদ্ধা আছিল অসীম।

বিবাহিত জীৱনত তেখেত পাঁচোটি সন্তানৰ জননী হয়। প্ৰথমা কন্যা প্ৰতিভা চলিহা বি এ পাছ কৰাৰ পাছতে কলিকতাত ঢুকায়। প্ৰথম পুত্ৰ ৺দেৱব্ৰত চলিহা, বোৱাৰী হেমলতা ভেকা। মাজুপুত্ৰ সত্যব্ৰত চলিহা আৰু বোৱাৰী ৰূপকোঁৱৰ জ্যোতিপ্ৰসাদ আগৰৱালা-দেৱৰ বৰজীয়ৰী জয়শ্ৰী আগৰৱালা (চলিহা) সৰু জীয়ৰী ৰাজনীতি-বিদ্ বিপিনপাল দাসৰ পত্নী আৰতি চলিহা। একেবাৰে নুমলীয়া পুত্ৰ সন্তানটি জন্মৰ এমাহ পাছতে ঢুকায়।

অকল নিজৰ সন্তানকে নহয়, ভাগিন-ভতিজা ল'ৰা আটাইকে টেক্‌নিকেল স্কুলৰ শিক্ষক শ্ৰীযুত প্ৰভাত চাংকাকতিৰ দ্বাৰা পঞ্চম মানলৈকে ঘৰতে শিক্ষা দিছিল। ল'ৰা আৰু ছোৱালীৰ মাজত ভাগ নাৰাখি কাম-বন সমানে ভাগ কৰি দিছিল। ফুলনিৰ কাম কৰা, ঘৰ জাৰু দিয়া, জোতা চাফা কৰা, প্ৰয়োজনত মাছ-পাচলিও কটা, ৰাতিপুৱা শুই উঠি দাঁত-মুখ ধুই প্ৰাৰ্থনা কৰাৰে দিনটো আৰম্ভ কৰি, ৰাতি তেল-টেঙা ঘঁহি হাত-ভৰি ধুই ঈশ্বৰৰ নাম লৈ বিছনাত উঠা-লৈকে দৈনিক তালিকা মতেহে চলিব পাৰিছিল। তেখেতৰ শহুৰ-দেউতা ৺কালীপ্ৰসাদ চলিহাদেৱৰো আদৰ্শ আছিল ল'ৰা-ছোৱালী সমান। সেইবাবে তেখেতে 'টি-মন' চাহ বাগিছাখন ছোৱালীহঁতৰ নামত দিছিল। শহুৰ দেউতাৰ এই আদৰ্শকে কণকলতা চলিহায়ো সাৰোগত কৰিছিল। ল'ৰা-ছোৱালীৰ আহাৰৰ ভিতৰত গাখীৰ-কল ভাত আছিল প্ৰধান। 'বুলনি' নামাকৰণৰে আছুতীয়াকৈ থকা ৰান্ধনি-শালত ধোঁৱা নোহোৱাকৈ তৈয়াৰ কৰা চুলাত নানা ধৰণৰ জুতি লগা বস্তু ৰান্ধিছিল আৰু 'অভেন'ত কেক-বিস্কুট আদিও কৰি ল'ৰা-ছোৱালীহঁতক আছুতীয়াকৈ খাবলৈ দিছিল। কিয়নো সেই সময়ত ৰান্ধনি-শালত বহুতো বস্তু সুমুৱাটো নিষেধ আছিল। নিজৰ পুত্ৰ-কন্যা, ভাগিন-ভতিজাৰ উপৰিও চুবুৰীয়া ল'ৰা-ছোৱালীকো মাতি আনি ইংৰাজী-অসমীয়া গুমলা গীতবোৰ শিকাইছিল। বন কৰা মানুহক 'বন্ধুকাই' আদি নামেৰেহে মাতিব পাৰিছিল আৰু ল'ৰা-ছোৱালীহঁতক বন কৰা মানুহক কাম পাচিবলৈ নিদিছিল। 'আদৰমণি' নামৰ ঘাটমাউৰা

ছোৱালী এটিক এবাৰ জুয়ে পোৰোতে তেখেতে কি ধৰণে শুশ্রূষা কৰি আৰোগ্য কৰি ডাঙৰ-দীঘল কৰিলে আৰু সকলো কাম-কাজ শিকাই-মেলি উপযুক্ত কৰি ৰঘু মুৰাৰীলৈ বিয়া দিলে, তাক শুনিলেই তেখেতে কি ধৰণে মানব সেৱা কৰিছিল বুজিব পাৰি। ঘৰখনৰ এশ এটা লেঠা মাৰি তেখেতে দুই-তিনি ঘন্টাৰ বাবে সমাজৰ কামত ওলাই গৈছিল।

৺কণকলতা চলিহাই তেখেতৰ শাহু আই, অসমৰ এগৰাকী অগ্রণী মহিলা ৺নিকুঞ্জলতা চলিহা আৰু তেখেতৰ সহকৰ্মী এমুঠি উৎসাহী মহিলাৰ চেষ্টাত দিখৌৰ পাৰত গঢ়ি উঠা 'শিপিনী ভড়াল'ৰ প্রধান উদ্যোক্তা আছিল। 'শিপিনী ভড়াল' সম্পৰ্কে সেই সময়ৰ 'ঘৰ-জেউতি' আলোচনী আৰু বাতৰি কাকতত এইদৰে খবৰ ওলাই-ছিল—"শিৱসাগৰত মহিলা সমিতিয়ে এটি নাৰী শিল্প মন্দিৰ বা শিপিনী ভড়াল প্রতিষ্ঠা কৰিছে। যোৱা ১লা মে' তাৰিখে নাৰী শিল্প মন্দিৰৰ উন্মোচন কাৰ্য্য সুকলমে হৈ যায়। শিল্প মন্দিৰৰ উদ্দেশ্য সন্তোষজনক। এই প্রতিষ্ঠানে চিৰস্থায়ী হৈ দেশক যথেষ্ট সহায় কৰিব বুলি আশা কৰিব পাৰি।"

দুখীয়া ৰাইজৰ বাবে এইটো আছিল এটা 'বিক্রীকেন্দ্ৰ'। ৺হেমলতা বৰুৱা প্ৰমুখ্যে আমোলাপট্টিৰ গোটেইখিনি মহিলায়েই এই অনুষ্ঠানৰ সৈতে জড়িত আছিল। এই অনুষ্ঠানে তাঁত-সূত, বোৱা-কটা আদিৰ জৰিয়তে দুখীয়াজনক পেটৰ ভাত মোকলোৱাৰ সুবিধা দিয়াৰ উপৰিও, বিভিন্ন শিল্প-কৰ্ম, হাতে কৰা চিলাই, উলৰ কাম, কাৰচিপৰ কাম, দলিছা, জাম-জেলি, আচাৰ, আদি ৰুচি লগা নানা তৰহৰ খাদ্য-সামগ্ৰীও বিক্ৰীৰ বাবে উলিয়াই দি মহিলাসকলৰ প্রতিভা বিকাশৰ আৰু তাৰ মূল্যাঙ্কণ কৰিবলৈ সুযোগ দিছিল। ৺কণকলতা চলিহাৰ অপূৰ্ব হস্ত-শিল্পৰ নিদৰ্শন এতিয়াও তেখেতৰ ঘৰত দেখিলে তবধ মানিব লাগে।

১৯১০ চনৰ পৰা ১৯১৪ চনলৈ বিলাতত যি নাৰী জাগৰণৰ ঢৌ উঠিছিল তাৰ ঢৌৱে বিলাতত থকা সময়ত ৺তাৰাপ্ৰসাদ চলিহাদেৱৰ হৃদয়তো খুন্দিয়াইছিল। ৺তাৰাপ্ৰসাদ চলিহাদেৱৰ প্ৰেৰণাতে কণক-লতা চলিহা আৰু ডাঙৰ ননদ ৺কমলালয়া কাকতিৰ যুটীয়া সম্পা-দনাত মহিলাৰ প্ৰথম আলোচনী 'ঘৰ-জেউতি'ৰ জন্ম হয়। 'ঘৰজেউতি'

মহিলাসকলৰ মাহেকীয়া আলোচনী আছিল আৰু ৺তাৰাপ্ৰসাদ চলিহা, বাৰ-এট-ল আছিল প্ৰধান পৃষ্ঠপোষক। ৺কণকলতা চলিহাই মাথোঁ সম্পাদনা কৰাই নহয়; বুজন পৰিমাণৰ প্ৰবন্ধ-পাতি লেখি নাৰী সমাজৰ চকু মেল খোৱাবলৈ যত্ন কৰিছিল। প্ৰথম বছৰৰ প্ৰথম সংখ্যা ১৮৪৮-৪৯ শকত ওলায়।

ঘৰ জেউতিত দেশৰ প্ৰতি থকা কৰ্তব্য আছিল অতি গধুৰ। মাতৃজাতিক সকলোফালেই শিক্ষিতা কৰি এক মহান কৰ্তব্যত ৰত কৰাই আছিল 'ঘৰ জেউতি'ৰ প্ৰধান উদ্দেশ্য। ৰাজনৈতিক, সমাজ-নৈতিক, ধৰ্মীয়, পৰমাৰ্থিক সকলো দিশতে মাতৃজাতিৰ জ্ঞান-চক্ষু মুকলি কৰি এক নতুন সমাজ গঢ়াৰ বাটত অগ্ৰণী হ'বলৈ 'ঘৰ জেউতি'য়ে আশাশুধীয়া প্ৰচেষ্টা আগবঢ়াইছিল। মানসিক উন্নতিৰ লগতে যে শাৰীৰিক উন্নতিৰো একান্ত প্ৰয়োজন এই কথালৈ লক্ষ্য ৰাখিয়েই গল্প, প্ৰবন্ধ, কবিতা, পুথি সমালোচনা, হাঁহিৰ ৰহঘৰা, ৰন্ধা-বঢ়া আৰু সাময়িক জগতৰ উপৰিও যুগুতকৈ ৰাখিছিল 'স্বাস্থ্যৰ শিতান"। মাতৃ জাতিক এই শিতানে নানা উপদেশ দিয়াৰ উপৰিও আমাৰ নিচেই কাষতে পোৱা উপযোগী বনৌষধি, শাক-পাতে আমাৰ স্বাস্থ্য ৰক্ষাত কিদৰে সহায় কৰে—এই কথালৈও দৃষ্টিপাত কৰিছিল।

'ঘৰ জেউতি'ত প্ৰকাশিত প্ৰবন্ধপাতিৰ মাজেদি যদিও দেশবাসীৰ মনত ৰাজনৈতিক চেতনা জগাই তুলিবলৈ চেষ্টা কৰা হৈছিল—তাৰ মাজতেই স্ত্ৰীশিক্ষা, কুটীৰ শিল্প, বিধবা বিবাহ, নাৰী উন্নতিৰ বাবে সমিতি গঠন, আত্মনিৰ্ভৰশীলতা, জাতীয় চৰিত্ৰ গঠন আদি বিষয়-বোৰৰ ওপৰতো গুৰুত্ব দিয়া হৈছিল। মুঠতে 'ঘৰ জেউতি'ৰ প্ৰতিটো প্ৰবন্ধৰ উদ্দেশ্য আছিল মহৎ।

৺কণকলতা চলিহাই লিখা প্ৰবন্ধ-পাতিৰ ভিতৰত, সাময়িক জগৎ, ঘৰ-জেউতিৰ ভিতৰ চোতাল, নিখিল ভাৰত মহিলা সন্মিলনীৰ চমু বিবৰণী, পঞ্জাব কেশৰীৰ মহাপ্ৰয়াণ, স্বদেশী দিয়াচলাইৰ কাৰখানা, কংগ্ৰেছৰ বাতৰি, বিজ্ঞান সাধিকা, মাদাম কুৰী, বিপ্লৱ আন্দোলনত চীনা মহিলা (Vedah Jeanne Bardeux) আৰু বিলাতৰ ডাঃ মাৰউইচ ষ্টপচ্‌ৰ 'ফেমিলি ওৱেলফেয়াৰ'ৰ বিষয়ে লেখা প্ৰবন্ধই উল্লেখযোগ্য।

সেই সময়ত ডাঃ মাৰউইচৰ 'ফেমিলি ওৱেলফেয়াৰে' সমাজলৈ এক নতুন জাগৰণ আনিছিল।

সেই সময়ৰ শিৱসাগৰত ফুলেশ্বৰী স্কুলৰ প্ৰধান শিক্ষক ৺ৰাধিকা শৰ্মাই নাৰী সমাজক একত্ৰিত কৰাৰ মানসেৰে 'জয়মতী উৎসৱ' পতাৰ আঁচনি লৈছিল। এইক্ষেত্ৰত আগবাঢ়িবলৈ শাহু আই ৺নিকুঞ্জলতা চলিহায়েই কণকলতাক প্ৰেৰণা যোগাইছিল। কণকলতাৰ সহকৰ্মী ৰূপে আগবাঢ়ি আহিছিল চলিহা পৰিয়ালৰ আন এগৰাকী বোৱাৰী শ্ৰীযুতা সুপ্ৰভা চলিহা (তেখেত ৺পদ্মধৰ চলিহাদেৱৰ পত্নী) ঘৰ-জেউতি কাকতত এই উৎসৱৰ বিবৰণ এইদৰে ওলাইছিল—"১৮৫২ শকৰ ৯ এপ্ৰিল তাৰিখে জয়সাগৰৰ পাৰত সতী জয়মতীৰ বাৎসৰিক তিথি উৎসৱ ৰায়চাহেব শ্ৰীযুত পদ্মনাথ গোহাঞিবৰুৱাদেৱৰ সভাপতিত্বত অতি সমাৰোহেৰে সমাধা হয়।" ১৯২৮ চনৰ ১লা তাৰিখে যি জয়মতী উৎসৱ পতা হয়, সেই সভাত 'জয়সাগৰ'ক 'জয়সাগৰ তীৰ্থ' বুলিবলৈ প্ৰস্তাৱ লোৱা হয়। ৺কণকলতা চলিহা প্ৰমুখ্যে এদল মহিলাৰ ঐকান্তিক চেষ্টাত এই উৎসৱ সাফল্যমণ্ডিত হৈছিল।

কণকলতা চলিহা আৰু ডাঙৰ ননদ কমলালয়া কাকতি একে আদৰ্শৰে অনুপ্ৰাণিত আছিল। 'অসম মহিলা সন্মিলনী'ৰ দুয়ো সক্ৰিয় কৰ্মী হোৱাৰ উপৰিও কমলালয়া কাকতি এই সন্মিলনৰ যুটীয়া সম্পাদিকাও আছিল। জীউতৰা ভৰালী, যোগমায়া ফুকন আৰু শিৱসাগৰৰ ভালেমান মহিলাক কমলালয়া আৰু কণকলতাই এই সন্মিলনৰ জৰিয়তে উলিয়াই আনিছিল। সেই কালত অসমৰ নাৰী সমাজে সামাজিক, অৰ্থনৈতিক আৰু নানাধৰণৰ পীড়নৰ বলি হ'ব লগা হৈছিল। কমলালয়া কাকতিয়ে নাৰীমুক্তিৰ বাবে যি সংগ্ৰাম চলাইছিল, সেই সংগ্ৰামৰ জোৰ ধৰাত সহায় কৰিছিল ককায়েক ৺তাৰাপ্ৰসাদ চলিহা আৰু নবৌয়েক কণকলতা চলিহাই। মহিলা সমাজ উন্নত হলেহে সমাজৰ উন্নতি হ'ব এই উদ্দেশ্য সাৰোগত কৰিয়েই মহিলাসকলৰ মন শিক্ষাৰ প্ৰতি আকৃষ্ট কৰিবলৈ যত্ন কৰিছিল।

আমাৰ দেশত মহিলা চিকিৎসকৰ প্ৰয়োজনীয়তা উপলব্ধি কৰি তেখেতে নন্দেক ডাঃ নিৰ্মলা চলিহাক ডাক্তৰী পঢ়িবলৈ অনুপ্ৰেৰণা যোগাইছিল। কৈছিল—"মোৰ বাবে কিয় চিন্তা কৰিছা, মোৰ নিচিনা

হেজাৰজনীক ডাক্তৰী পঢ়ি তুমি সহায় কৰা।" ডাঃ নির্মলা চলিহা স্ত্রীৰোগ আৰু শিশু বিশেষজ্ঞ হোৱাৰ মূলতে নবৌয়েক কণকলতা চলিহাৰ অনুপ্রেৰণা বুলি তেখেতে শ্রদ্ধাৰে সোঁৱৰে।

দেশ-মাতৃৰ কর্তব্যৰ প্রতি তেখেত আছিল অধিক সচেতন। দেশৰ কর্তব্যৰ প্রতি অবহেলা কৰাজনক তেখেতে কোনোদিনেই ক্ষমা নকৰিছিল। ১৯৩০ চনৰ জুলাই মাহৰ সাত তাৰিখে শিৱসাগৰৰ পৰা সৰু ককায়েক ৺পৰশুৰাম বৰুৱাদেৱলৈ (৺ফুনু বৰুৱা) এইদৰে লেখিছিল, "সিদিনা ইয়াত ৰাতি ২॥০ বজাত ভূমিকম্প হৈছিল। মজলীয়া ধৰণৰ। মোৰ মনেৰে ডাঙৰ ভূইকঁপ এটাই গোটেই অসম-খন লুপ্ত কৰি দিলেও বেয়া নহয়। কিহৰ দৰকাৰ এনেকুৱা কানীয়া দেশৰ। ৰসতে নাম থৈ এনেকুৱা দৈৱ-দুর্ঘটনাত দেশ লোপ পালে ভালেই। তেহে যদি আমাৰ মানুহৰ চেতন হয়।"

১৯২৪/২৫ চনত পণ্ডিত মদন মোহন মালব্য ডাঙৰীয়াই তেখেত-সকলৰ শিৱসাগৰৰ মেলাচকৰৰ বাসভৱনলৈ আহিছিল। কণক-লতাৰ আতিথ্য আৰু প্রগতিবাদী চিন্তাধাৰাই তেখেতক মোহিত কৰিছিল।

১৯৩৪ চনত মহামানৱ মহাত্মা গান্ধী, মিৰাবেন, কৃষ্ণাবেন, অমৃত কউৰ, থাক্কৰ বাপা তেখেতসকলৰ শিৱসাগৰৰ ঘৰলৈ অহাৰ সময়ত কণকলতা চলিহা ৰোগশয্যাত। গান্ধীজী আৰু মিৰাবেনে নৱিয়া-পাটীতে তেখেতক দেখা কৰি আৰোগ্য কামনা কৰিছিল। কিন্তু নিয়তিৰ ইচ্ছা কোনে খণ্ডাব। ১৯৩৫ চনৰ জানুৱাৰী মাহৰ ১২ তাৰিখে মাঘ বিহুৰ উৰুকাৰ দিনা তেখেতৰ স্বামী, দুটি পুত্র, দুগৰাকী কন্যা, দুজন ককায়েক-বায়েক, ইষ্ট-কুটুম্বৰে সৈতে এটি বৃহৎ পৰিয়াল এৰি থৈ শিৱসাগৰীয়া ৰাইজকে নহয়, সমগ্র অসম-বাসীকে কন্দুৱাই, এই গৰাকী স্নেহময়ী, সদাহাস্যময়ী, শিৱসাগৰৰ ৰাইজৰ অতি আপোন 'বেৰিষ্টাৰনী নবৌয়ে' চিৰদিনলৈ চকু মুদিলে।

কর্মী লোকে এবছৰত কৰি থৈ যোৱা কাম, নিষ্কর্মা জনে এশ বছৰেও কৰা টান। কণকলতা চলিহাৰ জীৱন চুটি হলেও ই কর্মময় আৰু আদর্শনীয়। এনে জীৱন সঁচাকৈয়ে ধন্য। সকলো নাৰীৰ বাবেই অনুকৰণীয়।

শিৱসাগৰৰ বয়োবৃদ্ধা আইতা, একালত কণকলতা চলিহাৰ সহকৰ্মী, সুসাহিত্যিক ৺পদ্মধৰ চলিহাদেৱৰ পত্নী আৰু শ্ৰীযুত পৰাগ চলিহাদেৱৰ মাতৃ শ্ৰীযুতা সুপ্ৰভা চলিহাৰ মতে,—"কণকলতা চলিহাৰ দৰে আদৰ্শৰ বোৱাৰী শিৱসাগৰত সতকাই ওলোৱাটো টান। তেওঁৰ ৰূপ যেনে জাকত জিলিকা, গুণতো একাঠি চৰা।"



এই জীৱনীখন যুগুতাওঁতে শিৱসাগৰৰ যি কেইগৰাকী সদাশয় ব্যক্তিয়ে সহায় আগবঢ়ালে, তেখেত সকল হৈছে,—শ্ৰীযুতা ক্ষীৰদা কুমাৰী বৰুৱা, শ্ৰীযুতা সত্যব্ৰত চলিহা আৰু শ্ৰীযুতা জয়শ্ৰী চলিহা।) —সম্পাদিকা

# চশ্‌মে নূৰজাহান বেগম

শ্ৰীমতী আলিমুননিছা পিয়াৰ



জন্ম ঃ ১৯০৫ চন
মৃত্যু ঃ ১৯৭৩ চন

শান্তি, জিৰণি আৰু আনন্দৰ লীলাভূমি এখন ঘৰ। নাৰী তাৰ গৌৰৱময়ী অধিষ্ঠাত্ৰী। শক্তিময়ী নাৰীয়ে নিজৰ দায়িত্বপূৰ্ণ জীৱন-কালছোৱা যিদৰে পৰিচালনা কৰে, তাৰ ওপৰতে তেওঁৰ সাফল্য গৌৰৱ বা বিফলতা আৰু লাঞ্চনা সাব্যস্ত হয়। সৰ্বসাধাৰণ মানুহৰ এয়েই ধাৰণা।

মানসিক বিকাশ আৰু প্ৰতিভা স্ফুৰণৰ অনুকূল পৰিবেশৰ অভাৱত নাৰীয়ে সংকোচ আৰু নিজা অভিমত প্ৰকাশৰ ভীৰুতাৰে নিজক খৰ্ব কৰি পঙ্গু কৰি ৰাখিছে। বাধা-নিষেধৰ তৰ্জনী আঁৰত সাহস আৰু আনন্দৰ স্বতঃস্ফূৰ্ত আবেগিক প্ৰকাশ বন্ধ হৈ আছে। অথচ এখন দেশৰ সামাজিক জীৱনৰ উন্নতিৰ মানদণ্ড নিৰ্ণয় হয় সেই দেশৰ নাৰী প্ৰগতিৰ সঁচা মূল্যায়নত।

প্ৰচলিত এনেবোৰ ধ্যান-ধাৰণাৰ ক্ৰমাৎ অবলুপ্তি ঘটি আহিছে। নাৰীমুক্তিৰ উষাকালত ভবিষ্যত আশাৰ উজ্জ্বল ৰেঙনি ক্ৰমে স্পষ্টতৰ হৈ আহিছে। আজিৰ শিক্ষিতা নাৰীয়ে বিশ্বৰ বিভিন্ন মতবাদৰ লগত পৰিচিত হৈ বৃহত্তৰ মানৱতাবাদৰ ওপৰত সামাজিক ন্যায় আৰু এক সুষম সমাজৰ প্ৰতিষ্ঠাৰ বাবে সাজু হৈছে।

এই প্ৰস্তুতিৰ কালত ধৰ্মান্ধতা, উগ্ৰ জাতীয়তাবাদৰ বলি নহ'বলৈ নিজক মানসিকভাৱে সাজু কৰিবলৈ অৰ্থনৈতিক স্বাধীনতাৰ লগতে স্বকীয় চিন্তাৰ মুক্ত-স্ফুৰণৰ বাবে বৌদ্ধিক পৰিবেশৰো প্ৰয়োজন।

চিন্তাৰ স্বাধীনতা অক্ষুণ্ণ ৰখাৰ অধিকাৰ বৰ ডাঙৰ আশীৰ্বাদ। নাৰীয়ে এই অধিকাৰ লাভ নকৰিলে সামাজিক বা সাংস্কৃতিক চেতনা আধুনিক হ'ব নোৱাৰে। কুসংস্কাৰ, শিক্ষা সচেতনাৰ অভাৱ আৰু আৰ্থিক অস্বচ্ছলতা এইবোৰেই সাধাৰণতে স্ত্ৰীশিক্ষাৰ বাটত ডাঙৰ হেঙাৰ স্বৰূপ।

লগতে নিযুক্তিৰ ক্ষেত্ৰত মহিলাৰ বাবে সংৰক্ষিত পদৰ অভাৱ, স্বনিযুক্তিৰ ক্ষেত্ৰত আগ্ৰহ উৎপাদনমুখী শিক্ষা ব্যৱস্থাৰ অভাৱতো আছেই।

নিয়ন্ত্ৰিয়ে নাৰীক নিজৰ ভাগ্যৰ লগত যুঁজিবলৈ বিভিন্ন সময়ত বিভিন্ন ক্ষেত্ৰত বিভিন্ন শক্তিও দান কৰে। অসহায় খেলৰ পুতলা নহৈ শক্তিৰে, ধৈৰ্য্যেৰে অধ্যৱসায়েৰে সেয়েহে তেওঁলোকে জীৱনৰ যুঁজত পৰাজয় স্বীকাৰ নকৰি সাহস আৰু বুদ্ধিমত্তাৰ পৰিচয় দিয়ে। ৰাখি থৈ যায় অবিস্মৰণীয় আদৰ্শৰ স্বাক্ষৰ।

এনে এগৰাকী আদৰ্শনীয়া মহিলা আছিল আমাৰ অসমীয়া মুছলমান সমাজৰ আগৰণুৱা শিক্ষাব্ৰতী আৰু সাহিত্যিকা চৈয়দা নুৰজাহান বেগম।

ডিব্ৰুগড় চহৰৰ নতুন আমোলাপট্টিত তেওঁৰ জন্ম হয় ১৯০৫ চনৰ নৱেম্বৰ মাহৰ ২৬ (ছাব্বিশ) তাৰিখে। তেওঁৰ পিতৃ এজন ধৰ্মপ্ৰাণ মুছলিম ৺হাজী আকবৰ আলী। মাতৃ আছিল ৺উম্মে কুলচুম।

'জ্ঞান-মালিনী'ৰ কবি মফিজুদ্দিন আহমদ হাজৰিকাৰ মাজু বায়েক 'উম্মে কুলচুম'ৰ জীয়াৰী চৈয়দা নুৰজাহান বেগমে মাতৃকুলৰ পৰাই বোধহয় সাহিত্যৰ প্ৰেৰণা লাভ কৰিছিল।

লেখা পঢ়াত ভাল, আলোচনী আদিতো প্ৰবন্ধপাতি লেখা মেলাৰ অভ্যাস থকা এই মেধাৱী ছাত্ৰীগৰাকীয়ে কিন্তু হাইস্কুলৰ শেষৰখন ডেওনা চেৰাবলৈ নাপালে। সেই সময়ৰ প্ৰচলিত ৰীতি অনুযায়ী অলপ ডাঙৰ হলেই ৰক্ষণশীল সমাজে পৰ্দাপ্ৰথাৰ দোহাই দি বিদ্যা আৰ্জনৰ বাটতো বিধি-পথালি দিছিল। বেগমেও স্কুলীয়া শিক্ষাৰ অষ্টমমান শ্ৰেণীতে ওৰ পেলাবলগীয়া হৈছিল।

কিন্তু ছাত্ৰী অৱস্থাতে তেতিয়াৰ ডিব্ৰুগড় চহৰৰ উচ্চ ইংৰাজী বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী ৺হেমপ্ৰভা দাস, আৰু অন্যান্য শিক্ষয়িত্ৰী-

সকল ৺কুন্তী ফুকননী, ৺স্বৰ্ণলতা দত্ত আদিৰ প্ৰিয়পাত্ৰী হৈ উঠিছিল। আলোচনীত প্ৰকাশিত প্ৰবন্ধপাতিৰে সাহিত্য চৰ্চাত মনোনিবেশ কৰাত ডিব্ৰুগড়ৰ সুপ্ৰসিদ্ধ চাহ খেতিয়ক ৺প্ৰসন্নকুমাৰ বৰুৱা, তেখেতৰ ভ্ৰাতৃ ৺বসন্তকুমাৰ বৰুৱাৰ উপৰিও যোৰহাটৰ স্কুল পৰিদৰ্শক ৺দুৰ্গাধৰ বৰকটকী প্ৰমুখ্যে সদাশয় লোক আদিয়ে কিছু পুথিপত্ৰৰ যোগান ধৰি উঠি অহা সাহিত্যিকা চশ্‌মে নূৰ জাহান বেগমক উৎসাহ উদ্দীপনা যোগাইছিল। এই সঞ্জীবনীয়ে যথেষ্ট কাম দিছিল।

এনেয়েও সেই সময়ত মুছলমান ছোৱালীয়ে পঢ়াশুনাৰ ক্ষেত্ৰত আগবাঢ়িবলৈ, উচ্চ খাপলৈ উধাবলৈ বৰকৈ সা-সুবিধা নাপাইছিল। সাহিত্য চৰ্চাতো নিলগৰে কথা।

কিন্তু অষ্টমমান শ্ৰেণীলৈকে স্কুলীয়া শিক্ষা লাভ কৰা এই ছাত্ৰী-গৰাকীৰ বিদ্যা আৰ্জন আৰু সাহিত্য চৰ্চাৰ হেঁপাহ আছিল আশা-শুধীয়া। সেয়েহে এই তাকৰ সময়ছোৱাৰ ভিতৰতে তেওঁ অসমীয়া, বঙলা আৰু উৰ্দু ভাষাত পাৰদৰ্শিতা লাভ কৰিবলৈ সক্ষম হৈছিল।

১৯২১ চনত চশ্‌মে নূৰজাহান বেগমৰ বিয়া হয় ডিব্ৰুগড়ৰ এক সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান ৰিয়াজ উদ্দিন আহমদৰ লগত।

অসম কাউন্সিলৰ প্ৰথম সভাপতি ডিব্ৰুগড়ৰ ৺ফৈজনুৰ আলীৰ কনিষ্ঠ ভ্ৰাতৃ আছিল ৺ৰিয়াজ উদ্দিন আহমদ। কিন্তু এই সুখৰ সংসাৰ বৰ চমু দিনীয়া

অকালতে বিধবা হৈ ১৯২৯ চনত পাঁচোটি সন্তানৰ মাতৃ বেগমে সংসাৰৰ যুদ্ধক্ষেত্ৰত অৱতীৰ্ণ হয়। শিক্ষাই হ'ল তেওঁৰ বাটৰ সাৰথি, প্ৰদীপ শিখা।

তিনিচুকীয়াৰ বালিকা মধ্য ইংৰাজী স্কুল এখনত (য'ত 'ক'মান শ্ৰেণীৰ পৰা ষষ্ঠমানলৈকে ছাত্ৰীৰ শিক্ষাৰ ব্যৱস্থা আছিল) শিক্ষয়িত্ৰী ৰূপে যোগ দিলে তেওঁ।

সেই সময়ত তিনিচুকীয়াত নাৰী সমাজৰ তেনে কোনো সংগঠন নাছিল। সেয়েহে তিৰোতা সমাজৰ সংগঠন বুলিবলৈ তিনিচুকীয়াত প্ৰথম মহিলা সমিতি সহকৰ্মী ৺নগেন্দ্ৰবালা দত্তৰ (পিছত হাজৰিকা) সহযোগত ১৯৩০ চনৰ ডিচেম্বৰ মাহত চশ্‌মে নূৰজাহান বেগমে গঠন কৰে। এই সমিতিয়ে ক্ৰমে ক্ৰমে লালকাল টোপনিত পৰি থকা নাৰী সমাজক জগাই তুলিলে।

১৯৩১ চনত সাহিত্যৰথী ৺লক্ষ্মীনাথ বেজবৰুৱা সপৰিবাৰে তিনিচুকীয়ালৈ আহিছিল। স্থানীয় ৰাইজৰ লগতে মহিলা সমিতিয়ে তেখেতসকলক সম্বৰ্দ্ধনা জনালে।

ক্ৰমে চিন্তা, অনুশীলন আৰু কৰ্মক্ষেত্ৰৰ প্ৰসাৰ ঘটিল। এই সমিতিৰ উদ্যোগতে 'জয়মতী তিথি' পালনৰ পৰম্পৰাও প্ৰচলিত হ'ল।

নাৰীৰ 'মৰ্য্যাদা', 'স্বীকৃতি', 'অধিকাৰ' আদি অৰ্থব্যঞ্জক কথা বা শব্দবোৰৰ প্ৰকৃত আৰু সফল ৰূপায়ণৰ বাবে দেহেকেহে খাটি এচাম কৰ্মীয়ে যোগ্যতা আৰু শ্ৰমৰ বিনিময়ত যুগমীয়া খ্যাতি আৰ্জন কৰিলে।

১৯৩৪ চনত হৰিজন আন্দোলন সংক্ৰান্তত মহাত্মা গান্ধী তিনি-চুকীয়ালৈ আহিছিল। স্থানীয় ৰাইজৰ মাজত যি উৎসাহ-উদ্দীপনা আৰু জাগৰণৰ সঞ্চাৰ হৈছিল, তাৰ চৌৰে মহিলা সমিতিৰ কৰ্মীসকলৰ মাজতো প্ৰেৰণাৰ সৃষ্টি কৰিছিল। দান-বৰঙণি তুলি দিয়াৰ পৰা কাৰ্য্যসূচীত অংশ গ্ৰহণ কৰি মহিলা সমিতিৰ তৰফৰ পৰা বাপুজীক সম্বৰ্দ্ধনা জ্ঞাপন কৰা হৈছিল।

১৯৩৫ চনত পাঞ্জাবৰ নেতা চৰ্দাৰ জামায়াত সিং আৰু তেখেতৰ সহধৰ্মিনী অমৃত কৌৰ অসমলৈ আহিছিল। শ্ৰীলঙ্কাত হোৱা বান-পানী পীড়িত ৰাইজক সাহায্যাৰ্থে পুঁজি সংগ্ৰহ কৰিবলৈ বিভিন্ন ঠাইৰ লগতে তিনিচুকীয়ালৈকো আহিছিল। ৰাইজৰ লগত সদ্ভাৱ, সম্প্ৰীতি আৰু সহযোগিতা অটুট ৰাখি তিনিচুকীয়াৰ মহিলা সমিতিয়েও অৰ্থ সংগ্ৰহ অভিযানত সহায় কৰে। এইদৰে কৰ্মৰ আহ্বানত সততে সঁহাৰি দি এই সংগঠনে নিষ্ঠাৰ আৰু সাফল্যৰ চানেকি দাঙি ধৰে।

১৯৩৭ চনত জৱাহৰলাল নেহৰু তিনিচুকীয়ালৈ আহিছিল। এই উপলক্ষে অনুষ্ঠিত বিৰাট জনসভাত মহিলা সমিতিৰ তৰফৰ পৰা সম্পাদিকা চশ্‌মে নূৰজাহান বেগমে অভিনন্দন পত্ৰ পাঠ কৰে।

তিনিচুকীয়া বালিকা বিদ্যালয়ৰ পৰা ৺বেগমে 'মলয়া' নামেৰে এখন আলোচনী প্ৰকাশ কৰিবলৈ লয়। তেওঁৰ এই প্ৰচেষ্টাত সঁহাৰি দি তিনিচুকীয়াৰ ছাত্ৰী আৰু নাৰী সমাজে সাহিত্য চৰ্চাত মনোনিবেশ কৰে। সুলেখিকা শ্ৰীমতী প্ৰণীতা দেবীয়ে (শ্বিলঙৰ) এই আলোচনীৰ যোগেদিয়ে সাহিত্য চৰ্চাত লাগে।

সেই সময়ত ডিব্ৰুগড়ৰ পৰা প্ৰকাশ পোৱা আলোচনী 'প্ৰচাৰক'ত চশ্‌মে নূৰজাহান বেগমৰ 'সতী ৰহিমা', 'আৱাহন', 'সুখ আৰু দুখ' আদি কবিতা প্ৰকাশ পাইছিল। সেই কালত কলিকতাৰ পৰা প্ৰকাশিত অসমৰ বিখ্যাত আলোচনী 'আৱাহন'ত 'স্নেহৰ টান', 'মলিনা' আদি গল্প গুৱাহাটীৰ পৰা প্ৰকাশিত আলোচনী 'সাধনা'ত 'স্মৃতি' 'মহত্ত্ব', 'প্ৰাৰ্থনা', 'ব্যৰ্থতাৰ বিফল বাতৰি' আদি কবিতা প্ৰকাশ পায়।

বঙলা আলোচনীতো তেওঁ মাজে-সময়ে বিভিন্ন প্ৰবন্ধ-পাতি লিখিছিল। 'মোসলেম ভাৰত' নামৰ কলিকতাৰ পৰা ওলোৱা বঙলা আলোচনীখনত 'নিবেদন', 'তুমি' আদি কবিতা আৰু 'আসামেৰ নাৰী সমাজ' নামৰ প্ৰবন্ধ প্ৰকাশ পাইছিল।

সাহিত্যৰ বিভিন্ন বিভাগত চশ্‌মে নূৰজাহান বেগমে হাত দিছিল। 'নাৰীৰ বীৰত্ব' নামৰ এখনি নাটক আৰু 'সতী ৰহিমা' নামৰ জীৱনী-পুথি এখনি এতিয়াও অপ্ৰকাশিত অৱস্থাত আছে। শিক্ষয়িত্ৰী হিচাপে আহৰণ কৰা অভিজ্ঞতা প্ৰসূত 'দীপশিখা' নামৰ এখনি স্কুলীয়া পাঠ্য-পুথিও লিখিছিল। কিন্তু অৰ্থাভাৱত প্ৰকাশ নাপালে। নানা ব্যস্ততা আৰু সংসাৰ সন্তানৰ প্ৰতিপালনৰ দায়িত্ব নিয়াৰিকৈ পালন কৰাৰ উপৰিও তেওঁ নাৰীজাতিৰ সৰ্বতোভাবে মঙ্গল আৰু কল্যাণৰ হকে চিন্তা-চৰ্চা কৰিছিল। জাতীয় স্বাৰ্থ আৰু অগ্ৰগতিৰ বাবে কৰা তেওঁৰ চিন্তা-ধ্যান-ধাৰণাৰ সুফল ফলিছে।

নিজৰ অকাল বৈধব্যৰ যাতনা সহ্য কৰাৰ উপৰিও তেওঁ নিজৰ জীৱিত কালত কেবাটিও মৃত্যুশোক পায়। নিজৰ বৰজোঁৱাই, দ্বিতীয় পুত্ৰ, প্ৰথমা কন্যা আৰু এগৰাকী প্ৰিয় নাতিনীৰ বিয়োগত ক্লিষ্ট হয়। বৃদ্ধাৱস্থাত এই শোকে তেওঁক ম্ৰিয়মান কৰি তুলিছিল। মাথোন আঠোটি বছৰৰ দাম্পত্যসুখহে ভোগ কৰিবলৈ পাইছিল।

তেওঁৰ জ্যেষ্ঠ পুত্ৰ কুতুবউদ্দিন আহমদ তিনিচুকীয়াৰ চেনাইৰাম উচ্চতৰ মাধ্যমিক স্কুলৰ অৱসৰপ্ৰাপ্ত শিক্ষক। মাতৃৰ আদৰ্শেৰে অনুপ্ৰাণিত হৈ 'অসমবাণী', 'কাচিজোন', 'ৰবদৈচিলা' আদি আলোচনীত কবিতা, প্ৰবন্ধ-পাতি লেখিছে। 'সান্ধ্যপ্ৰদীপ' নামৰ এখন গীত আৰু কবিতাৰ পুথিও প্ৰকাশ কৰিছে।

আৰু এজন কৃতী পুত্ৰ চুজাউদ্দিন আহমদ ('মহিমাৰ চিঠি' নামৰ আধুনিক কবিতা পুথিৰ ৰচয়িতা) চিংথাং উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ উপাধ্যক্ষ। অসম সাহিত্য সভাৰ লগত জড়িত।

দুখ বা জ্বালা যন্ত্ৰণাই সাময়িকভাবে যাত্ৰাপথত বা অগ্ৰগতিত বাধা দিলেও তেওঁক মষিমূৰ কৰি পেলাব পৰা নাছিল। 'গতি'ৰ বাহিৰে মানৱৰ আৰু অন্য গতি জানো আছে? মানৱ জীৱন ল'ৰা-ধেমালি নহয়। সুনিয়ন্ত্ৰিত কৰ্মচক্ৰৰ অন্তত পৰকালৰ আহ্বানত সঁহাৰি দি ১৯৭৩ চনৰ দুই নৱেম্বৰৰ দিনা তেওঁ জীৱন নাটৰ সামৰণি মাৰিলে। অসমীয়া মুছলমান সমাজত শিক্ষয়িত্ৰী আৰু লেখিকা হিচাপে তেৱেঁই আছিল আগৰণুৱা। ●●

# সুপ্ৰভা দত্ত

শ্ৰীমতী মনোৰমা বৰগোহাঞি



জন্ম : ১৯০৬ চন

মৃত্যু : ১৯৭৯ চন

ডিব্ৰুগড় সাহিত্য সভাৰ এখন কবি সন্মিলনলৈ এবাৰ কবিতা পাঠ কৰিবলৈ গৈছিলোঁ। সময়তকৈ সোনকালে গৈ বহি থাকোতে এজন-দুজনকৈ মানুহ গোট খাবলৈ ধৰিছিল। শুভ্ৰ বসন পৰিহিতা মাতৃত্বৰ মমতাৰে কোমল মুখ-খনিৰে এগৰাকী মহিলা গৈ মোৰ কাষতে বহিল। পৰিচয়ৰ আদান-প্ৰদানৰ পিছত আমি দুয়ো কথা-বতৰা পাতিবলৈ ধৰিলোঁ। তেখেতে মোক হঠাতে সুধিলে, "তুমি মোৰ এটা কাম কৰি দিব পাৰিবানে?" মই কৌতূহলেৰে তেখেতলৈ চালোঁ। প্ৰশ্ন কৰিবলৈ নাপাওঁতেই তেখেতে ক'লে, "মই নাটক দুখনমান লেখিছোঁ—তুমি পঢ়ি চাবানে বাৰু?" মই ক'লো, "চাম আইতা।" "মই এদিন তোমাৰ ঘৰলৈ যাম। মোৰ বস্তুবোৰ তুমি চাবাচোন—কেনে হৈছে।" সৰল অন্তঃকৰণৰ মহিলাগৰাকীৰ প্ৰতি মোৰ ভক্তি উপজিছিল। মই আগ্ৰহেৰে ক'লো, "আপুনি এদিন আমাৰ ঘৰলৈ আহিব—মই বৰ ভাল পাম।"

কিন্তু মহিলাগৰাকী আমাৰ ঘৰলৈ নাহিল। এদিন তেখেতৰ মৃত্যু সংবাদ পালোঁ। অজানিতে বুকু গধুৰ কৰি হুমুনিয়াহ এটি বৈ আহিল। আজি তেখেতৰ বিষয়ে লেখিবলৈ লৈ তেখেতৰ স্মৃতি শ্ৰদ্ধাৰে সুঁৱৰিছোঁ।

ডিব্ৰুগড়ৰ মোহনাঘাটৰ নৈ পৰীয়া এটি বাসভৱন। জিৰ্-জিৰ্কৈ শীতল বতাহে শীতলাই থকা ঘৰখনিৰ বাৰান্দাত ভৰি দিওঁতে মোৰ বুকুখন কিবা এক অনামী বেদনাই ভাৰাক্ৰান্ত কৰি পেলাইছিল। তেখেত আজি নাই; কিন্তু তেখেতৰ সোঁৱৰণী সকলোৰে হৃদয়ত আজিও ভৰপূৰ হৈ আছে।

এগৰাকী সুগৃহিণী, স্নেহাশীলা পত্নী আৰু মাতৃস্বৰূপে তেখেতে ঘৰখনৰ সকলো কাম সুচাৰুৰূপে সম্পাদনা কৰিও সূতা কাটি তাঁত-সূত বৈছিল, স্বাধীনতা সংগ্ৰামত নামিছিল, সমগ্ৰ জীৱন জুৰি বিভিন্ন প্ৰকাৰৰ সমাজসেৱাৰ কামত লিপ্ত আছিল। ইয়াৰ উপৰিও তেখেতৰ জীৱনৰ এটি উল্লেখনীয় বিষয় হৈছে সাহিত্য চৰ্চা।

এইগৰাকী কৰ্মপ্ৰাণা স্বনামধন্যা মহিলা আছিল ডিব্ৰুগড়নিবাসী স্বৰ্গীয়া সুপ্ৰভা দত্ত।

১৯০৬ চন। সেইদিনা আছিল সোমবাৰ, আহাৰ মাহৰ পূৰ্ণিমা তিথি। ডিব্ৰুগড়ৰ দক্ষিণ আমোলাপট্টিৰ স্বৰ্গীয় মাণিকচন্দ্ৰ দত্তৰ ঘৰত এই কন্যাৰত্নটিৰ জন্ম হয়। মাতৃ স্বৰ্গীয়া তিলোত্তমা দত্ত হাজৰিকাৰ কোলা শুৱনি কৰা এই কন্যাটিৰ নাম থোৱা হয় সুপ্ৰভা। ঘৰখনৰ অৱস্থা আছিল বৰ নদন বদন। বৰ স্বচ্ছল অৱস্থাৰ মাজত ডাঙৰ দীঘল হ'বলৈ ধৰিলে সুপ্ৰভা। আম, কঠাল, লেটেকু, পনিয়ল, কৰ্দৈ, চকলা, ৰবাবটেঙা, বৰটেঙা, সুমথিৰা, বগৰী, লিচু আদি ফল-মূলৰ প্ৰকাণ্ড বাৰী, বাঁহনীবাৰী, কেইবাটাও হাতী, ম'হ, চাৰিকুৰিৰ ওপৰ গৰুৰে ভৰপূৰ গোহালি, তিনিখোটলিয়া মেটমৰা ভঁড়াল— এনেহেন পৰিপৰ্ণ এখন ঘৰত বৰ আলসুৱাকৈ ল'ৰালি কালছোৱা অতিবাহিত হ'বলৈ ধৰিলে।

এদিন সুপ্ৰভা পঢ়াশালিত ভৰ্তি হ'ল। ৭।৮ বছৰমানত প্ৰাইমেৰী পৰীক্ষা দি উত্তীৰ্ণ হ'ল। সেই সময়তে তেওঁক ইংৰাজ যুৱতী এগৰাকীয়ে চিলাই শিকাইছিল। তেওঁ অনাৰ্চ লৈ চিলাই পৰীক্ষা পাছ কৰিছিল।

সুপ্ৰভাৰ সৰুৰে পৰাই পঢ়া-শুনাৰ প্ৰতি বৰ আগ্ৰহ আছিল যদিও এম-ভি স্কুলৰ সপ্তম মানলৈ পঢ়ি পঢ়া-শুনা সামৰিবলগীয়া হ'ল; কিয়নো দেউতাকৰ ইচ্ছা—ছোৱালীয়ে ঘৰুৱা কাম-কাজ শিকিব লাগে। সেয়েহে তাঁত-সূত বোৱা, ফুলবছা, উলৰ কাম, চিলাই,

কুকচাৰ কাম আৰু ধানবনা আদি কামো শিকিবলগীয়া হ'ল। সকলো কাম তেওঁ আগ্ৰহেৰে শিকি মন-পুতি কৰিবলৈ ধৰিলে। একান্ত ইচ্ছা থকাৰ বাবে যোগদা বৰদলৈ নামৰ এগৰাকী বাইদেৱেকৰ ওচৰত ইংৰাজীও শিকিছিল।

তেওঁ কিছুদিন এম-ভি স্কুলত শিক্ষকতা কৰিছিল। সাহিত্যৰ প্ৰতি থকা গভীৰ অনুৰাগৰ বাবেই সুপ্ৰভাই ছাত্ৰী অৱস্থাৰে পৰা গল্প-কবিতা-নাটক আদি ৰচনা কৰিবলৈ আৰম্ভ কৰিছিল। সেই সময়-ছোৱাতে আৰম্ভ হৈছিল স্বাধীনতা আন্দোলনৰ। পৰাধীন ভাৰতক স্বাধীন কৰিবলৈ সমগ্ৰ দেশ জুৰি হোৱা স্বাধীনতা যুঁজত নামি পৰিছিল সুপ্ৰভা। মহাত্মা গান্ধীৰ অহিংস আন্দোলনৰ চোৱে তেওঁৰ মন-প্ৰাণ আচ্ছন্ন কৰিলে। ঘৰতে সূতা কাটি কাপোৰ বৈ অদম্য উৎসাহেৰে গাবলৈ ধৰিলে, "সূতা কাটো ঘঁতৰত

গান্ধী নুঠে মটৰত ॥"

আন্দোলনৰ মাজভাগতে ১৯২৬ চনত বিশ বছৰ বয়সত সুপ্ৰভাৰ বিয়াৰ আয়োজন হ'ল। দেউতাক আৰু দদায়েকে পঁচিশ বছৰীয়া যুৱক এজনৰ সৈতে বিয়া ঠিক কৰিলে—নাম গোপাল চন্দ্ৰ দত্ত। দেউতাকৰ নাম স্বৰ্গীয় ঠানুৰাম দত্ত শইকীয়া। মাকৰ নাম স্বৰ্গীয়া ৰূপহী দত্ত ভূঞা। আঘোণ মাহৰ কোনো এটি সোমবাৰে কইনা হ'ল সুপ্ৰভা, জন্ম হোৱা ঘৰখনি এৰি পতিগৃহলৈ গ'ল। আৰম্ভ হ'ল এটি নতুন অধ্যায়ৰ।

বিয়াৰ পিছৰ পাঁচ বছৰকাল তেখেত ডিব্ৰুগড়ত থাকে। সেই সময়তে তেখেতে "সাধাৰণ জ্ঞান" নামৰ এখন পুথি লেখে। স্বামীৰ সহযোগত "কৃষি বিধান" নামৰ আন এখন পুথি ৰচনা কৰে। "ঠানু এজেন্সি" নামেৰে এখন এজেন্সি খুলি তেখেতসকলে কিতাপ-পত্ৰৰ ব্যৱসায় কৰিবলৈ ধৰিলে।

পাঁচ বছৰৰ পিছত তেখেতসকল চকুৱাখানালৈ যায়। স্বৰ্গীয় গোপাল চন্দ্ৰ দত্ত সেই সময়ত চকুৱাখানা মৌজাৰ মৌজাদাৰ হয়। তালৈ গৈ সুপ্ৰভা দত্তই "ৰঙিলী আৰু বগী খুড়ীৰ কথোপকথন" নামেৰে এখন কিতাপ ৰচনা কৰে। সাংসাৰিক জীৱনৰ নানা আলে-আহকাল থকা সত্ত্বেও তেখেতে পূৰ্ণোদ্যমেৰে সাহিত্য চৰ্চা কৰিছিল। "সৈনিকৰ প্ৰাণ" আৰু "এমুঠি মানুহ এখন দেশ" নামৰ '৪২ ৰ গণ

আন্দোলনৰ পটভূমিত ৰচনা কৰিছিল দুখনি নাট। স্বৰ্গীয়া দত্তই চকুৱাখানাত প্ৰথম মহিলা সমিতি স্থাপন কৰি "বৰ্ত্তমান মহিলাৰ কৰ্ত্তব্য" শীৰ্ষক ৰচনা পাঠ কৰি ৰাইজক জগাই তুলিছিল। সেই একে সময়তে বহু সমস্যাৰ মাজেৰে ছোৱালীৰ বাবে ইংৰাজী স্কুল এখনো স্থাপন কৰিছিল। চকুৱাখানাত বিভিন্ন প্ৰকাৰৰ সমাজ সেৱাৰ কামত আত্মনিয়োগ কৰি ১৯৪৯ চনত তেখেত পুনৰ ডিব্ৰুগড়লৈ উলটি আহে।

ডিব্ৰুগড়তো পুনৰ নানা ধৰণৰ সমাজ সেৱাৰ কাম কৰিবলৈ লয়। তেখেত অসম সাহিত্য সভাৰ সভ্যা আছিল। ডিব্ৰুগড় জিলা সাহিত্য সমিতিৰ সম্পাদিকা আৰু সভানেত্ৰীৰ পদত থাকি তেখেতে বিভিন্ন সভা-সমিতিত যোগদান দিছিল। গাঁৱে-ভূঞে সংগঠনৰ কামৰ বাবে যাবলগীয়া হৈছিল।

তেখেতসকলৰ ঘৰৰ বাৰান্দাতে হিন্দী শিক্ষাৰ পঢ়াশালি এখন খুলিছিল। শিক্ষকতা কৰিছিল ৺গণেশবিহাৰী শ্যাম নামৰ এজন মানুহে। সুপ্ৰভা দত্তই তাৰে পৰাই হিন্দীৰ প্ৰথমা আৰু প্ৰবেশিকা পাছ কৰিছিল। 'চলন্তিকা চিলাই স্কুল' নামেৰে তেখেতে চিলাই স্কুল এখনো খুলিছিল। ইয়াৰ উপৰিও তেখেতে শিশুসকলৰ বাবে পাতি দিছিল এখনি 'মইনা পাৰিজাত'। আৰু যে কিমান কাম কৰাৰ জল্পনা-কল্পনা আছিল তেখেতৰ। হাতত আছিল অজস্ৰ কাম—মনত আছিল অদম্য উৎসাহ—চকুত অসীম আনন্দৰ ৰেঙনি।

সুপ্ৰভা দত্ত তিনিজন পুত্ৰ আৰু পাঁচগৰাকী কন্যাৰ মাতৃ আছিল। একাদিক্ৰমে তেখেতসকলৰ নাম হৈছে—শ্ৰীমতী লক্ষীমা ফুকন, ডঃ পাৰুল দত্ত, ডাক্তৰ মুকুল দত্ত, শ্ৰীমতী বুলু বৰুৱা, শ্ৰীমতী জ্যোতি দত্ত, শ্ৰীমতী অঞ্জলি কলিতা, শ্ৰীমতী স্বপ্না শইকীয়া আৰু শ্ৰীপৰিমল দত্ত। পুত্ৰ-কন্যাৰে পৰিবেষ্টিত ঘৰখনত তেখেতৰ ওপৰত যি গুৰু দায়িত্ব পৰিছিল তাৰবাবে তেখেতে অকণো কষ্ট অনুভৱ কৰা নাছিল। বৰঞ্চ সকলো কষ্ট হাঁহিমুখে সামৰি পুত্ৰকন্যাক স-শিক্ষাৰে শিক্ষিত কৰিছিল।

কৰ্মময় জীৱনৰ এটি ক্ষণো অবাৰতে পাৰ হ'বলৈ নিদিয়া এই নাৰীগৰাকীয়ে বিভিন্ন সামাজিক কামত ব্ৰতী হৈ আছিল যদিও সাহিত্য-সেৱা আছিল তেখেতৰ জীৱনৰ অন্যতম উদ্দেশ্য। ঘৰখনৰ

য'তে ত'তে অসংখ্য কবিতা সিঁচৰতি হৈ আছে। কিছুমান নিগনিয়ে কুটিলে, কিছু উঁৱলি গ'ল, কিছু সংখ্যক হেৰাল। তেখেতে ৰচনা কৰা পাঁচখন কবিতাপুথিৰ পাণ্ডুলিপি আছে। সেইকেইখন হ'ল— (১) এশবাই কবিতা, (২) কবিতাৰ অঞ্জলি, (৩) মহীৰ নিজৰা, (৪) মুক্তি, আৰু (৫) এলানি কবিতা।

সুপ্ৰভা দত্তই চৈধ্যখন নাট লেখিছিল। নাটসমূহ হৈছে— (১) মাধৱ মালতীৰ দ্বন্দ্ব, (২) লক্ষ্মণৰ শক্তিশেল, (৩) মালতীৰ দান, (৪) ৰঙঘৰ, (৫) এমুঠি মানুহ এখন দেশ, (৬) জয় আমাৰ গাঁও, (৭) ভোট বিপৰ্য্যয়, (৮) লক্ষণা, (৯) ভুকুকি, (১০) সৈনিকৰ প্ৰাণ, (১১) মালাৱতী, (১২) খেলি মেলি, (১৩) দুষ্ট ল'ৰা, (১৪) ৰাম বনবাস (অসমাপ্ত)।

'৪২ ৰ গণ আন্দোলনৰ পটভূমিত ৰচিত 'এমুঠি মানুহ এখন দেশ' আৰু সামাজিক নাট 'মালাৱতী' প্ৰকাশ হৈ ওলাইছে।

ইয়াৰ উপৰিও 'ক্ষুধা', 'প্ৰতিধ্বনিৰ বিননি', 'বহাগীৰ বিয়া', 'ভাতৃস্নেহ' আদি বহুজন সংখ্যক গল্পও তেখেতে ৰচনা কৰি থৈ গৈছে। আন আন বিষয়ৰ দুখনমান পুথি ৰচনা কৰাৰ কথা আগতেই উল্লেখ কৰা হৈছে।

বিভিন্ন সামাজিক কামত অৱতীৰ্ণা হৈ সাহিত্যক্ষেত্ৰলৈ যি সেৱা আগবঢ়াই গ'ল তাৰ তুলনা পাবলৈ টান। এগৰাকী কৰ্তব্যৰতা গৃহিণী হৈও সমাজ সেৱা, সাহিত্য সেৱা আদি সকলো ক্ষেত্ৰত সমান দক্ষতাৰে পৰিচালনা কৰিব পৰা মানসিক ভাৰসাম্য নাৰী চৰিত্ৰত অতি বিৰল। এগৰাকী নাৰীৰ মাজত ইমান প্ৰতিভা কেনেকৈ সম্ভৱ হ'ল ভাবিলে তবধ মানিব লাগে।

১৯৭৯ চনৰ ৬ ডিচেম্বৰত তেখেতৰ মৃত্যু হয়। সমগ্ৰ জীৱন জুৰি আনৰ সেৱাত আত্মনিয়োগ কৰা এই গৰাকী কৰ্মপ্ৰাণা মহিলাৰ আদৰ্শই যুগে যুগে অসমীয়া নাৰী সমাজক প্ৰেৰণা যোগাই থাকিব।



# চন্দ্ৰবালা বৰুৱা

শ্ৰীমতী অনিমা দেৱী



জন্ম ঃ ১৯০৭ চন

মৃত্যু ঃ ১৯৮৩ চন

আত্মপ্ৰচাৰ বিমুখ, নীৰৱ সমাজ-কৰ্মী, অমায়িক তথা মেধাবী ৺চন্দ্ৰবালা বৰুৱা এগৰাকী শিক্ষয়িত্ৰীয়েই যে আছিল এনে নহয়, তেখেত এগৰাকী সুলেখিকাও। অসমত নাৰীৰ উচ্চ শিক্ষাৰ অৰ্থে যিসকল মহিলাই আপ্ৰাণ চেষ্টা কৰিছিল, সেই সকলৰ ভিতৰত ৺চন্দ্ৰবালা বৰুৱাৰ নাম বিশেষভাবে উল্লেখযোগ্য। ঘৰজেউতি, বাঁহী, আৱাহন, জয়ন্তী আদিত 'অলকা' ছদ্মনামেৰে গল্প, প্ৰবন্ধ, কবিতা লেখিছিল। আত্মপ্ৰচাৰ বিমুখ এই গৰাকী অসাধাৰণ ব্যক্তিৰ প্ৰতিভাখিনি বকৰাণিতে গজি উঠা, ফুলি মৰহি যোৱা ফুলৰ পাপৰিৰ দৰেই আজি মৰহি হেৰাই গ'ল। কিন্তু প্ৰতিভাৰ মৃত্যু নাই। মৃত্যু কেৱল পঞ্চ-ভূতৰ শৰীৰৰহে।

৺চন্দ্ৰবালা বৰুৱাৰ ১৯০৭ চনৰ ভাদ মাহৰ পূৰ্ণিমা তিথিত তেজ-পুৰৰ কলিবাৰীৰ নামজ্বলা পটঙ্গীয়া পৰিয়ালত জন্ম হয়। দেউতাকৰ নাম আছিল ৺সোণাৰাম পটঙ্গীয়া আৰু মাকৰ নাম আছিল ৺মাহিন্দ্ৰী পটঙ্গীয়া। সকতে মাক-দেউতাকে মৰমতে এখেতৰ নাম ৰাখিছিল চন্দ্ৰাৱলী বা চন্দ্ৰবালা। কিন্তু নিয়তিৰ কি নিঠুৰ পৰিহাস। তেখেতৰ তিনিবছৰ বয়সতে মাকৰ মৃত্যু হোৱাত ৰৰমাক ৺সুমিত্ৰা পটঙ্গীয়াই ৺মাহিন্দ্ৰী পটঙ্গীয়াৰ নটাকৈ শিশুক বুকুত সাবটি লৈ চেনেহৰ উমেৰে এনেকৈ তুলি-তালি ডাঙৰ-দীঘল কৰিছিল যে, কোনোৱেই ক'ব নোৱাৰিছিল, সেই গৰাকী প্ৰকৃত জন্মদাত্ৰী মাতৃ নহয় বুলি। তেখেতৰ

দেউতাকে হেনো তিনি গৰাকী পত্নী বিয়া কৰাইছিল। ৺বোধনাথ পটঙ্গীয়া তেখেতৰ ডাঙৰ ককায়েক আছিল। তেখেত তেজপুৰৰ প্ৰথম অসমীয়া উকিল, এজন সুদক্ষ সুন্দৰ অভিনেতা তথা শিল্পী আছিল। এখেতৰ 'চাণক্য' চৰিত্ৰাভিনয় চাবলৈ হেনো অসমৰ চুক-কোণৰ, ডিব্ৰুগড়, শিৱসাগৰ, যোৰহাটৰ পৰাও মানুহ আহিছিল। তেনে এখন ঘৰৰ প্ৰভাৱ হয়তো ৺চন্দ্ৰবালা বৰুৱাৰ জীৱনতো পৰিছিল।

তেখেতৰ শিক্ষা জীৱন প্ৰথম আৰম্ভ হয় স্থানীয় টাউন স্কুলত। পিছত তেজপুৰ ছোৱালী এম-ভি স্কুলত পঢ়িছিল। তাৰে পৰাই দহ বছৰ বয়সতে মধ্য ছাত্ৰৰ বৃত্তি দি অসম উপত্যকাৰ মাত্ৰ তিনিটা স্কলাৰছিপৰ ভিতৰত প্ৰথম হৈ এখেতে ৭ টকীয়া বৃত্তি লাভ কৰিছিল। সৰুৰে পৰাই ৺চন্দ্ৰবালা বৰুৱাই ডিচেন্ট্ৰী, অৰ্শ, ৰক্তহীনতা ইত্যাদি বেমাৰত ভুগিবলগীয়াত পৰিছিল বাবে উচ্চ শিক্ষা গ্ৰহণৰ পৰা বিৰত থাকিবলগীয়া হৈছিল। ককায়েক ৺বোধনাথ পটঙ্গীয়াই তেখেতক ঘৰুৱাকৈ পঢ়ুৱাবলৈ কলিকতাৰ পৰা 'ফৰম' অনাইছিল। কিন্তু ৰুগ্ন, ভগ্ন স্বাস্থ্যৰ বাবে মাকে বুকুৰ পৰা ইমান দূৰলৈ পঠিয়াবলৈ ইচ্ছা নকৰাত সেই পৰ্ব সিমানতেই শাম কাটিলে।

পিছত নগাঁৱৰ মিছন স্কুলৰ পৰাই 'চিনিয়ৰ ট্ৰেইনিঙ'ত সুখ্যাতিৰে উত্তীৰ্ণ হ'বলৈ সক্ষম হৈছিল। ট্ৰেইনিং লোৱাৰ সময়ত তেখেতৰ ১৬ বছৰ বয়স পূৰ্ণ নোহোৱা বাবে প্ৰথমতে মিছন স্কুলত চিট না পাইছিলেই। কিন্তু তেতিয়াৰ ইন্‌সপেক্‌ট্ৰেছ মিছ গেৰেটৰ মধ্যস্থতাতহে তেখেতে এই ট্ৰেইনিঙৰ বাবে সুবিধা পাইছিল।

১৯১৯ চনৰ জানুৱাৰীত তেজপুৰ ছোৱালী এম ভি স্কুলতে ৺চন্দ্ৰপ্ৰভা শইকীয়াৰ অধীনতে তৃতীয় সহকাৰী শিক্ষয়িত্ৰী ৰূপে কামত সোমাইছিল মাত্ৰ বিশ টকাৰ মাহিলি বেতনত।

সেই সময়ত কলাজ্বৰত আক্ৰান্ত হৈ একেটা বছৰৰ ভিতৰতে আগা-পিছাকৈ হোৱা সাতজন লোকৰ মৃত্যুৱে পটঙ্গীয়া পৰিয়াললৈ এক বিপৰ্য্যয় কঢ়িয়াই আনিছিল। এই বেমাৰতে আক্ৰান্ত হৈ ককায়েক বোধনাথ পটঙ্গীয়াৰো মৃত্যু হৈছিল। ইফালে ঘৰৰ অৱস্থা জৰাজীৰ্ণ। অভাৱেও ছাটি ধৰিছিল, সেয়ে তেখেতে চাকৰি কৰাটো অত্যন্ত প্ৰয়োজনীয় হৈয়েই পৰিছিল। কিন্তু এবছৰ চাকৰি কৰাৰ

পিছতে ১৯২০ চনত ৺চন্দ্ৰবালা বৰুৱাও সেই কলাজ্বৰতে আক্ৰান্ত হয়। ইফালে দেশত চলিছিল অসহযোগ আন্দোলন। সৰু ককায়েক ৺পূৰ্ণ পটঙীয়াস্নো মেট্ৰিক পাছ কৰি নন-কোঅপাৰেচনৰ চৌত 'গোলামী স্কুল'ত নপঢ়া হ'ল। মাজু ককায়েক ৺সোমনাথ পটঙীয়াই যক্ষ্মাৰোগত ভুগি মৃত্যু বৰণ কৰে। ঘৰৰ এনে নাজল-নাথল অৱস্থাত নগাঁৱৰ ৺লক্ষ্মীকান্ত বৰুৱাই কেনেবাকৈ ব্ৰহ্মচাৰী বেজি (ইঞ্জেকচন)ৰ গুণাগুণৰ বিষয়ে খবৰ পাই পটঙীয়া পৰিয়ালক জনালে। ৺কিৰন্ময়ী আগৰৱালাৰ সহানুভূতিতে প্ৰথম ব্ৰহ্মচাৰী বেজি লোৱাত ৺চন্দ্ৰবালা বৰুৱাৰ পাঁচবছৰীয়া কলাজ্বৰে শাম কাটিলে। এইবাৰলৈ মৃত্যুৰ দুৱাৰদলিৰ পৰা উভটি আহিল।

১৯৩৬ চনৰ পৰা ১৯৬৭ চনৰ ১৫ আগষ্টলৈকে এই বিদ্যালয়তে প্ৰধান শিক্ষয়িত্ৰীৰ গুৰুভাৰ বহন কৰি আসন অলংকৃত কৰি আছিল।

১৯২৮ চনৰ ১৫ জানুৱাৰীত তেজপুৰ মহিলা সমিতিখন স্থাপন কৰে। পিছলৈ প্ৰত্যেক বছৰে মহিলা সমিতিৰ নামত জয়মতী উৎসৱ উদ্‌যাপন কৰি তেজপুৰীয়া ৰাইজক সন্তোষ দিব পাৰিছিল। মহিলা সমিতিৰ লগত উষা ছাত্ৰ সভা নামে চেমনীয়া ল'ৰাৰ সংস্থাটোৱে জয়মতী উৎসৱত সহযোগিতা কৰাত, উৎসৱটি আনন্দ মুখৰিত আৰু সফলকাম হ'বলৈ ধৰিলে। এই উৎসৱতে বিষ্ণুপ্ৰসাদ ৰাভাইও অংশগ্ৰহণ কৰিছিল হেনো।

১৯৩৪ চনত মহাত্মা গান্ধী তেজপুৰলৈ আহোঁতে গান্ধীক আদৰণি জনাই হৰিজন পুঁজিলৈ এশ এটকাৰ টোপোলা এটা আগবঢ়াওঁতে গান্ধীয়ে পৰম আপ্যায়িত হৈ এখেতৰ পিঠিত থপৰিয়াই "আচ্ছা বেটী" বুলি শলাগিছিল। তেতিয়া সূতা কটাৰ দ্বাৰাই কেনেকৈ স্বৰাজ পাব পাৰি, গান্ধীজীয়ে তাৰ ওপৰত বক্তৃতা দিছিল।

এখেতে নিজৰ ভগ্ন স্বাস্থ্য তথা বহু কাৰণত অবিবাহিত হৈ কটোৱাৰ সঙ্কল্প লৈছিল যদিও ১৯৩৬ চনৰ আঘোণ মাহৰ ৰাস পূৰ্ণিমাৰ দিনা নগাঁৱৰ ৺শিৱকান্ত বৰুৱাৰ লগত বিবাহপাশত আবদ্ধ হয়। শিৱকান্ত বৰুৱাই তেজপুৰৰ কাৰিকৰী প্ৰশিক্ষণ বিদ্যালয়ৰ প্ৰশিক্ষকৰ পদত চাকৰি কৰিছিল। পিছলৈ তেখেতে এই কাৰিকৰী প্ৰশিক্ষণ কেন্দ্ৰৰ ভাৰপ্ৰাপ্ত বিষয়াৰ পদলৈ পদোন্নতি পাইছিল গৈ। তেজপুৰৰ পল' ফিল্ডতে স্থায়ী ঘৰ আছিল। কিন্তু বিধিৰ কি বিপাক!

বৈবাহিক জীৱনত তেখেতসকলৰ যুগ্ম জীৱনৰ স্বাক্ষৰ থৈ যোৱাৰ সৌভাগ্য নহ'ল। তেখেতসকল নিঃসন্তান হৈছিল যদিও দুটি তোলনীয়া পুত্ৰক লৈয়ে সেই দুখ পাহৰি যাবলৈ সক্ষম হৈছিল। পুত্ৰদ্বয়ৰ নাম ক্ৰমে শ্ৰীকমল বৰুৱা আৰু শ্ৰীনৈবেদ্য বৰুৱা।

৺চন্দ্ৰবালা বৰুৱাই পঢ়া-শুনা কৰিবলৈ সৰুৰে পৰাই ভাল পাইছিল। দুৰ্ভাগ্যক্ৰমে উচ্চ শিক্ষাও লাভ নহ'ল। বৰ ককায়েকে বিভিন্ন কাকত-আলোচনী ঘৰত লৈছিল। তেতিয়া প্ৰকাশিত বাঁহী, আলোচনী, 'বন্তি', উষা, অসম বান্ধৱ লোৱাৰ উপৰিও শিশুৰ মাহেকীয়া আলোচনী 'অকণ' আৰু অৰুণো লৈছিল। কিশোৰী ৺চন্দ্ৰবালাই এইবোৰ পঢ়ি বুজি পালেও বা নাপালেও, এই কাকত-আলোচনীৰ পৃষ্ঠা লুটিয়াই-বগৰাই চোৱাটো একপ্ৰকাৰ অভ্যাসত পৰিণত হৈছিলগৈ আৰু পিছলৈ এই অভ্যাসেই তেখেতৰ জীৱনত ভাবিব নোৱাৰা প্ৰভাব বিস্তাৰ কৰিছিল। শিশু আলোচনী অকণ আৰু অৰুণত দিয়া সাঁথৰ-বোৰৰ উত্তৰ কৰিবলৈ হেনো বৰ আনন্দ পাইছিল। এইদৰে সাঁথৰৰ উত্তৰ উলিয়াই দিওঁতে এবাৰ কলিকতাৰ জবাকুসুম কোম্পানীৰ পৰা পুৰস্কাৰ কেইটিমান লাভ কৰিবলৈ সক্ষম হৈছিল। এইদৰে লাহে লাহে চুটি গল্পতো হাত বুলাবলৈ সক্ষম হ'লগৈ। 'ঘৰ জেউতি', আবাহন, বাঁহী, জয়ন্তীত 'অলকা'ৰ ছদ্মনামত অসংখ্য গল্প প্ৰবন্ধ আৰু কবিতা লেখিছিল। এখেতৰ ভতিজা ছোৱালীৰ বিয়াত পদ্যৰে এটা 'প্ৰীতি-উপহাৰ' মুগাৰ কাপোৰত লেখি উপহাৰ দিছিল। তাৰোপৰি প্ৰখ্যাত ব্যক্তি তথা দেশকৰ্মী বিষ্ণুৰাম মেধি, আচাৰ্য্য কৃপালিনী, গান্ধীজী আদিক দিবলগীয়া অভিনন্দনো ৺চন্দ্ৰবালা বৰুৱাইহে লেখি দিবলগীয়া হৈছিল।

১৯৬৩ চনৰ পৰা ১৯৬৫ চনৰ মাৰ্চ মাহলৈকে পুৰা দুবছৰ মহিলা সমিতিৰ ফালৰ পৰা প্ৰচেষ্টা চলোৱা কচিং কৰ্চৰ, মেট্ৰিক দিব খোজা বয়স্থা ২৫ গৰাকী ছাত্ৰীৰ তত্ত্বাৱধানৰ দায়িত্ব লৈ নিজৰ পল' ফিল্ডৰ বাস ভবনতে ৰাখি ভূতপূৰ্ব চৰকাৰী হাইস্কুলৰ শিক্ষক ৺লুডাইৰাম দাস আৰু শ্ৰীবিপিন পাল দাসৰ পত্নী শ্ৰীমতী আৰতি দাসৰ সহ-যোগত ছাত্ৰীসকলক পঢ়ুৱাইছিল। তাৰোপৰি কিতাপ-পত্ৰকে ধৰি যাবতীয় বস্তুও কিনি কুটি দি, পা-পইচা আদিৰেও এই ছাত্ৰীসকলক সহায় কৰিছিল।

৺চন্দ্ৰবালা বৰুৱাই হেনো নিশা বিছনাত পৰিও ছাত্ৰীহঁতৰ কথা-কেই ভাবিছিল। "অমুক ছোৱালীজনী অঙ্কত অলপ কেঁচা, তাইক অলপ কচিং দিলেই এইবাৰ বৃত্তি পাব লাগে। অমুকজনী ছোৱালী বৰ দুখীয়া এইবাৰ তাইক দৰমহাৰ পৰাই তিনিটকা দিব লাগিব--।" এনেকুৱা সঁচা শিক্ষয়িত্ৰীৰ কাৰণে নিজৰ ছাত্ৰী কেইজনীতকৈ বাৰু কোন আপোন হ'ব পাৰে! শ্ৰেণীত কৰ্তব্যৰ খাতিৰত কঠোৰ হ'ব লগা হলেও ৺চন্দ্ৰবালা বৰুৱাই ছাত্ৰীহঁতৰ বছেৰেকীয়া সভা-সমিতিবোৰত নাচ-গান কবিতা আবৃত্তি, নাটক আদিৰ ক্ষেত্ৰত হাঁৰ দৰে লাগি থাকি উৎসাহ দিছিল। বৃত্তি পোৱা ছাত্ৰী কেইজনীৰ ঘৰে ঘৰে গৈ খবৰ দিছিল। খবৰ লৈছিল।

এই গৰাকী নীৰৱ কৰ্মী ৺চন্দ্ৰবালা বৰুৱাৰ চৰিত্ৰৰ প্ৰধান গুণ হ'ল সহনশীলতা আৰু ধৈৰ্য্য শক্তি। এখেতে বিভিন্ন সভাই-সমিতিয়ে স্বৰচিত কবিতা আবৃত্তিতো কৰিছিলেই, নাৰীক ৰক্ষণশীল মনোভাবৰ পৰা মুক্ত হ'বলৈকো আহ্বান জনাই বক্তৃতা দিছিল।

তেজপুৰ মহিলা সমিতিৰ প্ৰতিষ্ঠাত্ৰী সভানেত্ৰী ৺চন্দ্ৰবালা বৰুৱাই তেতিয়াই হেনো ব্ৰহ্মপুত্ৰৰ ওপৰত দ্বিতীয়খন দলঙৰ কাৰণে 'ভোমোৰা-গুৰি' স্থানকেই প্ৰস্তাৱ হিচাপে আগবঢ়াইছিল।

পিছৰ জীৱনত তেখেত হয়তো বৰ হতাশাগ্ৰস্ততাত ভুগিছিল। নিজৰ বহুত লেখা কাগজ পুৰি পেলাইছিল। অসম প্ৰাদেশিক মহিলা সমিতিয়ে তেখেতক সম্বৰ্দ্ধনা জনোৱাৰ উদ্দেশ্যে নিমন্ত্ৰণ কৰিলতো তেখেত যোৱা নাছিল। হয়তো ক্ষোভত, এক অনামী বেদনাত মূক হৈ পৰিছিল—যাৰ বাবে তেখেতে নিজৰ সৃষ্টিক নিজেই ধ্বংস কৰিবলৈও কুণ্ঠাবোধ নকৰিছিল। 'বিবেকবান মানুহ হেনো সদায় উপেক্ষিত হয়' এই বচনফাঁকি বাৰু ৺চন্দ্ৰবালা বৰুৱাৰ জীৱনতে প্ৰযোজ্য হ'ল নেকি?

## লেখিকা ৺চন্দ্ৰবালা বৰুৱাৰ সাহিত্য জগতলৈ অৱদান:

লেখিকা হিচাপে ৺চন্দ্ৰবালা বৰুৱাই সাহিত্য-সংস্কৃতিৰ ভঁড়ালৈ কিমানখিনি মণিকী মধুৰী জহা গোটাই-গুপাই থৈ গ'ল সেয়া কালৰ গতিত বিলীন হৈ গলেও, যিখিনিকে চপাই-বুটলি থোৱা হ'ল সেইয়াও পোহৰত অতি সামান্য। তেখেতৰ ঘৰত থকা পুৰণি কাকতৰ

আপৰ মাজত সোমাই থকা সৰু-সুৰা দুই এটা অপ্ৰকাশিত লেখা পুত্ৰ শ্ৰীনৈবেদ্য বৰুৱাই হাতত তুলি দি দুখ আৰু ক্ষোভত কৈছিল, "মায়ে নিজৰ সৃষ্টিক নিজেই ধ্বংস কৰি থৈ গ'ল।" ভাষা জননীক যে প্ৰাণ ভৰি ভাল পাইছিল সেয়া তেখেতৰ কাপৰ আগেদিয়েই প্ৰকাশ পাইছিল—এনেকৈ শব্দৰ নিজৰা হৈ—

"চেনেহী মোৰ মাতৃ ভাষা
তুমি যে মোৰ বুকুৰ পানী
তুমি মধু মন্দাকিনী।

শিকালা মোক কিমান কথা
বুজালা মোৰ প্ৰাণৰ ব্যথা
কি—হে দি আই পূজিম তোমাক
সম্বল মাথো চকুৰ পানী।

চেনেহী মোৰ মাতৃ ভাষা
তুমি যে মোৰ বুকুৰ পানী
তুমি মধু মন্দাকিনী।

তুমি যে মোৰ মুক্তিহীন
আজন্ম মোক শিক্ষা দিলা
কি—হে দি মই পূজিম তোমাক
আজি মই যে সম্বলহীনা।"

নাৰী হৈ সন্তানৰ জননী হ'ব নোৱৰা অব্যক্ত মনৰ বেদনাক ঢাকি ৰাখিলেও শিশুক হৃদয় দি ভাল পাইছিল। মৰম কৰিছিল। শিশুৰ উজ্জ্বল ভবিষ্যৎ কামনা কৰিছিল, এইয়া তাৰেই প্ৰমাণ—

"শিশু হৰলৈ মোৰ আশীৰ্বাদ
ঘৰে ঘৰে শিক্ষা জ্যোতি
কোমল প্ৰাণত উঠক ফুটি।"

"লোৱা সুবিমল প্ৰেম পৰিমাণ
শিক্ষাক আঁচল পাতি

উজ্বলি উঠক প্ৰতিটো প্ৰাণত
অসম জ্যোতিৰ দ্যুতি
প্ৰকৃত শিক্ষাৰ জ্যোতি।

অসমীৰ মান অসমীৰ ধ্যান
সিয়েই তোমাৰ জনমৰ জ্ঞান
পৃথকে নাই তোমাৰ সন্মান
নিবিচাৰো বিনে কোনো আন।"

এইয়া ভগ্ন স্বাস্থ্যৰেই তেখেতে "অসম জ্যোতি" প্ৰকাশৰ নিচিনা শুভ কৰ্মলৈ ওলগ জনাই লেখিছিল, "---নিঃকিন সহযোগিতা অকন আগবঢ়ালো।" সঁচাই জানো এই সহযোগিতা নিঃকিন ?

ঘৰজেউতিৰ ২য় বছৰৰ ৬ষ্ঠ সংখ্যাত 'আত্মনিৰ্ভৰশীলতা' আৰু ২য় বছৰৰ ৯ম সংখ্যাত 'কমলা' নামৰ গল্প প্ৰকাশ পাইছিল। আৱাহনৰ ৪ৰ্থ বছৰৰ ৭ম সংখ্যাত "বান্দীৰ জীয়েক" আৰু এই আৱাহনৰে ৫ম বছৰৰ ৩য় সংখ্যাত "মায়া নে মতিভ্ৰম", ৫ম বছৰৰ ৫ম সংখ্যাত "ভোটৰ উপদ্ৰৱ" নামৰ গল্প প্ৰকাশ পাইছিল। গল্প। উপৰিও ঘৰ জেউতিতে তেখেতে কেইবাটিও প্ৰবন্ধও লিখিছিল অলকা পটঙীয়াৰ ছদ্ম নামেৰেই। সেই পুৰণি আলোচনী বিচাৰি মানুহৰ ঘৰে ঘৰে, সময়ত পুথিভঁড়ালৰ জাপ জাপ কিতাপ-আলোচনীৰ মাজতে বিচাৰি ফুৰিছো *চন্দ্ৰবালা বৰুৱা ওৰফে অলকা পটঙীয়াৰ মনৰ অৱশেষৰ স্বাক্ষৰ! কিন্তু বিস্মৃতিৰ গৰ্ভত অতীততকৈ অতীত হৈ যোৱা 'সেই অৱশেষ' আৰু বহুতেই বিচাৰি পোৱা হোৱা নাই আজি।

এই গৰাকী অক্লান্ত সমাজকৰ্মী তথা শিক্ষয়িত্ৰীয়ে বাৰ্দ্ধক্যজনিত কাৰণতে ১৯৮৩ চনৰ ২৪ জানুৱাৰীৰ (মাঘী শুক্লা দশমীৰ) দিনা তেজপুৰ পল' ফিল্ডৰ নিজা বাস ভৱনতে চিৰশান্তিৰ অনন্ত শয়নত থিৰ বিশ্ৰাম ললে আৰু চকু নেমেলিলে। তেখেতৰ আত্মাই চিৰশান্তি লাভ কৰক! ●●

*চন্দ্ৰবালা বৰুৱা পালিত পুত্ৰদ্বয় শ্ৰীকমল বৰুৱা আৰু শ্ৰীনৈবেদ্য বৰুৱাই জীৱনীটো প্ৰস্তুত কৰাত যথেষ্ট সময় আৰু তথ্যৰ যোগান ধৰি অকৃপনভাৱে সহায় কৰাত আন্তৰিক ধন্যবাদ জনালো। —সম্পাদিকা

# মিনি এমঞ্জ

শ্ৰীমতী ৰেজিনা এমঞ্জ

৺মিনি এমঞ্জ আছিল এগৰাকী আদৰ্শস্থানীয়া শিক্ষা সেৱী, সমাজকৰ্মী, শত-সহস্ৰ ছাত্ৰ-ছাত্ৰীৰ হেঁপাহৰ— সকলোৰে শ্ৰদ্ধাৰ বাইদেউ, সহকৰ্মী-সকলৰ সুখ-দুখ, আনন্দ বিষাদৰ বন্ধু সম লগৰীয়া। তেখেত ধুবুৰীৰ অৱসৰ-প্ৰাপ্ত পুলিচ একাউন্টেন্ট ৺জগতচন্দ্ৰ দাসৰ প্ৰথম কন্যা। তেখেতৰ মাকৰ নাম আছিল ৺ইলাইজা দাস।

জন্ম : ১৯০৮ চন
মৃত্যু : ১৯৭৭ চন

১৯০৮ চনৰ ২৮ নবেম্বৰত শিৱসাগৰ নগৰৰ খ্ৰীষ্টিয়ান পট্টিত ৺মিনি এমঞ্জৰ জন্ম হয়। জন্মৰ ২ বছৰ ৬ মাহৰ পাছতেই মাকৰ মৃত্যু হয়। মাক ঢুকুৱাত আইতাক ৺ডালচী মেনচনৰ তত্ত্বাৱধানত তেখেত ডাঙৰ-দীঘল হয়। ৺মেনচন সেই সময়ত ৩ নং প্ৰাইমেৰী স্কুলৰ সহকাৰী শিক্ষয়িত্ৰী আছিল। সেইকাৰণে সৰুৰে পৰাই ৺এমঞ্জৰ স্কুললৈ অহা-যোৱাৰ অভ্যাস আছিল। আৰু আইতাকৰ যত্নতেই সেই স্কুলৰ পৰাই তেখেতে প্ৰাইমেৰী পৰীক্ষা দি বৃত্তি লাভ কৰিছিল।

সেই সময়ত শিৱসাগৰত উচ্চ ইংৰাজী ছোৱালী স্কুল নথকাত ৺মিনি এমঞ্জৰ দেউতাকে ৺এমঞ্জৰ উচ্চ শিক্ষাৰ কাৰণে আইতাকৰ ওচৰৰ পৰা লৈ যায় আৰু চিটাগাওঁৰ চেন্ট মেৰী কনভেন্ট স্কুলত নাম লগাই দিয়ে। সেই স্কুলৰ বোৰ্ডিঙৰ মাদাৰ আৰু চিচটাৰসকলৰ হাতত গতাই দি দেউতাক নিজৰ কৰ্মস্থলী চিলচৰলৈ আহে। মাক মৰাৰ দুবছৰৰ পাছতে দেউতাকে পুনৰবাৰ ব্ৰাহ্ম ছোৱালী বিয়া কৰাই-ছিল আৰু ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰিছিল। মাহীমাকে ৺এমঞ্জক নিজৰ

হোৱালীৰ দৰেই মৰম কৰিছিল। দেউতাকৰ ঘৰুৱা কিছু অসুবিধা হোৱাত ৺এমঞাক উক্ত কনভেণ্টৰ পৰা নিজৰ লগলৈ অৰ্থাৎ চিলচৰলৈ লৈ আহে আৰু চিলচৰৰ মিচন হাইস্কুলত নাম লগাই দিয়ে। স্কুলীয়া জীৱনত ৺মিনি এমঞা শিক্ষক, শিক্ষয়িত্ৰী, বন্ধু-বান্ধৱ সকলোৰে মৰমৰ আৰু প্ৰিয়পাত্ৰী আছিল। কিন্তু মাজে মাজে এটা সমস্যাই দেখা দিছিল। দেউতাক নানা ঠাইলৈ বদলি হৈ থকাত তেখেতৰ পঢ়া-শুনাত বাধা পৰিছিল। তথাপি নানা অসুবিধাৰ মাজেদি তেখেতে এম ই পৰীক্ষা পাছ কৰিছিল। কিন্তু দেউতাক লুচাই পাহাৰলৈ বদলি হোৱাৰ সময়তেই আইতাকৰ অসুখৰ কাৰণে ৺মিনি এমঞাক জেঠা-য়েকে এজন ল'ৰা পঠিয়াই শিৱসাগৰলৈ লৈ আহে।

আইতাকে ৺মিনি এমঞাক দেউতাকে নিবলৈ অহাতো দেউতাকৰ লগত নপঠিয়াই মৃত জীয়েকৰ শোক পাতলাবলৈ নিজৰ লগত ৰখাত দেউতাকে মনত বেজাৰ পাই গুচি যাবলগীয়া হৈছিল।

সেই সময়ত শিৱসাগৰত ইংৰাজী পৰ্য্যায়ৰ স্কুল নাছিল। কিন্তু ৺ৰাধিকানাথ শৰ্মাদেৱৰ যত্নত এখন ইংৰাজী স্কুল খোলা হয়। এই স্কুলখনতে আইতাকে ৺মিনি এমঞাক নাম লগাই দিয়ে। বৰ্ত্তমান সেই-খনেই ফুলেশ্বৰী হাইস্কুল। নিজৰ অশেষ চেষ্টা আৰু যত্নত মেট্ৰিক পৰ্য্যায়লৈকে পঢ়িলেও ঘৰুৱা নানা অসুবিধাৰ কাৰণে ৺এমঞে মেট্ৰিকৰ শেষ পৰীক্ষা দিব নোৱাৰিলে। স্কুল এৰিবলৈ বাধ্য হ'ল। অৱশ্যে অৱস্থাৰ কঠিনতাই উচ্চ শিক্ষাত বাধা দিলেও তেখেতে জীৱন জুৰি পঢ়া-শুনা নেৰিলে।

সেই সময়তে অৰুণোদয় যুগৰ বিশিষ্ট খ্ৰীষ্টান লেখক নিধিৰাম ফাৰৱেলৰ জী নাতি ৺উইলিয়াম এমঞাৰ লগত আইতাকে ৺মিনি এমঞাক বিয়া দিয়ে। বিয়াৰ কিছু বছৰৰ পাছতেই এটি কন্যা সন্তান হেৰুৱাই আন দুটি সন্তানৰে সৈতে আইতাকৰ ওচৰলৈ গুচি আহে। সেই সময়ত আইতাকক চাবলৈ কোনো নথকাত তেখেতেই আইতাকৰ প্ৰতিপাল কৰিবলগীয়াত পৰিছিল।

১৯২৫ চনৰ ১৬ আগষ্টত তেখেতে শিৱসাগৰ ধাই আলি স্কুলত (এল পি স্কুল) শিক্ষকতাৰ জীৱন আৰম্ভ কৰে। প্ৰায় চাৰি বছৰ সেই স্কুলতে কাম কৰাৰ পাছত নগৰৰ ২ নং টাউন বালিকা বিদ্যা-লয়তে প্ৰধান শিক্ষয়িত্ৰী হিচাপে যোগদান কৰে। অৱসৰ গ্ৰহণ

কৰালৈকে সেই স্কুলতে কাম কৰি আছিল। কথা প্ৰসঙ্গত তেখেতে পঢ়োৱা ছাত্ৰ-ছাত্ৰীৰ নাম লওঁতে তেখেতে সাহিত্যিক ডঃ নিৰ্মলপ্ৰভা বৰদলৈৰ নাম বৰকৈ উল্লেখ কৰিছিল। ছাত্ৰী জীৱনত বৰদলৈ আছিল তেখেতৰ অতি মৰমৰ।

৺মিনি এমঞ্জে জীৱনৰ সৰহখিনি সময় কণ কণ ল'ৰা-ছোৱালীৰ মাজত থাকিয়েই কটাই দিছিল। ১৯৫৮ চনত ৺এমঞ্জে তেখেতৰ একমাত্ৰ পুত্ৰক অকালতে হেৰুৱায়। পুত্ৰশোকত কাতৰ হৈ ৺এমঞ্জে সাহিত্য সেৱাত হাত দিয়ে। ইয়াৰ ফলস্বৰূপে তেখেতে ৰচনা কৰা শিশুৰ উপযোগী তিনিখন পুথি প্ৰকাশিত হয়। পুথিকেইখন হ'ল— 'তীৰ্থযাত্ৰী', 'বাইবেল সৌৰভ', আৰু 'মৰমী আইতা'। এই তিনিখন পুথিৰ বাহিৰেও 'সাধুতলী' নামেৰে আন এখন শিশু উপযোগী পুথি তেখেতে হাতেলেখা অৱস্থাতে এৰি থৈ যায়। এই পুথিকেইখন অসমীয়া সাহিত্যলৈ তেখেতৰ উল্লেখযোগ্য বৰঙণি।

তেখেত, মিছনাৰীসকলে দি যোৱা অৱদানকে আদৰ্শ হিচাপে লৈ আজীৱন কণ কণ ছাত্ৰ-ছাত্ৰীৰ মাজত সময় কটোৱা এগৰাকী মহান শিক্ষয়িত্ৰী। শিশু মনৰ উপযোগীকৈ শিক্ষাদান কৰাত তেখেতে সদায় গুৰুত্ব আৰোপ কৰি এই কামত নিজৰ মন-প্ৰাণ ঢালি দিছিল। তেখেতে পঢ়োৱা বহুত ছাত্ৰ-ছাত্ৰীয়ে উচ্চশিক্ষা লাভ কৰি ভাল ভাল চাকৰিত নিয়োগ হৈছে। সকলোৱে তেখেতক 'মিনি' বাইদেউ বুলিয়েই মাতিছিল আৰু ২ নং বালিকা বিদ্যালয়খন আজিও মিনি বাইদেউৰ স্কুল বুলিয়েই পৰিচিত।

১৯৫৫ চনত বহুত চেষ্টা কৰি ২ নং বালিকা বিদ্যালয়তে 'শিশু ভৱন' স্থাপন কৰিছিল। বৰ্তমান সেই শিশু ভৱন শিৱসাগৰ লক্ষ্মীনাথ বেজবৰুৱা ভৱনলৈ স্থানান্তৰ হৈছে। ভাৰত চৰকাৰে এই মহান সেৱাৰ প্ৰতি সন্মান প্ৰদৰ্শন কৰি শিক্ষকতাৰ বাবে সৰ্বশ্ৰেষ্ঠ পুৰস্কাৰ 'ৰাষ্ট্ৰপতি পুৰস্কাৰেৰে' ১৯৬৩ চনৰ ২২ নৱেম্বৰত নতুন দিল্লীত তেখেতক সন্মানিত কৰে। তেখেতেই হ'ল ৰাষ্ট্ৰপতি পুৰস্কাৰ লাভ কৰা প্ৰথম অসমীয়া মহিলা।

৺মিনি এমঞ্জে এগৰাকী সুদক্ষ সমাজকৰ্মীও আছিল। ১৯২৫ চনৰ পৰাই মহিলা সমিতিত যোগ দিছিল। তাৰ উপৰিও গাৰ্লচ গাইড, ৰেড ক্ৰছ আদিৰ দৰে জনকল্যাণমূলক অনুষ্ঠানৰ লগতো

সক্ৰিয়ভাৱে জড়িত আছিল। ’৪২ চনৰ গণ আন্দোলনৰ সময়ৰ পৰাই তেখেতে ঘৰত এড়িপলু পোহা, সূতাকটা আদি কামত নিজকে নিয়োগ কৰিছিল আৰু জীৱনৰ শেষলৈকে এই অভ্যাস এৰা নাছিল। ৰুগীক প্ৰতিপাল কৰা, ওচৰ চুবুৰীয়াৰ বিপদত সহায় কৰা তেখেতৰ এটা প্ৰধান গুণ আছিল। সেই কাৰণেই তেখেত সকলোৰে অতি শ্ৰদ্ধাৰ আছিল।

এই গৰাকী মহান শিক্ষয়িত্ৰীক আজিৰ চাম ছাত্ৰ-ছাত্ৰী বা ৰাইজে চিনি নাপাব। কিন্তু এসময়ত শিৱসাগৰৰ শিক্ষা জগতৰ লগত এই গৰাকী মহিলাৰ সম্বন্ধ আছিল অতি নিবিড়।

তেখেত আছিল অতি পৰিপাটি। নিজৰ ঘৰখনেই নহয়, যি খন স্কুলত কাম কৰিছিল সেই স্কুলখনো অতি ধুনীয়াকৈ ৰাখিছিল। নিয়মৰ মাজেদি ৺মিনি এমঞে কাম কৰি ভাল পাইছিল আৰু সহকৰ্ম্মী সকলকো সেই দৰে কাম কৰিবলৈ শিকাইছিল। বহুতো ঘাটপ্ৰতিঘাটৰ মাজেদি সাহেৰে তেখেতে জীৱন অতিবাহিত কৰিছিল।

তেখেত আছিল এগৰাকী ধৰ্মপৰায়ণা মহিলা। ঈশ্বৰলৈ থকা ভক্তিৰ পৰিচয় তেখেতৰ লেখনিৰ মাজেদিয়েই প্ৰকাশ পাইছিল।

৺মিনি এমঞক, ৰাষ্ট্ৰীয় পুৰস্কাৰ পোৱাৰ পাছত শিৱসাগৰীয়া ৰাইজে অভিনন্দন জনাওতে তেখেতে ৰাইজক ধন্যবাদেৰে কোৱা কথা কেইটি উদ্ধৃত কৰি দিয়া হ’ল।

“শ্ৰদ্ধেয় সভাপতি মহোদয় আৰু মাননীয় উপস্থিত ৰাইজ,

কণ কণ ল’ৰা-ছোৱালীবোৰৰ লগত অতদিনে উমলি আছিলো বুলিহে ভাবিছিলো। কিন্তু কেন্দ্ৰীয় চৰকাৰে যোৱা বছৰ ৰাষ্ট্ৰীয় পৰস্কাৰ এই অভাগীক দান কৰাত ল’ৰা-ছোৱালীৰ কাৰণে কৰা মোৰ শ্ৰম সাৰ্থক হৈছে বুলি জানি উৎসাহ পালো। আপোনালোকেও আজি ৰাজহুৱাভাবে মোক অভিনন্দন জনাই সেই ধাৰণা আৰু বেছি দৃঢ় কৰিলে। বগা চক মাটি আৰু ক’লা বৰ্ডৰ লগত জীৱনৰ দীঘলীয়া কালছোৱা অতিবাহিত হ’ল। পোমাইতৰ মনৰ ধুলি-মাকতি বোৰ জাৰি-জোকাৰি সিহঁতৰ মনত জ্ঞানৰ কঠিয়া সিঁচিবলৈ আপোনা-লোকেই মোক সুবিধা আৰু সাহস দিছে। আপোনালোকৰ এই উৎসাহ আৰু অনুপ্ৰেৰণাৰ প্ৰতিদান স্বৰূপে আপোনালোকক মোৰ আন্তৰিক ধন্যবাদ জনোৱাৰ বাহিৰে মোৰ ক’বলৈ বা দিবলৈ একো

নাই। মই সৰ্বহাৰা। আপোনালোকৰ আশীৰ্বাদত ল'ৰা-ছোৱালী-হঁতৰ জীৱন জোনৰ পোহৰৰ দৰে জিলিকি পৰক। সিহঁতৰ হাঁহি ভৰা মুখবোৰ চাই থাকিবলৈ ভগবানে মোক শক্তি দিয়ক। নমস্কাৰ।" এয়ে আছিল তেখেতৰ মনৰ নিভৃত কোণৰ কথা।

১৯৭১ চনত তেখেতে কামৰ পৰা অৱসৰ লয়। তথাপি তেখেতে লিখা পঢ়া কৰিবলৈ নেৰিছিল। কিন্তু তেখেতৰ শৰীৰ ৰোগগ্ৰস্তা হৈ পৰাত বিচনাতে অলপ দিন কটাবলগীয়া হয়।

১৯৭৭ চনৰ ২ মাৰ্চত ৭৬ বছৰ বয়সত শিৱসাগৰৰ নিজা বাস ভৱনত একমাত্ৰ জীয়েক, বিধৱা বোৱাৰীয়েক আৰু তিনিটি নাতিনীয়েকক এৰি মিনি এমঞ্জ স্বৰ্গী হয়।

অমায়িক, সৰল প্ৰকৃতিৰ মিনি এমঞ্জে অকল শিশু সকলৰে নহয় সকলোৰে অন্তৰ জয় কৰিব পাৰিছিল। ●●

# হেমলতা বৰুৱা

শ্ৰীমতী কমলা বৰুৱা



জন্ম ঃ ১৯০৮ চন
মৃত্যু ঃ ১৯৮২ চন

স্বাধীনতাৰ আগতে সেৱাত ব্ৰতী হৈ যিসকল মহিলাই একান্ত মনেৰে, একাগ্ৰ চিত্তেৰে মহিলা সমাজক উৎসাহিত কৰি, নাৰীত্বৰ মহিমাময় ৰূপেৰে, সেৱাৰ ব্ৰতত ব্ৰতী হ'বলৈ প্ৰেৰণা যোগাইছিল, সেইসকলৰ ভিতৰত এগৰাকী সুযোগ্যা মাতৃ, শিক্ষয়িত্ৰী, সাহিত্য সেৱী মহিলা আছিল ৺হেমলতা বৰুৱা।

হেমলতা বৰুৱাৰ পিতৃৰ নাম আছিল ৺কমলাকান্ত হাজৰিকা আৰু মাতৃৰ নাম ৺মনেশ্বৰী হাজৰিকা। স্বৰ্গীয় হাজৰিকাৰ ঘৰ আছিল শোণিতপুৰ জিলাৰ চতিয়াৰ শলাল গাঁৱত। তেখেত বৃটিছৰ দিনত পুলিচ থানাৰ ভাৰপ্ৰাপ্ত বিষয়া আছিল। চৰকাৰী চাকৰি কৰি থকাৰ বাবে তেখেত বিভিন্ন ঠাইত থাকিবলগীয়া হৈছিল। এনে অৱস্থাতে ১৯০৮ চনত তেখেতৰ প্ৰথমা কন্যা ৺হেমলতা বৰুৱাৰ জন্ম হয়। (তেখেতৰ জন্মৰ স্থান সঠিকভাৱে জানিব পৰা নগল।)

৺হেমলতা বৰুৱাৰ এগৰাকী ককায়েক আৰু চাৰিগৰাকী ভনীয়েক আছিল। ককায়েকৰ নাম আছিল ৺দিবাকৰ হাজৰিকা আৰু ভনীয়েকসকলৰ নাম যথাক্ৰমে শ্ৰীস্বৰ্ণলতা দাস, শ্ৰীতৰুলতা দাস, শ্ৰীইলা চৌধুৰী আৰু শ্ৰীৰেণু হাজৰিকা।

চুটি চাপৰ, লাৱণী, মৃদুভাষী আৰু কোনো সময়তে মুখৰ ওৰণি নেপেলোৱা, ব্যক্তিত্বসম্পন্না হেমলতা বৰুৱা আছিল এগৰাকী

কৰ্মশীলা তথা কঠোৰ পৰিশ্ৰমী মহিলা। স্বৰ্গীয়া বৰুৱাই বিপদসঙ্কুল সংসাৰ সমুদ্ৰৰ উপকূলত নিজ বিদ্যাবুদ্ধি, ধৈৰ্য্য আৰু সাহসৰ গুণত অকালতে ভাগি পৰা এখনি সংসাৰ পুনৰুজ্জীৱিত কৰি তুলিলে আৰু নিজকে প্ৰতিষ্ঠিত কৰি বংশৰ পৰিচয় ৰাখি থৈ গ'ল।

চাকৰিৰ দায়িত্বত পিতৃ হাজৰিকা স্থানান্তৰ হৈ ঘূৰি ফুৰিবলগীয়া হোৱাত আৰু সৰুকালতেই মাতৃৰ বিয়োগ হোৱাত প্ৰথমা কন্যা হেমলতাক সেইকালৰ ৰীতি অনুসৰি ১৪ বছৰ বয়সতে নগাঁৱৰ ৺নগেন্দ্ৰনাথ বৰুৱাৰ লগত বিয়া পাতি দিয়া হয়। নগেন্দ্ৰনাথ বৰুৱা চাহ বাগিছাৰ মেনেজাৰ আছিল। তেখেত বৃটিছৰ দিনৰ প্ৰথম অসমীয়া মেনেজাৰ আছিল বুলি জনা যায়।

জীয়ৰী কালত হেমলতা বৰুৱাই বিশেষ শিক্ষা লাভ কৰিব নোৱাৰিলে। বিয়াৰ পিছতো মেনেজাৰ স্বামী বিভিন্ন বাগানত ঘূৰি ফুৰিবলগীয়া হোৱাত পঢ়া-শুনাৰ কোনো সুযোগ নেপালে। আৰু বিবাহিত জীৱনৰ কেইবছৰমান পাৰ হওঁতেই আৰম্ভ হ'ল ভাগ্যৰ বিৰম্বনা।

মাত্ৰ দুটি সন্তান জন্ম হোৱাৰ পিছতে স্বামী নগেন্দ্ৰনাথ বৰুৱাৰ টাইফয়েড ৰোগত মৃত্যু হয়। অকালতে বিধবাৰ সাজ পিন্ধি, দুটি শিশু সন্তান (শ্ৰীমতী মিনা আগৰৱালা আৰু শ্ৰীনীৰেন বৰুৱা) কোলাত লৈ হেমলতা বৰুৱা সেই সময়ত তেজপুৰতে নিজৰ ঘৰত বাস কৰি থকা পিতৃ কমলাকান্ত হাজৰিকাৰ আশ্ৰয়লৈ ঘূৰি আহিল।

জীৱন যাত্ৰা আৰু ল'ৰা-ছোৱালী দুটাৰ ভৱিষ্যতৰ কথা চিন্তা কৰি তেখেত অস্থিৰ হৈ পৰিল। অৱশেষত তেজপুৰৰ বঙালী মজলীয়া কন্যা বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী ৺কিৰণবালা বৰকাকতিৰ উৎসাহ আৰু পিতৃৰ চেষ্টাত সেই বিদ্যালয়ৰে পঞ্চমমান শ্ৰেণীত হেমলতা বৰুৱাৰ নাম লেখাই দিয়া হয় আৰু তাতে তেখেতে নতুনকৈ শিক্ষা জীৱনৰ পাতনি মেলিলে। নিজৰ চেষ্টা আৰু একাগ্ৰতাৰ বলতে সেই বছৰেই স্বাস্থ্য বিজ্ঞানৰ এটি পৰীক্ষাত তেখেতে বৃত্তি লাভ কৰে আৰু মধ্য ইংৰাজী পৰীক্ষাত বৃত্তি লৈ উত্তীৰ্ণ হয় আৰু স্থানীয় অসমীয়া ছোৱালী মজলীয়া বিদ্যালয়ৰ প্ৰধান শিক্ষয়িত্ৰী ৺চন্দ্ৰবালা বৰুৱাৰ সহায়ত সেই বিদ্যালয়তে শিক্ষকতাৰে প্ৰথম কৰ্মজীৱন আৰম্ভ কৰে।

কিছুদিনৰ পিছত ঘৰতে পঢ়ি, প্ৰাইভেটে মেট্ৰিক পৰীক্ষা দি হেমলতা বৰুৱাই প্ৰথম বিভাগত উত্তীৰ্ণ হয়। উল্লেখযোগ্য যে তেখেতে একেদৰেই প্ৰাইভেটে পৰীক্ষা দি আই এ-ও পাছ কৰে।

সেই সময়ত তেজপুৰত ছোৱালী হাইস্কুল আৰম্ভ হৈছিল আৰু হেমলতা বৰুৱাক মজলীয়া বিদ্যালয়ৰ পৰা আনি এই বিদ্যালয়ত নিযুক্তি দিয়া হয়। এই বিদ্যালয়েই পিছত উচ্চ মাধ্যমিক বহুমুখী চৰকাৰী কন্যা বিদ্যালয়লৈ ৰূপান্তৰিত হয় আৰু হেমলতা বৰুৱাই গাৰ্হস্থ্য বিজ্ঞানৰ শিক্ষয়িত্ৰী হিচাপে তাতেই চাকৰি কৰি থাকি ১৯৬৪ চনত অৱসৰ গ্ৰহণ কৰে। তেখেতে দৰং মহাবিদ্যালয়ৰ নৈশ শ্ৰেণীত বি এ পঢ়িছিল যদিও বি এ পাছ কৰিব নোৱাৰিলে। কিন্তু শিক্ষয়িত্ৰীৰ চাকৰি কৰি থকাৰ সময়তে, প্ৰায় পঞ্চল্লিশ বছৰ বয়সত কলিকতাত ঘৰুৱা বিজ্ঞানৰ একবছৰীয়া পাঠ্যক্ৰম সমাপ্ত কৰি আহে।

জীৱনত বহুত কঠিন পৰীক্ষাৰ সন্মুখীন হৈ নিজৰ মনৰ বলতে শিক্ষা-দীক্ষা গ্ৰহণ কৰি অৱসৰ লোৱালৈকে শিক্ষকতা কৰি হেমলতা বৰুৱাই স্বাৱলম্বী হিচাপে নিজকে প্ৰতিষ্ঠা কৰাৰ উপৰিও, তেজপুৰৰ কুমাৰ গাঁৱত নিজ উপাৰ্জনেৰে এডোখৰ মাটি কিনি এটা ঘৰ সাজি থাকিবলৈ লয় আৰু জীৱনৰ শেষ মুহূৰ্তলৈকে তাতে কটায়।

এগৰাকী সুলেখিকা আৰু সমাজকৰ্মী হিচাপেও হেমলতা বৰুৱাৰ সমাজত পৰিচয় আছে। অক্লান্ত সমাজকৰ্মী ৺চন্দ্ৰবালা বৰুৱাৰ সৈতে তেখেতে তেজপুৰ জিলা মহিলা সমিতিৰ সম্পাদিকা হিচাপে ভালেমান সমাজ হিতকৰ কাম কৰিছিল। তেজপুৰত মহিলা সমিতি স্থাপন হোৱাৰ আগতেও তেখেতে শিপিনী ভঁড়াল পাতি ছোৱালীসকলক নানাৰকম হাতৰ কাম শিকাইছিল। শিক্ষকতা কৰি থকা অৱস্থাত তেজপুৰৰ "জ্যোতি কলা কেন্দ্ৰ"ৰ চিলাইৰ শিক্ষয়িত্ৰী হিচাপে ছোৱালী-সকলক প্ৰশিক্ষণ দিছিল।

হেমলতা বৰুৱা বহু বছৰ ধৰি হাপানী ৰোগত ভুগি আছিল। কিন্তু তেনে অৱস্থাতো তেখেতে হাতৰ কাম নেৰিছিল। বিছনাত পৰি থাকোতেও নিজৰ হাত খৰছ উলিয়াবলৈ নানা সাজ-পোচাক তৈয়াৰ কৰি বিক্ৰী কৰিছিল।

পিছৰফালে তেখেতক দুৰাৰোগ্য ব্যাধিয়ে আক্ৰমণ কৰে আৰু ১৯৮২ চনৰ নৱেম্বৰ মাহত, তেজপুৰৰ নিজা বাসভৱনত তেখেতৰ মৃত্যু হয়।

চাকৰিৰ পৰা অৱসৰ লোৱাৰ পাছত হেমলতা বৰুৱাই বিবেকানন্দৰ জীৱনী লেখিবলৈ লয়। ঘৰুৱা বিজ্ঞানৰ পাঠ্যপুথি এখন লেখি প্ৰস্তুত কৰি ছপাশালত দিছিল যদিও দুৰ্ভাগ্যবশতঃ সেই কিতাপ প্ৰকাশ নহ'ল। হেমলতা বৰুৱাৰ মৃত্যুৰ পাছত তেখেতৰ ভনীয়েক শ্ৰীমতী তৰুলতা দাসে "স্বামী বিবেকানন্দ" প্ৰকাশ কৰে। অৱশ্যে ছপাশালৰ পাণ্ডুলিপিৰ কিছু অংশ তেখেতক নৰীয়া পাটীতে পঢ়ি শুনোৱা হয়। ইয়াৰ বাহিৰেও তেখেতে ভ্ৰমণ কাহিনী, প্ৰবন্ধ আদি লেখিছিল বুলি জনা যায়।

হেমলতা বৰুৱাৰ দ্বাৰা ৰচিত "স্বামী বিবেকানন্দ" পুথিখনৰ সমালোচনা কৰি শ্ৰীমতী বিউটি মহন্তই লেখিছে যে—

অসমীয়া গদ্য সাহিত্যত জীৱনী সাহিত্যৰ এক উল্লেখযোগ্য সুঁতি ঊনবিংশ শতিকাৰ পৰা স্বচ্ছল গতিৰে বৈ আহিছে। গুৰু দুজনাৰ জীৱন চৰিত্ৰ লিপিবদ্ধ কৰাৰ প্ৰচেষ্টাত আৰম্ভ হোৱা চৰিত লিখা প্ৰথাই পিছলৈ তাৰ লগতে পাশ্চাত্য আহিৰ সংযোজনাত জীৱনী সাহিত্যৰ জন্ম দিলে। সমাজত প্ৰতিষ্ঠিত জীৱনৰ নানান সৰুবৰ ঘটনাই মানুহৰ জীৱনত নানান ধৰণে ৰেখাপাত কৰিব পাৰে। কেতিয়াবা মহান লোকৰ জীৱন চৰিতে কোনোজনৰ জীৱনৰ গতি ধাৰাকেই সলনি কৰি পেলাব পাৰে। এই দৃষ্টিকেই আগত ৰাখি স্বৰ্গীয়া হেমলতা বৰুৱাই "স্বামী বিবেকানন্দ,' নামৰ বিবেকানন্দৰ জীৱনীখনি অনুপম ৰূপত ৰচনা কৰিছিল। তেওঁ ৰচনাৰ পাতনিত কৈছে,—"এনে লোকৰ বিষয়ে উঠি অহা ল'ৰা-ছোৱালী, ডেকা-গাভৰু মাত্ৰেই জনাটো নিতান্ত উচিত।" আমাৰ অসমত, ভাৰতত থকা হজাৰজন আদৰ্শবান মহান ব্যক্তিৰ জীৱনীয়ে ভাৰতীয় শিশুৰ (সাধাৰণতে জীৱনী সাহিত্যই শিশুৰ কোমল মনত অধিক প্ৰভাৱ পেলায়) চৰিত্ৰ গঠনত, মানসিক উৎকৰ্ষ সাধনত সম্পূৰ্ণৰূপে সহায়ক হয়। এনে সহায়ৰ দিশৰ কথাও লিখিকাই উল্লেখ নকৰাকৈ থকা নাই। কি উপায়েৰে সেই কাৰ্য্য সমাধা হয় তাৰ ব্যৱস্থাও পাতনিতে কৈছে ঃ 'যোগ্যজনৰ শ্ৰেষ্ঠ দিশটোক উলাই নকৰি সেইজনৰ গুণাৱলী শ্ৰদ্ধাৰে বিচাৰ কৰি লোৱাটো উচিত।"

স্বৰ্গীয়া বৰুৱাৰ এই পুথিখনি শিশু, ডেকা-গাভৰু আটাইকে উপলক্ষ্য কৰি ৰচনা কৰা হৈছে। কোমলমতীয়া অকণিৰ বাহিৰেও যোগ্যজনৰ জীৱনৰ পৰা ডেকচামেও ল'বলগীয়া আহি অনেক থাকে।

লিখিকাই সেই বিষয়েও উনুকিয়াইছে—"এইজনা মহাপুৰুষে সংস্কৃত সাগৰ মথি ভাৰতীয় আধ্যাত্মিক ধৰ্মীয় জীৱনৰ সংস্কৃতি, বেদ-বেদান্ত, অধ্যয়ন কৰি সেই অমৃতৰ পূৰ্ণকুম্ভ, মানৱীয় চেতনাৰ মহামন্ত্ৰ ধ্বনি ভাৰতবৰ্ষ তথা বিশ্বকল্যাণৰ পবিত্ৰ বেদীত অৰ্পণ কৰি সকলোকে পান কৰিবলৈ সুযোগ দিছিল, সেইজনা পুৰুষৰ বিষয়েও উঠি অহা ডেকা-গাভৰুচামে জনাটো উচিত বুলি আশা ৰাখি এই পুথিখনি লিখা হ'ল।"

এখন সমাজৰ উন্নতিত আৰ্থিক ৰাজনৈতিক, সামাজিক আটাই-বোৰ দিশৰ-লগত আটাইতকৈ আৱশ্যকীয় দিশটো হৈছে মানসিক উৎ-কৰ্ষৰ দিশ। জনগণৰ মানসিক অধোগতিয়ে সমাজখনক যে কিমান তললৈ নমাই নিব পাৰে সেই কথা সকলো সমাজ সচেতন ব্যক্তিয়েই উপলব্ধি কৰে। লিখিকাই কৈছে—"আধ্যাত্মিকতা আমাৰ দেশৰ জাতীয় বৈশিষ্ট্য"।

সঁচাকৈয়ে 'ঋষিমুনিৰ দেশ' ভাৰতবৰ্ষ একালত আধ্যাত্মিক দিশত কিমান উচ্চ আছিল সি তুলনাৰ বাহিৰত। স্বামী বিবেকানন্দ এনে এজন লোক আছিল—"বিশ্ববৰেণ্য এজনা ঋষিয়ে নৈতিক নিষ্ঠাৰ সুস্থৰেখা প্ৰদৰ্শিত কৰি তাত্ত্বিক ধৰ্ম, শাস্ত্ৰ, শ্লোকবোৰ প্ৰকাশ কৰি জগতবাসীৰ আগত উদঙাই লগতে জাতিকুল নিৰ্বিশেষে সদৌ ভাৰতৰ পতিত জনগণৰ মুক্তিৰ ব্ৰতত নিজৰ জীৱন পৰ্য্যন্ত উৎসৰ্গা কৰি-ছিল।" সেইবাবে—"স্বামী বিবেকানন্দৰ দৰে এজনা মহাপুৰুষৰ বাণীৰ পুনৰ প্ৰচাৰ নিতান্ত প্ৰয়োজন হৈ পৰিছে।" (পৃষ্ঠা ৩)।

স্বামী বিবেকানন্দ (একালৰ নৰেন্দ্ৰ) আৰু গুৰু পৰমহংসৰ মাজৰ সম্বন্ধই গুৰু-শিষ্যৰ সমন্ধৰ লগতে ডাঙৰৰ প্ৰতি সৰুৰ শ্ৰদ্ধা আৰু সৰুৰ প্ৰতি ডাঙৰৰ স্নেহ ভাবৰ সুন্দৰ চানেকি ডাঙি ধৰিছে। বৰ্তমান সমাজৰ বাবে ই অতি আৱশ্যকীয় দিশ। তদুপৰি বিবেকানন্দৰ ভাৰতবাসীক এক অখণ্ড জাতিত পৰিণত কৰিবলৈ কৰা প্ৰচেষ্টাৰ কঠোৰ ব্ৰতৰ পথ কিমান কঠিন আৰু কষ্টসাধ্য আছিল তাক অতিক্ৰম কৰাৰ সুন্দৰ বৰ্ণনা বাস্তৱ হ'লেও গল্পৰ দৰে সুখপাঠ্য কৰি লিখিকাই সুন্দৰ আৰু পৰিপাটিকৈ বৰ্ণনা কৰিছে।

স্বামী বিবেকানন্দই "অতীজৰ ধৰ্মক্ষেত্ৰ ভাৰতবৰ্ষত দেখিবলৈ পালে দুৰ্ভিক্ষ, মহামাৰী, দুখ-দৈন্য, ৰোগ-শোকত প্ৰজা সাধাৰণ জৰ্জৰিত"

(পৃঃ ৬৫)। তাৰবাবে কৰা বিবেকানন্দৰ মানসিক, আধ্যাত্মিক প্ৰচেষ্টা ভাৰতীয় যুৱ মানসৰ আহি হোৱা উচিত। বিবেকানন্দৰ জীৱনত অলৌকিক প্ৰভাৱ, সপোনৰ মাহাত্ম্য আদি দেখুওৱা হৈছে যদিও সেই সমূহ তেওঁৰ দাৰ্শনিক চৰিত্ৰৰ লগত খাপ খাই পৰাত লিখিকাৰ বৰ্ণনাসমূহত ক'তো কেৰোণ দেখিবলৈ পোৱা হোৱা নাই। কাৰণ অলৌকিক শক্তিৰে উদ্ভাষিত বিবেকানন্দ বৰ্তমানৰ বিজ্ঞানৰ জগতখনৰ পৰাও তিলমানো আঁতৰি যোৱা নাই—"হিন্দু ধৰ্ম সম্পৰ্কে বিদেশীবিলাকৰ ভুল ধাৰণা আঁতৰাবলৈ ভাৰতবৰ্ষৰ সাৰ্বজনীন উদাৰ ভাবেৰে আধুনিক মনৰ উপযোগীকৈ বৈজ্ঞানিক যুক্তিপূৰ্ণ মত দি পাশ্চাত্যৰ ভোগ-বিলাসী জড়বাদৰ বাতুলতা পৰ্য্যবেক্ষণ কৰি ত্যাগৰ পুণ্য বাণী শুনাবলৈ ভাৰতৰ সৰ্বোত্তম ৰত্নসমূহ জগতৰ সভ্যতা ভাণ্ডাৰত বিনিময় কৰিবলৈ অন্ততঃ "সকলো ধৰ্মই সত্য" ঈশ্বৰ উপ-লব্ধিৰ বিবিধ ভাৰতীয় উপায়বিলাক আচাৰ্য্য ৰামকৃষ্ণ দেৱৰ মৌলিক উপদেশ বাণী সিংহ বিক্ৰমেৰে প্ৰচাৰ কৰিবলৈ ১৮৯০ চনৰ ৩১ মে'ত স্বামী বিবেকানন্দই শ্ৰীগুৰুৰ ইচ্ছাৰ দ্বাৰা চালিত হৈ চিকাগো অভিমুখে যাত্ৰা কৰি ঐতিহাসিক ভ্ৰমণৰ জোখকাঠী এৰি থৈ গ'ল।" (পৃঃ ৬৮)

সাধনাৰ ঐকান্তিকতা, মানৱ প্ৰেমৰ আকুলতা, বিশ্বভাতৃত্বত অগাধ বিশ্বাস, স্বদেশৰ হিতৈষিতা, শাৰীৰিক, মানসিক দুৰ্বাৰ শ্ৰম, গুৰুজনৰ প্ৰতি অটল বিশ্বাস আৰু হিন্দুধৰ্মক বিশ্ব দৰবাৰত সুপ্ৰতিষ্ঠিত কৰা এই মহান যোগী পুৰুষজনাৰ জীৱনীখনি লিখিকাই বৰ সুন্দৰ সাৱলীল ভাষাৰে সামৰণি মাৰিছে—"দুকুৰিৰ দেওনা পাৰ নৌহওঁতেই সেইজনা ঐশী শক্তিসম্পন্ন পুৰুষে সত্য সুন্দৰৰ জাগতিক মন্ত্ৰৰ জয়দৌল বান্ধি গুচি গ'ল—চকুৰ আগত থকা প্ৰিয়জনৰ চকুৰ আঁতৰলৈ--আজি যি আছে কাইলৈ সি নাথাকে, কেৱল বৈ আছে অনন্ত জীৱৰ সোঁত। তাৰে মাত্ৰ গজি উঠিছিল এটি উত্তাল তৰঙ্গ। শতাব্দীৰ শেষৰ ফালে আৰু প্ৰথম ভাগত পুনৰ কালৰ সোঁতত এটি ঢৌৰ উৎপত্তি দক্ষিণেশ্বৰৰ পূবত, বেলুৰৰ পশ্চিমত বিলয়!---কালৰ সোঁতত এই অভিনয়ৰ পৰি-সমাপ্তি মৃত্যুৰ আঁৰ কাপোৰেৰে নেপথ্যভূমি ঢাক খালে।" (পৃষ্ঠা ১৭৪)

জীৱনী সাহিত্য ৰচনাত স্বৰ্গীয়া বৰুৱাৰ এই প্ৰচেষ্ট ভাষাৰ ফালৰ পৰাও প্ৰশংসনীয়। আধ্যাত্মিক বলত বলীয়ান পুৰুষ স্বামী বিবেকা-

নন্দৰ দাৰ্শনিক তত্ত্ব সম্বলিত জীৱন-কাহিনী এনে সুন্দৰ ৰূপত সহজ-সৰল ভাষাত বৰ্ণনা কৰা হৈছে যে পুথিখনিক এক দৃষ্টিৰে ব্যক্তি জীৱনৰ ভাল-বেয়া দিশৰ সমালোচনাৰ বৰ্ণনা যেন নহৈ সুস্বাদু উপন্যাস এখন যেনহে হৈ পৰিছে। লিখিকাই চিকাগো, জাপান আদি বিদেশৰ বতৰা দিওতে তাৰ লগত প্ৰাকৃতিক দৃশ্যৰ বৰ্ণনা দিবলৈও পাহৰি যোৱা নাই।

বিবেকানন্দৰ আহিংস প্ৰভাৱান্বিত হৈ ভাৰতীয় লোকৰ আধ্যাত্মিক দিশ উজ্জ্বলৰ পৰা উজ্জ্বলতৰ হওক—এই দৃষ্টিৰে ৰচিত 'স্বামী বিবেকানন্দ" পুথিখনিক এখনি উৎকৃষ্ট জীৱনী সাহিত্য বুলি কোৱাত নিশ্চয় পাঠক সমাজৰ কাৰো আপত্তি নাথাকিব। ●●

"স্বামী বিবেকানন্দ" পুথিৰ সমালোচনা যুগুত কৰিছে শ্ৰীমতী বিউটি মহন্তই।

—সম্পাদিকা

# শশীপ্ৰভা দত্ত

ডঃ পুণ্য বৰুৱা



জন্ম ঃ ১৯১১ চন

মৃত্যু ঃ ১৯৮৬ চন

সমাজ একোখন সুন্দৰ হৈ উঠে প্ৰতিজন ব্যক্তিৰ মূল্যবান অৰিহণাৰে। স্বনামধন্য মহৎ ব্যক্তি-সকলে ধৰ্ম, সাহিত্য, কলা-কৃষ্টিলৈ চিৰন্তন অৱ-দানেৰে সমাজ তথা দেশ-খনৰ জেউতি চৰায়। কিন্তু এনে একোজন ব্যক্তি আছে যিজনে অনুষ্টুপীয়াকৈ হলেও সাহিত্য কলাকৃষ্টিৰ দিশত আগবঢ়োৱা বৰঙণিৰে সমাজৰ সৌষ্ঠৱ বঢ়াই থৈও গৈছে। স্বৰ্গীয়া শশীপ্ৰভা দত্তৰ নামটো এই দিশত উল্লেখ কৰিব পাৰি। এই গৰাকী মহিলা আজীৱন সমাজকৰ্মী আৰু সাহিত্যৰ সেৱিকা। শিৱসাগৰৰ বেতবাৰীৰ শুকান পুখুৰীৰ যশস্বী সাহিত্যিক আৰু নাট্যকাৰ ৺দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ জ্যেষ্ঠা কন্যা স্বৰ্গীয়া শশীপ্ৰভা দত্তৰ জন্ম হয় ১৯১১ চনত। তেখেতৰ মাতৃৰ নাম ৺পূৰ্ণকান্তি মজিন্দাৰ বৰুৱানী, আৰু স্বামীৰ নাম হ'ল আৰক্ষী বিষয়া ৺নাৰায়ণ চন্দ্ৰ দত্ত।

শশীপ্ৰভা দত্তই উচ্চ ইংৰাজী বিদ্যালয়ত স্কুলীয়া অলপ শিক্ষাহে ডিব্ৰুগড়ৰ পেহীয়েকৰ লগত থাকি লাভ কৰিছিল। কিন্তু স্বনামধন্য সাহিত্যিক পিতৃৰ পৰা অনুপ্ৰেৰণা পাই তেখেতৰ সৰুৰে পৰাই সাহিত্য চৰ্চাৰ প্ৰতি গভীৰ অনুৰাগ জন্মিছিল। ৰক্ষণশীল সমাজৰ পৰিৱেশত

থাকিও ৺শশীপ্ৰভা দত্তৰ সামাজিক কামৰ প্ৰতি আছিল অপৰিসীম ধাউতি। তেখেত একেধাৰে সাহিত্যিকা, সমাজ সেৱিকা, শিশুৰ কল্যানকামী আৰু গঠনমূলক কৰ্মী। সদ্যহতে তেখেতৰ সামাজিক অৱদান খিনিকে প্ৰথমে আলোচনা কৰিবলৈ ইয়াত চেষ্টা কৰা হৈছে।

৺শশীপ্ৰভা দত্তই সন্তানক উপযুক্তভাৱে গঢ়ি তোলাৰ উপৰিও নানান সামাজিক গঠনমূলক কামতো তেখেত সক্ৰিয়ভাৱে জড়িত আছিল। তেখেতে অসহযোগ আন্দোলনতো সোমাই দি সভা, শোভা-যাত্ৰা, পিকেটিং আদিত যোগ দিছিল। "সমাজ সেৱা কমিটি" গঠন কৰি সামাজিক কামত আত্মনিয়োগ কৰিছিল। ৺দত্ত এগৰাকী সক্ৰিয় কংগ্ৰেছ কৰ্মীও আছিল। ১৯৪৭ চনত যোৰহাট নগৰৰ মাজ মজিয়াত অৱস্থিত প্ৰাচীন আহোম ৰাজত্বৰ স্বাক্ষৰ বহন কৰা স্বৰ্গদেউ পুৰন্দৰ সিংহৰ সমাধিস্থান ৰজামৈদামত শশীপ্ৰভা দত্ত আৰু কেইগৰাকীমান মহিলা আগবাঢ়ি আহি "কল্যাণ সংঘ" নামৰ মহিলা অনুষ্ঠান এটি প্ৰতিষ্ঠা কৰে। ৰক্ষণশীল সমাজখনৰ পৰা খুব কমেইহে ওলগ জনাইছিল এই অনুষ্ঠানটোৰ প্ৰতি বা শশীপ্ৰভা দত্তক মুখ্য কৰি মহিলা কেইগৰাকীৰ প্ৰতি। স্বৰ্গীয়া দত্ত যোৰহাটৰ কল্যান সংঘটোৰ সম্পাদিকা হৈ মহিলা মেল, মইনা-মেল শিপিনী সংঘ, প্ৰাথমিক বিদ্যালয় (Primary School) আদিৰ লগত আছিল নিবিড় ভাৱে জড়িত। ঘৰুৱা জঞ্জালবোৰ আওকাণ কৰিও সময়মতেই ওলাই আহি দান বৰঙণি সংগ্ৰহ কৰা কামত যথেষ্ট সহায় কৰিছিল।

৺শশীপ্ৰভা দত্তৰ সাহিত্যৰ দিশতো উল্লেখযোগ্য অৱদান আছে। অসম সাহিত্য সভাৰ আজীৱন সভ্যা, সদৌ অসম লেখিকা সমাৰোহ সমিতি'ৰ সদস্যা হোৱাৰ উপৰিও অসমৰ প্ৰথম মহিলা আলোচনী "ঘৰ জেউতি"ত স্বনামে আৰু ছদ্মনামে তেখেতে কবিতা গল্প, ভাওনী গল্প আদিৰে অৱিহণা যোগোৱা নিয়মীয়া লেখিকা আছিল। বৰ্তমানৰ অসমবাণী, জনমভূমি, ওৰণি আদিতো তেখেতে মাজে সময়ে লিখিছিল। আকাশবাণী ডিব্ৰুগড় কেন্দ্ৰৰ 'ঘৰ জেউতি' অনু-ষ্ঠানৰ পৰাও মাজে সময়ে তেখেতৰ লেখনি প্ৰকাশ পাইছিল। ১৯৪২ চনৰ স্বাধীনতা আন্দোলনত প্ৰাণ আহুতি দিয়া স্বহীদ 'কণকলতা'ৰ নামত এখনি হাতে লিখা একাঙ্কিকা নাটকো মঞ্চত অভিনীত হৈছে।

'কণকলতা', 'গোঁহাঞি বৰুৱালৈ শ্ৰদ্ধাঞ্জলি' আৰু নিমাত নিতাল দেশত' আদিয়েই শশীপ্ৰভা দত্তৰ উল্লেখযোগ্য কবিতা। কবিতা সমূহৰ মাজত কাব্যিক সৌন্দৰ্য্য এটিও আছে। কবিতাসমূহৰ পৰা কেইটামান স্তৱক তলত উদ্ধৃত কৰি দিয়া হ'ল—

'নিমাত নিতাল দেশত' নামৰ কবিতাৰ পৰা—

নিমাতে আহিবা সখী নিমাত বিলত ফুলি
নিমাতে নিতালে যাবা নিমাতী পদুম পাহি,
নিমাত জানৰ কথা নিমাত সৌন্দৰ্য্য বিলাই
নিমাত ভাষাৰে ক'বা নিমাততে থাকে হাঁহি॥

তেখেতৰ "গোহাঞি বৰুৱালৈ শ্ৰদ্ধাঞ্জলি" কবিতাটিৰ আভাষ—

জোনাকী যুগত আহি সাহিত্য সেৱক ৰূপে
অসমীক দিলা তুমি নৱ প্ৰাণ।
হে কবি পদ্মনাথ ইয়াকে সুৱৰি আজি
তোমাক জনালো আমি অশেষ প্ৰণাম॥
ভাষা জননীৰ হ'কে দি যোৱা অৱদান
ৰাখিলে চহকী কৰি সাহিত্যৰ ভৰাল।
সেই পূজা সমলেৰে বান্ধিলা ভাষাৰ বেদী
কৰি গ'লা সেই বেদী আৰু জ্যোতিস্মান॥
তোমাক সেয়েহে আজি সোঁৱৰো আমি যে কবি
নিবেদিলো মোৰ এই ভক্তি 'শ্ৰদ্ধাঞ্জলি'।

ইয়াত প্ৰকাশ পাইছে শশীপ্ৰভা দত্তৰ পদ্মনাথ গোহাঁঞি বৰুৱাৰ প্ৰতি শ্ৰদ্ধাৰ মনোভাৱ এটি। কবিৰ স্বদেশ প্ৰেমৰ কবিতা 'কণকলতা'ত শ্বহীদ কণকলতাক স্বদেশৰ মঙ্গলৰ কাৰণে আত্মাহুতি দিয়া মহিয়সী বীৰাঙ্গনাৰ ৰূপত অঙ্কিত কৰিছে। তলত 'কণকলতা' কবিতাটিৰ এটি স্তৱক তুলি দিয়া হ'ল—

কণকলতাই ভাৰত ত্যাগ বাণী
বুকুত সাৱটি লৈ।
জনম ভূমিৰ উদ্ধাৰৰ হেতু
মৰণ কৰিলে পণ।

তগত তেজেৰে ঘুৰাই পেলালে
সেউজী দুৱৰি বন ॥
অসমৰ জীয়াৰী কণকলতাই
স্বদেশত জনম ধৰি।
বীৰাঙ্গনাৰ তেজ দেশ বিয়পাই
থ'ই গ'ল পোহৰ কৰি ॥

তেখেতৰ কবিতাৰ মাজেদি ভাৱ, আবেগ, অনুভূতিৰ লগত ছন্দ অলঙ্কাৰ আদিৰ সুন্দৰ সমন্বয় এটি প্ৰতিভাত হৈছে। সহজ সৰল, শব্দসম্ভাৰ, সৰল প্ৰকাশ ভঙ্গীত প্ৰকাশ পাইছে শশীপ্ৰভা দত্তৰ শান্ত, সৌম্য আৰু সবল দৃষ্টি-ভঙ্গী এটি। গীতি মাধুৰ্য্যৰো কবিতা কেইটিত সমাৱেশ হৈছে।

শশীপ্ৰভা দত্তৰ আন দুখন পুথি হ'ল—'গান্ধীবাদী' আৰু 'দেৱ-বাণী'।

সাহিত্যৰ দিশত অনুপ্টুপীয়াকৈ আগবঢ়াই থৈ যোৱা সাহিত্যিক অৱদানত শশীপ্ৰভা দত্তৰ সাহিত্যসুলভ দৃষ্টিভঙ্গী এটি স্পষ্টভাৱে প্ৰকাশ পাইছে। সেয়েহে শ্ৰীমতী দত্তৰ সাহিত্য কৰ্ম ও প্ৰতিভা সম্পৰ্কে অসম সাহিত্য সভাৰ প্ৰাক্তন সহকাৰী সম্পাদক শ্ৰীডিম্বেশ্বৰ দয়াল শৰ্মাৰ ভাষাতেই ক'ব পাৰি—

"শশীপ্ৰভা দত্ত বাইদেউক যোৱা একুৰি বছৰে অসম সাহিত্য সভা আৰু যোৰহাট সাহিত্য সভাৰ মজিয়াত লগ পোৱাৰ উপৰিও ঘৰুৱা ভাৱেও লগ পাই আহিছোঁ। আমাৰ ভাষা সাহিত্য আৰু সংস্কৃতিক প্ৰাণেৰে ভাল পোৱা সকলৰ ভিতৰত বাইদেউও এগৰাকী আছিল। স্বনামধন্য জোনাকী যুগৰ সাহিত্যিক দুৰ্গাপ্ৰসাদ মজিন্দাৰ বৰুৱাৰ যোগ্যা, জেষ্ঠা কন্যা বাইদেউৱে বৰেণ্য পিতৃৰ প্ৰেৰণাত চেমনীয়া বয়সৰ পৰাই সাহিত্য চৰ্চা কৰিছিল আৰু মৃত্যুৰ কেইদিন-মানৰ আগলৈকে এই চৰ্চা অটুত আছিল।" (স্মৰণিকা—স্বৰ্গীয়া শশীপ্ৰভা দত্তৰ") শশীপ্ৰভা দত্তই ৰজা মৈদামৰ বাসভৱনত সকলোকে কন্দুৱাই ১৯৮৬ চনৰ ১৭ জানুৱাৰীত মৃত্যু বৰণ কৰে।

সেয়েহে আমি এইগৰাকী নীৰৱ সমাজ কৰ্মী আৰু সাহিত্য চৰ্চাত একাগ্ৰতাপূৰ্ণ নিষ্ঠা থকা মহিলা হিচাপে সদায়েই শশীপ্ৰভা দত্তক স্মৰণ কৰিম। ●●

# প্ৰতিভা দেৱী

শ্ৰীমতী নিবেদিতা শৰ্মা

প্ৰতিভা——প্ৰতিভা মানে যেন সেইগৰাকী নাৰী যি গৰাকী নাৰীৰ নাম আৰু ব্যক্তিত্বৰ সমন্বয়ে অসমৰ নাৰী সমাজত ৰাখি থৈ গৈছিল এক উজ্জ্বল প্ৰতিভাৰ স্বাক্ষৰ। মানৱ জীৱনৰ সাধাৰণ পৰিসৰৰ মাত্ৰ একৈশ বছৰীয়া চুটি জীৱন পৰিক্ৰমাত এইগৰাকী নাৰীয়ে প্ৰমাণ কৰি থৈ গ'ল যে, বয়সৰ মাপ-কাঠিৰে নহয় কামৰ মাপকাঠিৰেহে জীৱন জুখিব পাৰি।



জন্ম ঃ ১৯১১ চন
মৃত্যু ঃ ১৯৩২ চন

প্ৰতিভা দেৱীৰ জন্মভূমি আছিল তেওঁৰ পিতৃৰ পূৰ্ব-পুৰুষৰ পবিত্ৰ স্থান নলবাৰী সত্ৰ। ইংৰাজী ১৯১১ চনৰ এপ্ৰিল মাহৰ ৭ তাৰিখে তাতেই তেওঁ জন্ম গ্ৰহণ কৰে। প্ৰতিভা দেৱীৰ দেউতাক স্বৰ্গীয় শৰৎচন্দ্ৰ গোস্বামীদেৱ চৰকাৰী বিষয়া আছিল, আৰু তেখেতৰ কৰ্মস্থান আছিল উজনিৰ যোৰহাট চহৰ। সেইবাবে প্ৰতিভাৰ শৈশৱৰ দিনবোৰ পিতৃমাতৃৰ লগত যোৰহাটতেই অতিবাহিত হৈছিল। প্ৰতিভা দেৱীৰ মাতৃৰ নাম ভুবনেশ্বৰী গোস্বামী।

প্ৰতিভাই পঢ়াশালীৰ চৌহদ গৰকিবলৈ পোৱা নাছিল। সেই কালত পঢ়া-শুনাৰ সুবন্দবস্ত নাছিল, আৰু ছোৱালী স্কুললৈ যোৱা কথাটো কিবা আচহুৱা, বা দোষণীয় কথাৰ দৰেহে সাধাৰণতে মানুহে ভাবিছিল।

ছবছৰ বয়সত প্ৰতিভাৰ বাবে দেউতাকে এজন ঘৰুৱা শিক্ষক নিযুক্ত কৰে। ঘৰুৱা শিক্ষকৰ তত্বাৱধানতেই প্ৰতিভাৰ শিক্ষা জীৱন আৰম্ভ হয়। কিন্তু প্ৰতিভা আছিল প্ৰতিভাময়ী। অতি কম সময়ৰ ভিতৰতেই পঢ়া শুনাত দ্ৰুতগতিৰে আগবাঢ়ি গৈ মাইনৰ স্কুলৰ ওপৰ শ্ৰেণীৰ সমান লিখাপঢ়া কৰিবলৈ প্ৰতিভা সক্ষম হৈছিল। ঘৰতে তেওঁ সংস্কৃত, অসমীয়া আৰু ইংৰাজী শিক্ষা লাভ কৰিছিল। স্কুলীয়া শিক্ষা আহৰণ কৰি পৰীক্ষা দিয়াৰ কোনো সুযোগ সুবিধা নোপোৱাকৈয়ে প্ৰকৃত অৰ্থত প্ৰতিভা সুশিক্ষিতা হৈ উঠিছিল। দেউতাকে প্ৰতিভাক অসমীয়া আৰু বঙালী ভাষাৰ বছা বছা কিতাপ আনি পঢ়িবলৈ দিছিল। কিতাপবিলাক তেওঁ বৰ মনোযোগেৰে পঢ়িছিল আৰু পঢ়ি বৰ ভাল পাইছিল। এই নিয়মীয়া অধ্যয়নৰ ফলস্বৰূপেই প্ৰতিভাৰ মনত সাহিত্য ৰচনাৰ প্ৰতি এক প্ৰবল অনুৰাগ জন্মে, আৰু তেওঁ হাতত কলম তুলি লয়। তেওঁৰ কলমৰ পৰা সেই সময়ত কাগজৰ বুকুত লিপিবদ্ধ হৈছিল গদ্য পদ্যৰ নানাবিধ সাহিত্য সম্ভাৰ। তেওঁৰ ককায়েক শ্ৰীমান প্ৰফুল্ল গোস্বামীৰ সহযোগত প্ৰতিভা দেবীয়ে 'নৈবেদ্য' নামেৰে হাতে লিখা মাহেকীয়া আলোচনী এখন সম্পাদনা কৰিছিল। তাত তেওঁ নানা ধৰণৰ প্ৰবন্ধপাতি লেখিছিল। তেওঁৰ লিখনিসমূহত গভীৰ অধ্যয়ন আৰু সাহিত্য সচেতন মন এটাৰ প্ৰভাৱ দেখা যায়। আৰু তেওঁৰ ৰচনাসমূহে তেওঁৰ সাহিত্য প্ৰীতিৰ এক উজ্জ্বল নিদৰ্শন আঙুলিয়াই দিয়ে। এখেতৰ 'তুমি' নামৰ কবিতাটি ছাত্ৰ-ছাত্ৰীৰ পাঠ্য-পুথিৰ অন্তৰ্গত কৰা হৈছিল।

ছটা যুগৰ আগৰ অসমীয়া সমাজখন প্ৰাচীনতাৰ অন্ধকাৰে আৱৰি ৰাখিছিল। বিশেষকৈ নাৰী সমাজ কুসংস্কাৰৰ আচ্ছন্নতাত এক সীমাবদ্ধ বৃত্তৰ মাজত জীয়াই আছিল। নাৰী সমাজৰ তেনেকুৱা প্ৰতিকূল পৰিবেশৰ মাজতেই জন্ম হৈছিল প্ৰতিভা দেবীৰ। পুৰুষ-শাসিত সেই সময়ৰ প্ৰাচীনপন্থী সমাজখনৰ প্ৰভাৱ প্ৰতিগৰাকী নাৰীৰ বাবেই অভিশাপ স্বৰূপ আছিল। সোণৰ চামুচ মুখত লৈ জন্মাগৰাকীও সেই অভিশাপৰ পৰা ৰেহাই পোৱা নাছিল। আৰু সেইবাবেই ধনী-মানী সম্ভ্ৰান্ত পৰিয়াল এটাত জন্ম গ্ৰহণ কৰিও আৰু লালিতা পালিতা হৈও প্ৰতিভা দেবীয়ে আন সকল নাৰীৰ দৰেই সেই সময়ৰ কঠোৰ সমাজ ব্যৱস্থাৰ পৰা মুক্ত হ'ব পৰা নাছিল।

বাল্যবিবাহ সেই সময়ৰ হিন্দু সমাজৰ প্ৰচলিত প্ৰথা আছিল। বামুণ সম্প্ৰদায়ৰ মাজত এই প্ৰথা অধিক কটকটীয়া আছিল— যিহেতু বামুণৰ ছোৱালী পুষ্পিতা হোৱাৰ আগতেই বিয়া দিব নোৱাৰিলে চৈধ্য পুৰুষ নৰকত ডুব যাব লাগিব বুলি এক অন্ধ বিশ্বাস মানুহৰ মাজত যুগ যুগ ধৰি চলি আছিল। সেই অন্ধ বিশ্বাসৰ চিকাৰ প্ৰতিভাও হ'ব লগা হৈছিল, আৰু তাৰেই ফলশ্ৰুতি হিচাপে দহ বছৰীয়া প্ৰতিভাই 'বালিকা বধূ'ৰ ভূমিকা গ্ৰহণ কৰিব লগা হৈছিল। ১৯২১ চনত গড়মূৰীয়া সত্ৰৰ শ্ৰীউমাকান্ত গোস্বামী এম এ, বি এল দেৱৰ লগত প্ৰতিভাৰ শুভ বিবাহ সম্পন্ন হয়। বিয়াৰ পিছত প্ৰতিভা তিনি বছৰ মাক দেউতাকৰ লগত যোৰহাটতে থাকে। সেই সময়ত প্ৰতিভাই যোৰহাট নৰ্মাল স্কুলৰ লাইব্ৰেৰীৰ পৰা বহুত ভাল ভাল বঙালী গ্ৰন্থ পঢ়িবলৈ লয়। প্ৰতিভাই উলিওৱা 'নৈবেদ্য' নামৰ আলোচনীখনৰ কেইবাটাও প্ৰবন্ধ সেইসময়ত নৰ্মাল স্কুলৰ পৰা ওলোৱা 'প্ৰভাত' নামৰ আলোচনীখনতো প্ৰকাশ পাইছিল।

পিতাকৰ পৰা প্ৰতিভাই জ্ঞান আহৰণ কৰাৰ সুযোগ পাইছিল, আৰু মাকৰ পৰা এগৰাকী সুদক্ষা গৃহিণীৰ বাবে প্ৰয়োজনীয় সকলো ঘৰুৱা কাম-কাজ যেনে—ৰন্ধা-বঢ়া, সূতা কটা, তাঁত-বোৱা, আলহী-অতিথি আদিৰ সোধ-পোছ কৰা, জা-জলপান ইত্যাদি বনোৱা সকলো ধৰণৰ কাম দক্ষতাৰে শিকি লৈছিল। ন বছৰ বয়সৰ পৰাই প্ৰতিভাই ঘৰুৱা কাম-বন কৰাৰ অভ্যাস কৰিছিল, আৰু সময়ত এগৰাকী সুদক্ষা ৰান্ধনী হিচাপে সকলোৰে পৰা প্ৰশংসা লাভ কৰিছিল। নাৰী হৈ ঘৰুৱা কাম-কাজত পাকৈত নহ'লে সমাজৰ দৃষ্টিত সেই নাৰীক 'থুপৰী' বুলি হেয় জ্ঞান কৰা হয়, আৰু সেইবাবেই ৰান্ধনি বামুণ, লগুৱা-লিগিৰীৰে পৰিবেষ্টিত হৈ থকা সত্ত্বেও প্ৰতিভাক সৰুৰে পৰাই সকলো ধৰণৰ লাগতিয়াল কথা শিকোৱা হৈছিল।

বিয়াৰ পিছত মাকৰ ঘৰত থকা সময়ছোৱাৰ ভিতৰতে প্ৰতিভাই পাট মুগা কাপোৰ ভালদৰে ব'ব পৰা হয়। বেজি সূতাৰে কাপোৰত ফুল তোলা কামো সুন্দৰকৈ কৰিব পৰা হয়। ইয়াৰ বাহিৰেও দেউতাকে প্ৰতিভাক সংগীত শিকাবৰ বাবে এজন সংগীত শিক্ষকো নিযুক্ত কৰি দিয়ে। সেই সময়তে তেওঁ ভালদৰে ক'ব আৰু লিখিব পৰাকৈ ইংৰাজী ভাষাও আয়ত্ত কৰি লয়।

এই সকলোবোৰৰ মাজতো কিন্তু সাহিত্যপ্ৰেমী প্ৰতিভাৰ মনৰ পৰা সাহিত্য চৰ্চাৰ চিন্তাই লগ এৰা দিয়া নাছিল। তেওঁ 'ডন্ কুইক্সোট' নামৰ মোল্ল শতিকাৰ স্পেনিছ উপন্যাস এখন ইংৰাজীৰ পৰা অসমীয়ালৈ অনুবাদ কৰে। উপন্যাসখনৰ অসমীয়া নাম দিছিল 'কেকো ডাঙৰীয়া'। ইয়াৰ প্ৰথম সংস্কৰণ অনুমানিক ১৯২৬ চনত প্ৰকাশ হয়। অনুবাদ সাহিত্যত হাত দিয়া তেওঁৱেই প্ৰথম অসমীয়া মহিলা আছিল।

পতিগৃহলৈ যোৱাৰ পাছত প্ৰতিভাই কিছুদিন স্বামীৰ লগত গুৱাহাটীত বাস কৰে। সেই সময়ত তেওঁৰ স্বামী কটন কলেজ আৰু আৰ্ল ল কলেজৰ অধ্যাপক আছিল।

১৯২৪ চনত প্ৰতিভাই তেওঁৰ প্ৰথম সন্তান, এটি পুত্ৰৰ জন্ম দি 'মাতৃ' হোৱাৰ সৌভাগ্য লাভ কৰে। কিন্তু দুবছৰ বয়সতে এই সন্তানটিৰ মৃত্যু হয়। সেইসময়তে তেওঁৰ স্বামী চিলেটৰ মুৰাৰীচাঁদ কলেজৰ অধ্যাপক হিচাপে নিযুক্ত হয় আৰু প্ৰতিভা দেবীয়েও স্বামীৰ লগত চিলেটত থাকিবলৈ লয়। ইয়াৰ পাছত তেওঁ- এটি পুত্ৰ আৰু এটি কন্যা সন্তান জন্ম দিয়ে। ইয়াৰ কিছুদিনৰ পাছত তেওঁ যোৰহাটলৈ আহে। যোৰহাটত থকা সময়ছোৱাত তেওঁ ঘৰুৱা কাম-কাজ, চিলাই কাম, অতিথি শুশ্ৰূষা আদি নানা কামত ব্যস্ত হৈ থকাৰ বাহিৰেও নিয়মীয়া গ্ৰন্থ অধ্যয়নৰ আৰু এচৰাজ বজোৱাৰো অভ্যাস ৰাখিছিল।

প্ৰতিভা দেবীৰ স্বদেশপ্ৰীতি আছিল অতি গভীৰ। নিজৰ দেশখনক তেওঁ মনেপ্ৰাণে ভাল পাইছিল। নিজ দেশৰ কৃষ্টি-সংস্কৃতি, শিক্ষা, ৰীতি-নীতি সকলো তেওঁ সৰ্বান্তঃকৰণে গ্ৰহণ কৰিছিল। আৰু তেওঁৰ দেশপ্ৰেমৰ নিদৰ্শন তেওঁৰ সকলো কাম-কাজ, কথা-বাৰ্তা, পিন্ধা-উৰা আদিত স্পষ্টভাৱে প্ৰকাশ পাইছিল। তেওঁ সদায় স্বদেশত তৈয়াৰী হোৱা সামগ্ৰীহে সাধাৰণতে ব্যৱহাৰ কৰিছিল। ৰাজনীতি সম্বন্ধেও প্ৰতিভাৰ জ্ঞান আছিল। এইবিলাকৰ বিষয়ে তেওঁ প্ৰায়েই তেওঁৰ পিতৃ, স্বামী, ককায়েক, মামাক আৰু আত্মীয় স্বজনৰ লগত আলোচনা কৰিছিল।

চিলেটত থাকোতে তাৰ মহিলা অনুষ্ঠানবিলাকৰ প্ৰতিভা অন্যতমা সদস্যা আছিল। শিক্ষিতা মহিলাসকলৰ মাজত তেওঁৰ স্বভাৱসুলভ

সৰলতা, বদান্যতা আদিয়ে তেওঁক আকৰ্ষণীয়া কৰি তুলিছিল। সেই সময়ৰ প্ৰখ্যাত ব্যক্তি শ্ৰীনলিনীমোহন শাস্ত্ৰী, শ্ৰীবনমালী বেদান্ত-তীৰ্থ আদিয়ে প্ৰতিভাক নিজৰ কন্যাৰ দৰেই আদৰ স্নেহ কৰিছিল। প্ৰতিভা অতিশয় দয়াৱতী আছিল। কোনোবাই তেওঁৰ ওচৰত সহায় বিচাৰিলে কেতিয়াও তেওঁ বিমুখ নকৰিছিল। এসময়ত চিলেটৰ দুখীয়া ছাত্ৰ এজনৰ দুখ-কষ্টৰ কথা শুনি ল'ৰাটিক নিজৰ ঘৰতে ৰাখি তেওঁ পঢ়াৰ সুবিধা কৰি স্কুলত নাম লগাই দিয়ে। পিছত ল'ৰাটিয়ে তেওঁৰ স্বামীৰ লগতে থাকি কটন কলেজতো পঢ়িছিল।

প্ৰতিভাৰ চিঠি-পত্ৰবিলাকৰো বৈশিষ্ট্য আছিল। সাধাৰণ খোৱা-পিন্ধা কথাকেই তেওঁ চিঠিবিলাকত নিলিখিছিল। সমাজৰ কথা, দেশৰ কথা, ভাষাৰ কথা আদি বিভিন্ন ধৰণৰ তথ্যগধুৰ বিষয়ৰ কথা তেওঁ চিঠিবোৰত উল্লেখ কৰিছিল। তেওঁৰ 'ডায়েৰী' আৰু স্বামীলৈ লিখা চিঠিবোৰ তেওঁৰ স্বামীয়ে সযতনে সুৰক্ষিত কৰি ৰাখিছে বুলি জনা যায়। সেই চিঠিবোৰৰ মাজত নিহিত হৈ আছে তেওঁৰ উচ্চা-কাঙ্ক্ষা, পবিত্ৰতা আৰু এক মহান আদৰ্শনীয়া নাৰীৰ এটি গভীৰ আত্মসচেতন অনুভূতি।

সাজ-পোছাকৰ প্ৰতি তেওঁৰ কোনো আকৰ্ষণ নাছিল। সৰ্ব-সাধাৰণ নাৰীৰ দৰে অলংকাৰপ্ৰীতিও প্ৰতিভাৰ নাছিল। অতি সাধাৰণভাৱে তেওঁ সাজ-পাৰ কৰিছিল। কোনোবাই কাপোৰ-কানি বা অলংকাৰ-পাতি উপহাৰ দিব খুজিলে তেওঁ কেতিয়াও নলৈছিল। পিতাকে দিব খোজা মূল্যবান উপহাৰৰ পৰিবৰ্তে তেওঁ উপহাৰ স্বৰূপে কিতাপ ল'বলৈহে বৰ ভাল পাইছিল।

পাৰিবাৰিক জীৱনতো প্ৰতিভা দেবী আছিল কৰ্তব্যপৰায়ণ আৰু স্নেহময়ী নাৰীৰ প্ৰতীক। স্বামী শুশ্ৰূষা, সন্তান পালন, ঘৰুৱা কাম-কাজ ইত্যাদি যাৱতীয় সকলোবোৰ কৰ্তব্য সুচাৰুৰূপে পালন কৰি তেওঁ মহিলা অনুষ্ঠানৰ যোগেদি দেশৰ প্ৰতিও সেৱা আগবঢ়াইছিল। ইয়াৰ বাহিৰেও তেওঁ হাতত তুলি লৈছিল কলম। ১৯২৬ চনত অসম সাহিত্য সভাই ৰন্ধন প্ৰণালী বিষয়ৰ কিতাপ এখনৰ বিষয়ে জাননী দিয়ে। জাননীখন দেখিয়েই প্ৰতিভাই সেই বিষয়ে মাকৰ লগত আলোচনা কৰে, আৰু মাকৰ সৈতে লগ লাগি মাত্ৰ ২৫ দিনৰ ভিতৰতে

কিতাপ এখন লিখি উলিয়ায়। বিভিন্ন প্ৰকাৰৰ ৰন্ধা-বঢ়া সমন্ধে লিখা কিতাপখনিৰ নাম দিয়া হৈছিল 'খোৱা-বোৱা'।

১৯৩২ চনৰ ২ অক্টোবৰৰ নিচেই প্ৰত্যুষতে প্ৰতিভাই তেওঁৰ চতুৰ্থ সন্তানটি ভূমিষ্ঠ কৰাৰ পাছত মাত্ৰ ২১ বছৰ বয়সত পৃথিৱীৰ সকলো বন্ধন ছিন্ন কৰি চিৰবিদায় লয়। মৃত্যুৰ আগদিনা ৰাতিও তেওঁ দেউতাক, মোমায়েক শ্ৰীমাধৱচন্দ্ৰ ভট্টাচাৰ্য্যদেৱ, আৰু কেইবা-জনো বিশিষ্ট ব্যক্তিৰ লগত এখনি মাহেকীয়া আলোচনী প্ৰকাশ কৰাৰ বিষয়ে আলোচনা কৰিছিল।

মাত্ৰ কেইটামান বছৰৰ সীমাৱদ্ধ পৰিধিৰ মাজতেই এই গৰাকী নাৰীয়ে স্ত্ৰীৰূপে, মাতৃৰূপে, সুগৃহিণীৰূপে, সমাজ সেৱিকাৰূপে আৰু লেখিকা ৰূপে মানৱ জীৱনৰ কেইৰাটাও গুৰুত্বপূৰ্ণ ভূমিকাৰ সফল ৰূপায়ণ কৰি অসমৰ নাৰী সমাজক দি গ'ল এক স্মৰণীয় অৱদান। যিটো যুগত নাৰী আছিল অৱহেলিতা, পদদলিতা, অশিক্ষিতা আৰু অভিশপ্তা, সেই যুগতেই এই গৰাকী নাৰীয়ে নিজৰ শ্ৰেষ্ঠত্ব প্ৰমাণ কৰি গ'ল ।

নিষ্ঠুৰ সময়ে প্ৰতিভা দেৱীৰ পূৰ্ণ প্ৰতিভা বিকাশ কৰিবলৈ নিদিলে যদিও এগৰাকী আদৰ্শ নাৰী হিচাপে প্ৰতিভা দেৱী অসমৰ সমাজত চিৰদিন প্ৰেৰণাৰ উৎস হৈ থাকিব। ●●

# স্নেহলতা দেবী

শ্ৰীমতী গীতা হাতীকাকতি



জন্ম ঃ ১৯১২ চন

মৃত্যু ঃ ১৯৭১ চন

১৯১২ চনত তেজপুৰ চহৰত অসমৰ এগৰাকী নীৰৱ সাহিত্যসাধিকা ৺স্নেহলতা দেবীৰ জন্ম হৈছিল। তেখেতৰ দেউতাক আছিল অসমৰ খ্যাতনামা সাহিত্যিক অগ্নিকবি ৺কমলাকান্ত ভট্টাচাৰ্য্য। মাকৰ নাম আছিল ৺সুমিত্ৰা দেবী। শ্বিলঙৰ লেডী কীন গাৰ্লচ কলেজৰ প্ৰাক্তন অধ্যক্ষা ৺উষা-ভট্টাচাৰ্য্য তেখেতৰ ভনীয়েক আছিল। ককায়েকৰ নাম ৺তৰুণচন্দ্ৰ ভট্টাচাৰ্য্য। ৺প্ৰভাত চন্দ্ৰ ভট্টাচাৰ্য্য আৰু ৺কৰুণাকান্ত ভট্টাচাৰ্য্য আছিল তেখেতৰ ভায়েক। স্বামীৰ নাম ৺শৰতচন্দ্ৰ বৰুৱা।

সাহিত্যানুৰাগী পিতৃ ৺কমলাকান্ত ভট্টাচাৰ্য্যৰ আদৰ্শই শৈশৱকালৰ পৰাই ৺স্নেহলতা দেবীক অনুপ্ৰাণিত কৰিছিল আৰু অসমীয়া সাহিত্য-সংস্কৃতিৰ প্ৰতি অনুৰাগ জন্মাইছিল। তেখেতে শৈশৱৰ দিনবিলাক ধুবুৰী চহৰত অতিবাহিত কৰিছিল, শিক্ষাৰ প্ৰতি ধাউতি থকাৰ কাৰণেই নিচেই সৰুৰে পৰাই পঢ়া-শুনাৰ ক্ষেত্ৰত বৰ কষ্ট কৰিছিল আৰু বহুদূৰ বাট খোজকাঢ়ি গৈ প্ৰাইমেৰী স্কুলত পঢ়িছিল। সেই সময়ত ধুবুৰীত ছোৱালী হাইস্কুল নথকাত উচ্চ শিক্ষাৰ বাবে ঢাকাৰ ওচৰৰ মৈমনচিঙৰ বভিঙত থাকি বঙালী ভাষাত পঢ়া-শুনা কৰিছিল,

সেইকাৰণেই ৺স্নেহলতা দেবীৰ ধ্যান-ধাৰণা, চিন্তা-চৰ্চা বঙালী সমাজ-সংস্কৃতিৰ প্ৰভাৱেৰে সমৃদ্ধ হৈ পৰিছিল। বঙালী ভাষা তেখেতে এনেভাৱে আয়ত্ব কৰিছিল যে অনায়াসে নানা বিষয়ৰ ওপৰত গধুৰ চিন্তাৰ প্ৰবন্ধ লিখিব পাৰিছিল। তথাপি তেখেতে নিজকে অসমীয়া বুলি পৰিচয় দি গৌৰৱবোধ কৰি মনৰ মাজত জাতীয় চেতনাক সদায় সজীব কৰি ৰাখিছিল। কেতিয়াবা পঢ়াশালীত লগৰ সহপাঠিয়ে অসমীয়া কলা-কৃষ্টিৰ প্ৰতি ঠাট্টা মস্কৰা বা বিৰূপ মনোভাৱ পোষণ কৰি কথা ক'লে তেখেতে সহ্য কৰিব নোৱাৰিছিল আৰু দৃঢ়তাৰে নিৰ্ভীকভাৱে প্ৰতিবাদ কৰি আহিছিল। এদিন পঢ়াশালিত তেখেতক স্কুলৰ বঙালী সহপাঠী এগৰাকীয়ে "অসমীয়া ভাষাত ভাল গল্প, উপন্যাস নাই" বুলি কোৱাত তেখেতৰ মনত এই কথাষাৰে গভীৰ-ভাৱে ৰেখাপাত কৰিছিল আৰু বন্ধত ঘৰলৈ আহি অসমীয়া গল্প, উপ-ন্যাস বিচাৰি নিৰাশ হৈ মনতে প্ৰতিজ্ঞা কৰিছিল যে তেখেতে নিজেই অসমীয়া ভাষাত ভাল গল্প, উপন্যাস লিখি অসমীয়া সাহিত্যৰ এই অভাৱ দূৰ কৰিব আৰু তেতিয়াৰ পৰাই গল্প, উপন্যাসক তেখেতৰ সাহিত্যৰ মাধ্যম হিচাপে লৈ সাহিত্য চৰ্চাক জীৱনৰ ব্ৰত হিচাপে লৈছিল। ৺স্নেহলতা দেবীয়ে প্ৰথমতে এন্ট্ৰেঞ্চ পৰীক্ষা দিছিল কিন্তু উত্তীৰ্ণ হ'ব নোৱাৰি পিছত প্ৰৱেশিকা পৰীক্ষা দি উত্তীৰ্ণ হৈছিল। অঙ্ক শাস্ত্ৰত তেখেতে বিশেষভাৱে পাৰদৰ্শিতা দেখুৱাই স্কুলৰ পৰীক্ষা-বোৰত সৰ্বোচ্চ নম্বৰ পাবলৈ সক্ষম হৈছিল। তেখেতৰ পিতৃ ৺কমলা-কান্ত ভট্টাচাৰ্য্য আৰু খুড়াদেৱেক ৺সৰ্বেশ্বৰ ভট্টাচাৰ্য্যই শিক্ষাৰ ক্ষেত্ৰত তেখেতক অনুপ্ৰাণিত কৰিছিল। ৺স্নেহলতা দেবীয়ে পঢ়ি থকা কালতে গুৱাহাটীৰ এখন মধ্য ইংৰাজী স্কুলত কিছুদিন শিক্ষয়িত্ৰী হিচাপে কাম কৰিছিল আৰু আজৰি সময়ত সাহিত্য সাধনা কৰিছিল। সেই সময়ত তেখেতে লেখা গল্প প্ৰবন্ধ আদি তেতিয়াৰ আলোচনীবোৰত প্ৰকাশ হৈছিল। তেখেতৰ লেখনী পঢ়ি বিদ্বান আৰু উৎসাহী ব্যৱ-সায়ী ৺শৰতচন্দ্ৰ বৰুৱা অভিভূত হৈ পৰিছিল আৰু তেখেতলৈ চিঠিৰে অভিনন্দন জনাই সাহিত্য সম্পৰ্কে বহু কথা লিখি তেখেতৰ ৰচনাৱলীৰ গুণ বখানি পৰিচয় হৈছিল। ক্ৰমান্বয়ে চিঠিৰ আদান-প্ৰদান বাঢ়ি আহিছিল। ৺শৰতচন্দ্ৰ বৰুৱাৰ ঘৰ তেজপুৰত আছিল, যদিও তেখেতে ডিব্ৰুগড়ৰ চৈখোৱাত ব্যৱসায় কৰিছিল। তেখেত এজন পৰোপকাৰী,

মৰমীয়াল ব্যক্তি আছিল। এদিন ৺শৰতচন্দ্ৰ বৰুৱাই ব্যৱসায় সংক্ৰান্তত গুৱাহাটীলৈ আহোতে ৺স্নেহলতা দেবীৰ লগত প্ৰথম সাক্ষাৎ হৈছিল। এই সাক্ষাতে চিঠিৰ পৰিচয় নিবিড় কৰাত সহায় কৰিছিল। সেই সময়ত ৺স্নেহলতা দেবীৰ পিতৃ ৺কমলাকান্ত ভট্টাচাৰ্য্যৰ আৰ্থিক অৱস্থা বেয়া হোৱাত ৺স্নেহলতা দেবীৰ পঢ়া-শুনাত কিছু অসুবিধা হৈছিল বুলি ৺শৰতচন্দ্ৰ বৰুৱাই গম পাই ৺স্নেহলতা দেবীক পঢ়া-শুনাৰ ক্ষেত্ৰত, লেখনী প্ৰকাশৰ ক্ষেত্ৰত সহায় কৰাৰ প্ৰতিশ্ৰুতি দিছিল। তাৰপিছত গুৱাহাটীলৈ আহিলেই ৺বৰুৱাই ৺স্নেহলতাক লগ ধৰিছিল আৰু ৺স্নেহলতায়ো ৺বৰুৱাৰ অনুৰোধত ডিব্ৰুগড়লৈ গৈ ৺বৰুৱাৰ ঘৰত ৺ককায়েকৰ লগত আছিলগৈ। অৱশেষত তেখেতসকলৰ সেই সম্পৰ্ক বিবাহ বন্ধনেৰে স্থায়ী হৈছিল। ৺বৰুৱাৰ সহায়ৰ বাবেই ৺স্নেহলতাই বেনাৰস হিন্দু বিশ্ববিদ্যালয়ৰ পৰা আই এ পৰীক্ষা পাছ কৰিছিল, কিন্তু তেখেতৰ সৰুৰে পৰা থকা এজমাৰ অসুখে লগ নেৰাত সিমানতে শিক্ষা জীৱনৰ ওৰ পৰিছিল। তেখেত সৰুৰে পৰাই বৰ আলসুৱা স্বভাৱৰ ছোৱালী আছিল আৰু ঘৰুৱা কাম-বন কৰাতকৈ পঢ়া শুনা আৰু সাহিত্য চৰ্চ্চা কৰি ভাল পাইছিল।

তেখেতৰ পিতৃয়ে ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰিছিল আৰু ব্ৰাহ্ম সমাজৰ নীতি নিয়মেৰে একমাত্ৰ নিৰাকাৰ ঈশ্বৰৰ শৰণ লৈছিল। পিতৃ ৺কমলাকান্ত ভট্টাচাৰ্য্য এজন সমাজ সচেতন, নিৰ্ভীক মনৰ স্বাধীন-চিতীয়া ব্যক্তি আছিল। সমাজৰ সকলো স্তৰৰ মানুহে তেখেতক মান-সন্মান কৰিছিল আৰু ভাল পাইছিল। সেইকাৰণে ধৰ্মান্তৰ হোৱাৰ পিছতো তেখেতসকলে সামাজিকভাৱে কোনো ধৰণৰ অসুবিধা পোৱা নাছিল যদিও তেখেতসকলৰ লগত বঙালী ব্ৰাহ্ম সমাজৰ লোকসকলৰহে বেছি আন্তৰিকতা গঢ়ি উঠিছিল আৰু বিয়া-বাৰুৰ ক্ষেত্ৰত তেতিয়াৰ সমাজ ব্যৱস্থাই প্ৰতিবন্ধকতাৰ সৃষ্টি কৰিছিল। সেই সময়ত বাল্যবিবাহৰ বান্ধোন কটকটীয়া আছিল যদিও ৺স্নেহলতা দেবীৰ বিয়া যথেষ্ট পলমকৈ হৈছিল।

তেখেতৰ পিতৃ আৰু খুড়াদেৱেকে তেজপুৰৰ ওচৰৰ নাৰায়ণপুৰত হাতীৰ মহল খুলিছিল আৰু তেতিয়াই ধুবুৰীৰ পৰা গুৱাহাটীলৈ গুচি আহি পাণবজাৰৰ এটি ভাড়া ঘৰত কিছুদিন আছিল। ৺স্নেহলতা দেবীৰ ককায়েক ৺তৰুণচন্দ্ৰ ভট্টাচাৰ্য্যই দেউতাকৰ অভাৱৰ সংসাৰ-

থনৰ ভাৰ মূৰ পাতি লৈছিল, ককায়েকক ৺স্নেহলতাই বৰ ভাল পাইছিল আৰু পিতৃতুল্য জ্ঞান কৰিছিল। পিতৃ ৺কমলাকান্ত ভট্টাচাৰ্য্যৰ ব্যৱসায়ৰ কাৰণে কিছুদিন তেখেতসকল কলিকতাতো আছিলগৈ আৰু তাত থকা সময়ছোৱাত ৺স্নেহলতা দেবীয়ে তাঁতশালত কাপোৰ বৈ অসমীয়া নাৰীৰ পৰম্পৰা ৰক্ষা কৰি শিল্পীসুলভ মনৰ পৰিচয় ডাঙি ধৰি অসমীয়া ছোৱালীৰ পাৰ্গতালি প্ৰদৰ্শন কৰি বঙালীসকলৰ চকুত চমক লগাইছিল।

. বিয়াৰ পিছত ৺স্নেহলতা দেবীয়ে সপৰিয়ালে উজান বজাৰৰ যোৰপুখুৰী পাৰৰ ভাড়া ঘৰ এটাতো কিছুদিন আছিল আৰু তেতিয়াই অসমৰ স্বনামধন্যা মহিলা কবি ৺নলিনীবালা দেবীৰ লগত আন্তৰিকতা গঢ়ি তুলিবলৈ সুযোগ পাইছিল আৰু প্ৰখ্যাত বৰদলৈ পৰিয়ালৰ লগত মধুৰ সম্পৰ্ক গঢ়ি উঠিছিল। তেখেতৰ দুটি পুত্ৰ সন্তানৰ জন্ম হৈছিল। ডাঙৰ ল'ৰাটিৰ জন্মৰ দুবছৰৰ পিছত সৰু ল'ৰাটিৰ জন্ম হৈছিল, কিন্তু এই ল'ৰাটিৰ জন্মৰ তিনিমাহৰ পিছৰ পৰাই তেখেতৰ সংসাৰত অশান্তিৰ ধুমুহা বৈছিল। ঘৰুৱা অশান্তি আৰু বেমেজালিৰ মাজত কিছুদিন কটোৱাৰ পিছত এদিনৰ বিশেষ এটি ঘটনাৰ বাবে ধৈৰ্য্য হেৰুৱাই তেখেতে ৭ বছৰীয়া আৰু ৫ বছৰীয়া নাবালক ল'ৰা দুটিক এৰি দুৰ্য্যোগপুৰ্ণ দিন এটিত আত্মাভিমানত ঘৰৰ পৰা ওলাই অনিশ্চিত ভৱিষ্যতৰ পথত ভৰি দিছিল। তেতিয়া অসহযোগ আন্দোলনৰ ভৰপক অৱস্থা, অসমৰ আকাশ বতাহকো যুদ্ধক্ষেত্ৰৰ ভয়াবহতাই ছাটি পেলাইছিল। ৺স্নেহলতাই সকলো বিপদ বিঘিনি আওকাণ কৰি সুদূৰ ডেৰাডুনলৈ গুচি গৈছিল আৰু তাত থকা সময়ছোৱাত ভাৰতৰ বহু ঠাই ভ্ৰমণ কৰিছিল। তেখেতে মনৰ শান্তি বিচাৰি কবিগুৰুৰ শান্তি নিকেতনলৈ গৈ তাত কিছুদিন শিক্ষকতাও কৰিছিল। সুদীৰ্ঘ দিন ডেৰাডুনত কটোৱাৰ পিছত জীৱনৰ আবেলি বেলিকা স্বদেশলৈ উভতি আহি স্বামীৰ লগত চেনীকুঠিৰ নিজা ঘৰত থাকিবলৈ লৈছিল। অৱশ্যে তেখেতে দিহিঙে দিপাঙে, অলিয়ে-গলিয়ে, নগৰে-চহৰে অনাই-বনাই ভ্ৰমি ফুৰা সময়ছোৱাত ৱাৰ্দ্ধালৈ যাওঁতে মহাত্মা গান্ধীৰ লগত পৰিচয় হ'বলৈ সুযোগ পাইছিল আৰু গান্ধীৰ সংস্পৰ্শলৈ আহি নিজক ধন্য মানি দেশ প্ৰেমৰ জোৱাৰত মন-প্ৰাণ উটুৱাই দিছিল। তেখেতে 'সাঁথৰ' নামৰ উপন্যাসত কবিগুৰুৰ শান্তিনিকেতনৰ সুন্দৰ বৰ্ণনা প্ৰকাশ কৰিছিল।

তেখেতে পিতৃ ৺কমলাকান্ত ভট্টাচাৰ্য্যৰ পৰিচয় দি সদায় গৌৰৱ অনুভৱ কৰিছিল কিন্তু মাকৰ অনাদৰ অৱহেলাই তেখেতৰ মনত বৰ বেজাৰ দিছিল। সেইকাৰণে সৰুৰে পৰাই তেখেতৰ মন অকথিত বেদনাৰে ভাৰাক্ৰান্ত হৈ পৰিছিল। বিবাহিত জীৱনতো ঘৰুৱা পৰিবেশৰ কাৰণে জীৱন অশান্তিময় হৈ উঠিছিল, শেষলৈ মানসিক ভাৰসাম্য হেৰুৱাই তেখেতে মানসিক বিকাৰত ভুগিছিল। তেখেতৰ ডাঙৰ পুত্ৰ হ'ল অসমৰ অস্তিত্ব ৰক্ষা আন্দোলনৰ সময়ত দৃঢ়তাৰে আন্দোলনৰ সপক্ষে মাত মাতি বিশেষ ভূমিকা লোৱা অসমৰ এজন আগশাৰীৰ ইঞ্জিনীয়াৰ শ্ৰীযুত ইন্দ্ৰজিৎ বৰুৱা।

৺স্নেহলতা দেবীৰ দিনত অসমত বাল্যবিবাহ প্ৰচলিত আছিল আৰু নাৰীশিক্ষাৰ প্ৰচলন সীমিত আছিল, কিন্তু পিতৃ ৺কমলাকান্ত ভট্টাচাৰ্য্য আৰু খুড়াদেৱেক ৺সৰ্বেশ্বৰ ভট্টাচাৰ্য্যৰ প্ৰগতিশীল ভাৱধাৰাৰ ফলত ৺স্নেহলতা দেবী আৰু ভনীয়েক ৺উষা ভট্টাচাৰ্য্যই প্ৰাচ্য আৰু পাশ্চাত্য সংস্কৃতিৰ বিষয়ে জানিবলৈ বুজিবলৈ আৰু আয়ত্ব কৰিবলৈ সুযোগ-সুবিধা পাইছিল, লগতে স্বদেশ আৰু স্বজাতিৰ প্ৰতি শ্ৰদ্ধা জনাবলৈ প্ৰেৰণা পাইছিল। সৰুৰে পৰা উন্নত শিক্ষা-দীক্ষা আৰু সংস্কৃতিসম্পন্ন পৰিবেশত গঢ়ি উঠা তেখেতৰ মন আছিল সৎসাহসী, উচ্চাভিলাসী, স্বাধীনচিতীয়া আৰু মুকলিমূৰীয়া। সেয়ে সেই সময়ত তেখেতৰ নিৰ্ভীক চাল-চলন, আচাৰ-ব্যৱহাৰ, আধুনিক ৰুচিৰ মাৰ্জিত সাজ-সজ্জা আদিক সমাজৰ এচাম লোকে সহজভাৱে ল'ব নোৱাৰিছিল। তেখেতৰ ধুবুৰীত থকা সময়ত শৈশৱৰ দিনবোৰত গৌৰীপুৰৰ মহাৰজাই পিতৃ ৺কমলাকান্তক বৰ সন্মান আৰু শ্ৰদ্ধা কৰিছিল, সেইকাৰণে পিতৃ পৰিয়ালৰ লগত ৰাজপৰিয়ালৰ বন্ধুত্বপূৰ্ণ সম্পৰ্ক গঢ়ি উঠিছিল। এইবিলাকৰ প্ৰভাৱতো ৺স্নেহলতাৰ মনৰ পৰিধি প্ৰগতিবাদী চিন্তাধাৰাৰে বহল আৰু উদাৰ হৈ পৰিছিল।

অসহযোগ আন্দোলনৰ আৰম্ভণিত ৺স্নেহলতা দেবী আছিল কৈশোৰ পাৰ হৈ যৌৱনৰ দুৱাৰদলিত। অসমৰ গাঁৱে-ভূঞে তেতিয়া মহাত্মাৰ বাণী প্ৰচাৰ হৈছিল, ৺স্নেহলতাই তেতিয়াৰ পৰা আগতকৈয়ো আন্তৰিকতাৰে হাতত কলম তুলি লৈ তেখেতৰ ৰচনাৰে ভাষা জননীৰ পূজা

—১৬

কৰিবলৈ মন স্থিৰ কৰি সাহিত্য চৰ্চাত মনোনিবেশ কৰিছিল। তেখেত অঃ ভাঃ উঃ সাঃ সভাৰ সদস্যা আছিল আৰু ডেৰাডুনৰ পৰা সভাৰ বৈঠকবোৰত যোগ দিবৰ কাৰণে কলিকতালৈ আহিছিল। সাহিত্য চৰ্চাৰ ক্ষেত্ৰত তেখেতে অৱশ্যে যিমান আশা কৰিছিল মনৰ জোখাৰে সেইখিনি নাপাই অপ্ৰকাশৰ বেদনাত ভুগি অসহনীয় দুখৰ বোজা কঢ়িয়াই ফুৰিব লগাত পৰিছিল। তথাপি তেখেতে 'বীণা', 'বেমেজালি', 'আমাৰ বিহু' 'সাঁথৰ' নামৰ কেইবাখনো উপন্যাস লেখি অসমীয়া সাহিত্য ভঁড়াললৈ বৰঙণি দি থৈ গৈছে।

সৰুৰে পৰাই চহৰীয়া পৰিৱেশত ডাঙৰ দীঘল হোৱা স্নেহলতা দেবীয়ে বৰ সুন্দৰকৈ গাঁৱলীয়া জীৱনৰ হুবহু চিত্ৰ তেখেতৰ ৰচনাৰে অঙ্কিত কৰিছিল। "উদং গাত বুকুত মেথনি মাৰি, মূৰত চাৰিহতীয়া চেলেং উৰি, কঁকালত খালৈ খুচি, কাণত জকাই নৈ খৰাং দিনা গাঁৱৰ জীয়াৰী বোৱাৰীয়ে জুম বান্ধি পানীত কৰঙণ বুৰোৱাই জকাই টানি হটো ভৰিৰ কলাফুলত আনটো তুলি বুকুলৈ ভাতি ধৰা পৰা সৰু মাছ আঙুলিৰে চেপি খালৈত থোৱা অমৰে মন কৰিছে, সেপেৰে ভৰিত মেৰ খোৱা জোক একৰাই আঁতৰাই পেলাই দিয়া সৌন্দৰ্য্যলৈকো অমৰৰ চকু গৈছে"—এইয়া তেখেতৰ 'বেমেজালি' উপন্যাসৰ নায়ক অমৰৰ মনৰ ভাবেৰে গাঁৱলীয়া জীয়ৰী বোৱাৰীৰ একোটি মুহূৰ্তৰ মনোৰম প্ৰতিচ্ছবি—তেখেতৰ ৰচনাত এইদৰে প্ৰতিফলিত হৈছিল।

আকৌ "বাগিছা থকা মানুহৰ ছোৱালীক তেওঁ বিয়া নকৰায়, কাৰণ এওঁবিলাকৰ মন অকণমানো বহল নহয়। সদায়েই কুলীৰ সৈতে বসতি, গতিকে টকাক এওঁবিলাকে যিমানকৈ জানে, মানুহৰ হৃদয়ক তিমানকৈ চিনি নাপায়। এওঁবিলাক বৰ অন্তঃকৰণশূন্য, কঠুৱা, কেৱল পইচাকে চিনে, মানুহ নাজানে।"—এইয়া আছিল স্নেহলতা দেবীৰ 'বেমেজালি' উপন্যাসত সমাজৰ বৰ মানুহ বোলোৱা ধনী মানুহৰ মনোবৃত্তিৰ প্ৰতি তেখেতৰ উক্তি। এইদৰে নিজক সদায় সমাজৰ আন মানুহতকৈ উচ্চ স্তৰৰ বুলি ভাবি গপত ওফন্দি থকা সকলক তেখেতৰ লেখনীৰে উদঙাই দি থকা সৰকা কৰি বলিষ্ঠ ৰচনাৰে সৎসাহসৰ পৰিচয় দিছিল। অৱশ্যে 'বেমেজালি' উপন্যাসত মাজে মাজে তেখেতে ঘটনাৰ আঁত হেৰুৱাই খেলি-মেলিৰ সৃষ্টি কৰি পাঠক-পাঠিকাক বিপাঙত পেলোৱাও চকুত পৰে। তথাপি তেখেতৰ

উপন্যাসৰ পাতে পাতে গাঁৱলীয়া জীৱনৰ প্ৰতিচ্ছবি আৰু 'সাঁথৰ' নামৰ উপন্যাসত সেই সময়ৰ অসমৰ পৰিস্থিতি, হিন্দু-মুছলমানৰ মাজৰ সম্প্ৰীতি, দুখীয়া-নিচলাৰ দুখ-দুৰ্গতি, চাহ বাগিছাবিলাকত খ্ৰীষ্টান ধৰ্মৰ প্ৰভাৱ, বিদেশী শাসনে অসমৰ ধৰ্ম আৰু কৃষ্টিক তিলতিলকৈ কৰা গ্ৰাস, অসমৰ মাটিত অনা-অসমীয়াৰ আধিপত্য, অসমীয়া কলা-সংস্কৃতিত বঙালীৰ হস্তক্ষেপ, অসমৰ বিদ্বান লোকৰ মাজত অসমীয়া কিতাপ পঢ়াৰ প্ৰতি অনীহা ইত্যাদি বহুতো সমস্যা তেখেতৰ সমাজ সচেতন মনেৰে স্পষ্টভাৱে প্ৰকাশ কৰিছিল ।

তেখেতৰ জীৱনৰ শেষৰ কেইটাদিন স্বামীৰ মৃত্যুৰ পিছত চেনী-কুঠীৰ ঘৰত কটায় । জীৱন জোৰা বেদনা বুকুত সাৱটি এজ্মা ৰোগত ভুগি ১৯৭১ চনৰ ২৪ এপ্ৰিলৰ দিনা গুৱাহাটী মেডিকেল কলেজ হস্পিতেলত মৃত্যুক আঁকোৱালি লৈ অনন্তধামলৈ গতি কৰিছিল । ●●

৺স্নেহলতা দেৱীৰ জীৱনী যুগুত কৰোতে গুৱাহাটীৰ বামুণীমৈদামৰ ওচৰত থকা শ্ৰীযুতা হেমলতা ভট্টাচাৰ্য্য আৰু ৺স্নেহলতা দেৱীৰ খুড়াকৰ জীয়েক শ্ৰীযুতা প্ৰেমলতা বৰুৱাৰ কাষ চাপি কিছু কথা জানিব পাৰিছিলোঁ । সেয়ে এই দুয়োগৰাকী বৰণীয়া মাতৃলৈ কৃতজ্ঞতাৰে মোৰ সেৱা জনালোঁ । তাৰোপৰি গুৱাহাটীৰ চান্দমাৰীৰ শৰ্মা প্ৰিণ্টাৰ্ছৰ স্বত্বাধিকাৰী শ্ৰীসঞ্জীৱকুমাৰ শৰ্মাই বহুতো কষ্ট কৰি ৺স্নেহলতা দেৱীৰ পুত্ৰ শ্ৰীযুত ইন্দ্ৰজিৎ বৰুৱাৰ পৰা কিছু তথ্য-পাতি যোগাৰ কৰি বিশেষভাৱে সহায় কৰিছিল, সেয়ে শ্ৰীশৰ্মালৈ আন্তৰিক কৃতজ্ঞতা জনোৱাৰ লগতে শ্ৰদ্ধেয় শ্ৰীযুত ইন্দ্ৰজিৎ বৰুৱাদেৱলৈকো কৃতজ্ঞতাৰ শৰাই আগবঢ়ালোঁ । শ্ৰীযুত বৰুৱাৰ পৰা তেখেতৰ মাতৃ ৺স্নেহলতা দেৱীয়ে নিজেই লিখা যিখিনি কথা পাইছিলোঁ সেইখিনিৰ অৱস্থা অতি জৰাজীৰ্ণ হৈ পৰিছে । দুয়ো পৃষ্ঠাতে চিয়াঁহীৰে লিখা কাৰণে আখৰবোৰ বিয়পি যোৱাৰ উপৰিও পইতাচোৰা আৰু উঁয়ে নষ্ট কৰা কাৰণে কাগজবোৰ উঁৱলি যোৱাত পঢ়িবলৈ অসুবিধা হৈছিল। তথাপিও তাৰ পৰাও অতি কষ্টেৰে হেণা-চোৰোকাকৈ কিছু কথা উদ্ধাৰ কৰি এই জীৱনী যুগুত কৰিব লগাত পৰিছিলোঁ। গতিকে কিবা ভুল-ভ্ৰান্তি থাকি গৈছে যদি সহৃদয় পাঠক-পাঠিকাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা বিচাৰিছোঁ । —লেখিকা

# আজলীতৰা নেওগ

শ্ৰীমতী জীৱনমাধুৰী নেওগ বৰা

'আমি দহো বাই ভনী দহোটি মুকুতা মণি
শোভিছিলো একেধাৰি মালা,
তাৰে তুমি এটি মণি বাইদেউ 'খুদকণি'
কিয় বাৰু ছিগি গুছি গ'লা ?'



জন্ম ঃ ১৯১৩ চন
মৃত্যু ঃ ১৯৪৯ চন

——এয়া আজলীতৰাই কিশোৰী কালতে লেখা কবিতাৰ এটি পংক্তি। বাইদেৱেক 'খুদকণ'ৰ মৃত্যু শোকত লিখা কবিতাটিৰ নামো আছিল 'খুদকণ'। তেতিয়া আজলীতৰা নেওগ আছিল আজলীতৰা ৰাজখোৱা।

প্ৰখ্যাত সাহিত্যিক বেণুধৰ ৰাজখোৱাৰ জীয়ৰী আজলীতৰাৰ জন্ম হৈছিল ১৯১৩ চনৰ ৫ ডিচেম্বৰত ডিব্ৰুগড়ৰ আমোলাপট্টিত। মাক ৰত্নকুমাৰী ৰাজখোৱানী অসম প্ৰাদেশিক মহিলা সমিতিৰ লগত, সমিতিৰ জন্মলগ্নৰে পৰা ওতঃপ্ৰোতভাৱে জড়িত আছিল। সাহিত্য চৰ্চাৰ মুকলি মঞ্চই আছিল ৰাজখোৱাৰ——

ডিব্ৰুগড়ৰ ঘৰখন। দহোটি কন্যা সন্তান আৰু তিনিটি পুত্ৰ সন্তানেৰে ৰাজখোৱাৰ বৃহৎ পৰিয়ালটিৰ কোনোবাজনে ছবি আঁকিছিল, কোনোবা-জনে বেহেলা বজাইছিল, কোনোবাজনে কবিতা লেখিছিল, কোনোবা-জনে গান গাইছিল, কোনোবাজনে গোঁথা-মেলা কৰিছিল, কোনোবা-জনে আকৌ সুন্দৰকৈ পিয়ানো বজাইছিল। সাহিত্য-সংস্কৃতিৰে মুখৰ হৈ আছিল ৰাজখোৱাৰ সুবৃহৎ প্ৰাসাদটি।

এনে এটি সংস্কৃতিবান সম্ভ্ৰান্ত অভিজাত পৰিয়ালত—সংস্কৃতিবান পৰিবেশত ডাঙৰ হোৱা আজলীতৰাৰ মনৰ মাজত ক'ব নোৱাৰাকৈয়ে সাহিত্যৰ বীজ অঙ্কুৰিত হৈছিল। স্বভাৱতে গম্ভীৰ আজলীতৰাই পাঠ্যপুথি পঢ়া, খেলা-ধূলা কৰাৰ মাজতে অকণমান সময় পালেই কিবাকিবি লিখাত ব্যস্ত আছিল। লিখাৰ বাবে তেওঁ ঘাইকৈ দেউতা-কৰ পৰাই অনুপ্ৰেৰণা পাইছিল। 'বৰদৈচিলা, সৰুদৈচিলা, ৰঙালী বিহুৰে বতৰা দিলা' কিশোৰী আজলীতৰাৰ আন এটি কবিতা। এনে ধৰণে কবিতা-প্ৰবন্ধ তেওঁ ছেগা-চোৰোকাকৈ বহুতো লিখিছিল। সকলোবোৰ লিখাই প্ৰকাশৰ বাট বিচাৰি পোৱা নাছিল—লাজকুৰীয়া আজলীতৰাই কাকো নেদেখুৱাকৈ মনে মনে সামৰিও থৈছিল। সংগ্ৰহ আৰু সংৰক্ষণৰ অভাৱত সেইবোৰ এদিন ক'ৰবাত হেৰাই গৈছিল।

পঢ়াশালিত পঢ়ি থাকোতেই ১৯৩০ চনৰ ১১ ডিচেম্বৰত আজলী-তৰা ৰাজখোৱাৰ বিয়া হৈছিল শিৱসাগৰ কমাৰফদীয়া গাঁৱৰ ডেকা সাহিত্যিক ডিম্বেশ্বৰ নেওগৰ লগত। এইবাৰ আজলীতৰাই সাহিত্য চৰ্চাৰ বাবে আগতকৈও বহল পৰিসৰ আৰু পৰিবেশ পালে। সাহি-ত্যিক স্বামীৰ পৰা প্ৰেৰণা পাই তেওঁৰ প্ৰতিভাই বিকাশ লাভ কৰিবলৈ সমৰ্থ হ'ল। শিশুপ্ৰেমী আজলীতৰাই পোন প্ৰথমেই শিশুসকলৰ উপ-যোগীকৈ লিখি উলিয়ালে আৰবীয় উপন্যাস গ্ৰন্থমালা। ১৯৩১ চনত তেওঁৰ প্ৰথম কিতাপ 'আলিবাবা আৰু দুকুৰি ডকাইত' প্ৰকাশ পায়। দ্বিতীয়খন পুথি 'সিন্দবাদ আৰু সাতোটি জলযাত্ৰা' প্ৰকাশিত হয় ১৯৩৩-৩৪ চনত। 'আলাউদ্দিন আৰু এটা আচৰিত চাকি' পুথিখনি ১৯৩৯ চনত ছপা হৈ ওলায়। এই পুথিকেইখনিৰ সৰল প্ৰাঞ্জল ভাষাত মুগ্ধ হৈ সাহিত্য সম্ৰাট লক্ষ্মীনাথ বেজবৰুৱাই কিতাপকেইখনিৰ উচ্চ প্ৰশংসা কৰি লিখিছিল। লগতে আশা কৰি লিখিছিল—

সাহিত্যিক পিতৃ আৰু সাহিত্যিক স্বামীৰ পৰা প্ৰেৰণা লাভ কৰি 'আজলীতৰা (শুৱনীকণ) আইটী'য়ে যাতে অসমীয়া সাহিত্য ভঁৰাললৈ অধিক দান আগবঢ়ায়। দেশৰ ভবিষ্যত আশা-ভৰষাৰ থল শিশু-সকলে কল্পনা চকুৰে চাব পৰাকৈ দেশ-বিদেশৰ সাধু তেওঁ নিভাঁজ অসমীয়াত লিখিছিল। শিশুসকলৰ আধ্যাত্মিক উন্নতি আৰু চিন্তাশক্তি বঢ়াবৰ বাবেও তেওঁ অহৰহ চিন্তা কৰিছিল। অসম গৌৰৱ সন্তান-সকলৰ জীৱন চৰিত লিখিবলৈ সেয়ে তেওঁ আৰম্ভ কৰিছিল। ১৯৩৬ চনত 'আনন্দৰাম ঢেকীয়াল ফুকন'ৰ জীৱনী ৰচনা কৰি প্ৰকাশ কৰে। 'মহা মহাপুৰুষৰ চানেকীৰে জীৱন গঢ়িব' পৰাকৈ এলানি জীৱনী লিখিবলৈ থিৰ কৰি ইয়াৰ পিছৰ বছৰেই তেওঁ 'গুণাভিৰাম বৰুৱা'ৰ জীৱনীখন প্ৰকাশ কৰি উলিয়ায়। এইখন পুথিৰ বাবে অসম সাহিত্য সভাৰ পৰা এটি বঁটাও লাভ কৰিছিল। এই পুথিখনিৰ বিষয়ে গুণাভিৰাম বৰুৱাৰ সুযোগ্য পুত্ৰ বেৰিষ্টাৰ জ্ঞানদাভিৰাম বৰুৱাই আজলীতৰা নেওগৰ শলাগ লৈ লিখিছিল যে নিচেই তাকৰ কথাৰ ভিতৰতে পুথিখনি সুলিখিত, সুখপাঠ্য, উপাদেয় আৰু হৃদয়-গ্ৰাহী হৈছে। তেওঁ শ্ৰীমতী নেওগক শলাগ জনায় আৰু অভিনন্দিত কৰিছিল। তেওঁ আৰু বহুত বিখ্যাত মানুহৰ জীৱনী শিশু সাহিত্যলৈ আগবঢ়োৱাৰ মানসেৰে 'অসম পূৰ্ণ গৌৰৱ গ্ৰন্থাৱলী' লিখিবলৈ প্ৰস্তুতি চলাইছিল। তাৰবাবে হেমচন্দ্ৰ বৰুৱা, ৰজনীকান্ত বৰদলৈ, ৰজনীকুমাৰ পদ্মপতি, ৰত্নেশ্বৰ মহন্ত আদিৰ জীৱনী যুগুতাইছিল। কামখিনি সম্পূৰ্ণ হৈ উঠা হ'লে অসমৰ এক আপুৰুগীয়া বস্তু হ'ল-হেঁতেন। এগৰাকী বিশিষ্টা শিশু-সাহিত্যিকা হিচাপে প্ৰতিষ্ঠিতা হোৱা আজলীতৰা নেওগে শিশু সাহিত্যৰ উপৰিও নানা প্ৰবন্ধ কবিতা লিখিছিল। সেই সময়ৰ মহিলা আলোচনী 'ঘৰ-জেউতি'ত লিখাৰ উপৰিও 'বাঁহী', 'ৰবদৈচিলা', 'বাতৰি', 'অসমীয়া', 'ভ্ৰমৰ', 'আমাৰ দেশ', 'মলয়া' আদি কাকত-আলোচনীত প্ৰায়ে তেওঁৰ কবিতা প্ৰবন্ধ প্ৰকাশ পাইছিল। তেওঁৰ প্ৰথম কবিতাটিৰ নাম আছিল 'বহাগীৰ বিয়াৰ গীত'। নাৰী প্ৰগতিৰ প্ৰতি তেওঁৰ বিশেষ আগ্ৰহ পৰিলক্ষিত হৈছিল। ১৮৫৩ শকৰ 'বাঁহী'ত প্ৰকাশিত 'নাৰী জাগৰণ আৰু সমাজ সংস্কাৰ' নামৰ এটি সুন্দৰ প্ৰবন্ধ লিখিছিল। ১৯৪৮ চনত শিৱসাগৰত অনুষ্ঠিত হোৱা শ্ৰীশ্ৰীশঙ্কৰদেৱৰ জন্মোৎসৱত আজলীতৰা

নেওগে নিৰ্দিষ্ট বক্তাৰ আসনৰ পৰা দিয়া ভাষণটি নীতিগৰ্ভ আৰু সাৰগৰ্ভ আছিল বুলি সভাই মন্তব্য কৰিছিল।

শাহু-শহুৰ, দেবৰ-ভাগিনেৰে ভৰা ঘৰ এখনৰ সকলো কাম নিজ হাতে কৰিও সাহিত্য চৰ্চাত মনপুতি লাগিব পৰাৰ গুৰিতে আজলী-তৰাৰ অসীম ধৈৰ্য্য আৰু অধ্যৱসায়। ঘৰতে তেওঁ হিন্দীও শিকি-ছিল। কাকা চাহেব কালেলকাৰে আজলীতৰাই হিন্দীৰে লিখা চিঠিৰ উত্তৰত তেওঁ লিখা শুদ্ধ হিন্দীৰ প্ৰশংসা কৰিছিল আৰু তেওঁক প্ৰায়ে 'বিদুষী মহিলা' বুলি শলাগিছিল।

লিখা-পঢ়াৰ উপৰিও আজলীতৰা নেওগৰ সঙ্গীতৰ প্ৰতি এক দুৰ্বাৰ আকৰ্ষণ আছিল। ১৯২৯ চনৰ সদৌ অসম মহিলা সমিতিৰ অধি-বেশনত তেওঁ আগশাৰীৰ গায়িকা আছিল। বোৱাৰী হোৱাৰ পিছতো তেওঁ যোৰহাটত অনুষ্ঠিত হোৱা 'বাণী সম্মিলন' আদি অনুষ্ঠানত আধুনিক গীত, বৰগীত আদি পৰিবেশন কৰি প্ৰশংসা লাভ কৰাৰ উপৰি বহুবাৰ পুৰস্কৃতও হৈছিল। উত্তৰ লক্ষ্মীমপুৰত থাকোঁতে 'বাসন্তীৰ অভিষেক' আদি নাটক নিজে পৰিচালনা কৰি চুবুৰীৰ জীয়ৰী-বোৱাৰী গোটাই লৈ মঞ্চস্থও কৰাইছিল।

আজলীতৰা প্ৰকৃতাৰ্থত সুগৃহিণী আছিল। সেয়ে তেওঁ পিতৃগৃহৰ বৈভৱৰ পৰা আহিও স্বামীৰ সীমিত উপাৰ্জনেৰে নিয়াৰিকৈ ঘৰখন চলাব পাৰিছিল। বজাৰৰ পৰা সৰহ মূল্যেৰে কিনি অনা বস্তুৰ সলনি তেওঁ ঘৰৰ আশে-পাশে পৰি থকা অলাগতীয়াল বস্তুকে সুন্দৰ ৰূপ দি ঘৰখনৰ সৌন্দয্য বৃদ্ধি কৰিছিল। মাহুৰ বাকলিৰে কৰা নানা ধৰণৰ ফুলৰ সুন্দৰ বেৰত আঁৰা ছবি, খাৰুত মণি লগাই কৰা ফুলৰ কৰণি, মণিৰে কৰা বিতোপন ফুলপাতৰ গছ, কপাহেৰে কৰা তাজমহল, কণীৰ চোকোৰাত নানা বৰণৰ, নানা ধৰণৰ নক্সা আঁকি কৰা মালা আৰু ফুলৰ তোৰাই তেওঁৰ সুন্দৰ শিল্পী মনটোৰ পৰিচয় দিছিল। তাঁৰৰ ৰিঙত ৰঙীন কাপোৰ মেৰিয়াই সজা লেম্পশ্বেড্, মেডেলুৱা গছৰ ঠাৰি কাটি বিভিন্ন ৰঙেৰে বোলাই ধুনীয়াকৈ গাঁথি পৰ্দাৰ সৰে দুৱাৰত ওলোমোৱা মালা আদিয়ে তেওঁৰ সৃজনী প্ৰতিভাৰ লগতে সৌন্দৰ্য্য-বোধৰো চিনাকী দিয়ে। তেওঁ তাঁতশালত ভাঙৰ ফুলবছা গামোছাৰ উপৰিও ঘৰত সততে লগা কাপোৰ-কানি ব'ই লৈছিল। আজলীতৰাৰ নিপুণ হাতৰ পৰশত পাটৰ মেখেলা-চাদৰত কাচিৰিতৰ চুমকিৰ ফুলে

জিল্‌মিলাইছিল। মুগা-পাটৰ মেখেলা-চাদৰত বেজী সূতাৰে তোলা ফুলবোৰত মিহি কামৰ কৌশল আৰু ৰঙৰ অপূৰ্ব সংমিশ্ৰণে তেওঁৰ সূক্ষ্মকলা আৰু ৰুচিবোধৰ কথাই কয়।

আজলীতৰা নেওগে তেওঁলোকৰ যোৰহাটৰ ঘৰখন স্বামী কবি নেওগৰ ভাল লগা পৰিবেশৰ লগত খাপ খুৱাই তুলিছিল। বহা কোঠাৰ সন্মুখত আৰু নেওগৰ লিখা-পঢ়া কোঠাৰ সন্মুখত দুজোপা শেৱালিফুলৰ গছে অনাবিল সৌন্দৰ্য্য আৰু সুগন্ধ ঢালি আছিল। জপনাৰ মুখত মাধৱীলতাৰ সৌন্দৰ্য্যই হাত বাউল দি কাষলৈ মাতিছিল। পিৰালিৰ কাষৰ খৰিকাজাঁই, চন্দ্ৰকান্তি, তগৰৰ মন মতলীয়া আহ্বান। বাৰীত নাৰিকল গছ, পান বগোৱা তামোল গছ, ৰবাবটেঙা, জামু, ডালিম আদিৰ চিকুণাই থোৱা তলত বহি কবি স্বামীয়ে লিখিবলৈ প্ৰেৰণা পোৱাৰ মূলত আজলীতৰাৰ ঐকান্তিক শ্ৰম আৰু কৰ্মনিপুণতা। সেয়ে তেও সাহিত্যিক স্বামীৰ পৰা ভাল পোৱাই নহয়, শ্ৰদ্ধা ভক্তি পাবলৈও সমৰ্থ হৈছিল। সেইটি ঘৰৰ নামেই আজলীতৰাৰ ঘৰুৱা 'গুৱনী' নামেৰে নেওগে ৰাখিছিল 'গুৱনী পঁজা'। জ্ঞানদাভিৰাম বৰুৱাই 'গুৱনী পঁজা' নামটো ইমান ভাল পাইছিল যে প্ৰায়ে নেওগলৈ চিঠি লিখোতে লিখিছিল—'I like the name of your house. 'গুৱনী পঁজা' is excellent. It refers to your house, to your wife, and to the sweetness of our language..'

ৰন্ধা-বঢ়া কৰাটো আজলীতৰাই এটা 'কলা' বুলিয়ে লৈছিল। সেয়ে লগুৱা লিগিৰি বৰিবেষ্টিত পৰিবেশ এটাৰ পৰা আহিও নিজে ৰান্ধনী ঘৰত সোমাই ৰন্ধা-বঢ়া কৰিবলৈ তেও অকণোৱেই আমনি পোৱা নাছিল। অসমীয়া নানাবিধ ব্যঞ্জনেৰে সুস্বাদু আহাৰ ৰান্ধি তেওঁ ভাল পাইছিল। বৰ আগ্ৰহ আৰু একাগ্ৰতাৰে তেওঁ ৰান্ধি আনক খুৱাই ভাল পাইছিল। তেওঁ ৰন্ধা সম্পূৰ্ণ অসমীয়া আহাৰ খাই পণ্ডিত কৃষ্ণকান্ত সন্দিকৈ, ডঃ সুনীতি চেটাৰ্জী আদিয়ে বহুত দিনলৈ সেই সোৱাদ পাহৰিব নোৱাৰাৰ কথা কৈছিল। তেওঁ খাৰলি, খৰিছা, পানীটেঙা, পিঠা-চিৰাৰ উপৰিও কেক্‌ সন্দেশ, ছানাৰ মিঠাই আদি সুন্দৰকৈ ঘৰতে কৰি থৈছিল। আলহী অতিথিৰ বাবে খোৱা বস্তু সযতনে ৰখাৰ উপৰিও ঘৰতে খয়েৰ আদি দি তৈয়াৰ কৰা খিলি পান, মিঠা পান, তামোল চুপাৰি পান কটা বটাত সজাই ৰাখিছিল।

সৰবৰহী আজলীতৰাৰ অনবৰত ওঁঠত লাগি থকা হাঁহিটোত অমায়িকতা আৰু সৰলতা প্ৰকাশ পাইছিল। এই গৰাকী আদৰ্শ অসম জীয়ৰী—উদীয়মনা শিশু সাহিত্যিকা আজলীতৰা নেওগৰ বহুতো সপোন, সপোন হৈয়ে ৰ'ল। অসমীয়া সাহিত্যৰ বেদীলৈ আগবঢ়াব খোজা সাহিত্য-ফুল হাততেই মৰহি গ'ল। জীৱনলৈ অহা মাথোঁ ছয়ত্রিশটা বসন্তহে তেওঁ দেখিলে। উপভোগ কৰাৰো সময় নহ'ল। ১৯৪৯ চনৰ ১ নৱেম্বৰত এই উজ্জলি উঠা চাকিগছি হঠাৎ নুমাই গ'ল। অসমীয়া সাহিত্যৰ আকাশত উজ্জলিব খোজা আজলী-তৰাটি কাল ডাৱৰে আৱৰি ধৰিলে। শেষ হৈ গ'ল এগৰাকী প্ৰচুৰ সম্ভাৱনাপূৰ্ণ প্ৰতিশ্ৰুতিপূৰ্ণ লেখিকা।

শিশু সাহিত্যলৈ দি যোৱা তেওঁৰ অৱদানে লেখিকা সমাজত তেওঁক অমৰ কৰি ৰাখিব। ●●

# পদ্মকুমাৰী বৰগোহাঁই

শ্ৰীমতী শান্তি গগৈ



জন্ম ঃ ১৯১৩ চন
মৃত্যু ঃ ১৯৮৭ চন

বিগত ১৮১৮-১৯ চনত স্বাধীনভাৱে আৰু ১৮৩২ চনৰ পৰা ১৮৩৯ চনলৈকে বৃটিছৰ সহযোগত বৃহত্তৰ অসম শাসন কৰোঁতা স্বৰ্গদেউ পুৰন্দৰ সিংহৰ বংশৰ জীয়াৰী ৺পদ্মকুমাৰী বৰগোহাঁইৰ জন্ম হৈছিল শ্বিলঙত ১৯১৩ চনৰ ২৪ ফেব্ৰুৱাৰীত। দেউতাক ৺ৰাজকুমাৰ সিদ্ধেশ্বৰ গোহাঁইৰ ছয় জন পুত্ৰ-কন্যাৰ ভিতৰৰে পঞ্চম সন্তান আছিল ৺পদ্মকুমাৰী গোহাঁই (খুকুন)। দেউতাক ৺ৰাজকুমাৰ সিদ্ধেশ্বৰ গোহাঁয়ে তেতিয়াৰ শ্বিলঙৰ সচিবালয়ত চাকৰি কৰিছিল। মাক শিৱসাগৰ মেচাগড়ৰ বৰগোহাঞিৰ ঘৰৰ জীয়াৰী আছিল। মাতৃৰ নাম আছিল ৰাজকুমাৰী সুভদ্ৰা আইদেউ। মাটি সম্পত্তিৰ খেলি-মেলিৰ গইনা লৈ ৺সিদ্ধেশ্বৰ গোহাঁইক গুৱাহাটীলৈ মাতি অনা হয়, আৰু তেতিয়াৰ পৰা তেওঁ গুৱাহাটীৰ ‘ৰাজবাৰী’তে থাকিবলৈ লয়।

৺পদ্মকুমাৰী গোহাঁইৰ ডাঙৰজন ককায়েক ৺ৰাজকুমাৰ দেৱেশ্বৰ গোহাঁইদেৱে গুৱাহাটীতে ওকালতি কৰিছিল। আনজন ককায়েক ৺ৰাজকুমাৰ সুৰেশ্বৰ গোহাঁই অসম চৰকাৰৰ শিক্ষা বিভাগৰ অতিৰিক্ত শিক্ষাধিকৰ্তা আৰু নগালেণ্ড চৰকাৰৰ শিক্ষাধিকৰ্তা হিচাপে কাৰ্য্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰিছিল। ডাঙৰ বায়েক ৺নীলপদ্মিনী গোহাঁইৰ বিয়া হৈছিল আবকাৰী অধীক্ষক ৺সুৰেন গোহাঁইদেউৰ লগত। সৰু

ৰায়েক ৺সুৰবালাৰ বিবাহ হৈছিল যোৰহাট নিবাসী অসম চৰকাৰৰ পুলিচ বিভাগৰ উচ্চপদস্থ বিষয়া ৺কনক গগৈৰ লগত। সৰু ভায়েক ৰাজকুমাৰ কুমুদেশ্বৰ গোহাঁই, শিৱসাগৰ জিলাৰ মৰাণ উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ উপাধ্যক্ষ হিচাপে কাম কৰি সম্প্রতি অৱসৰ গ্রহণ কৰিছে।

৺পদ্মকুমাৰী গোহাঁইৰ শৈশৱকাল পাৰ হৈছিল শ্বিলঙতে। তেতিয়াৰ শ্বিলঙতো পঢ়াশালীৰ সংখ্যা তেনেই নগণ্য আছিল। মুষ্টিমেয় যি কেইখন আছিল সেই কেইখনৰো মাধ্যম আছিল বঙালীহে। তদুপৰি, ছোৱালীয়ে পঢ়াশালীলৈ গৈ শিক্ষা গ্রহণ কৰাৰ সামাজিক গ্রহণযোগ্যতাই তেতিয়াও প্রসাৰতা লাভ কৰা নাছিল। সেয়েহে ৺পদ্মকুমাৰী গোহাঁইৰ শৈশৱ কৈশোৰ পাৰ হৈছিল কোনো বিদ্যালয়ত ভৰ্তি নোহোৱাকৈয়ে। শ্বিলঙৰ পৰা আহি গুৱাহাটীত থকাৰ সময়তো তেখেতে কোনো বিদ্যালয়ত ভৰ্তি হোৱা নাছিল। কিন্তু, ৰাজ পৰিয়ালৰ ল'ৰা-ছোৱালীৰ বাবে গুৱাহাটী 'ৰাজবাৰী'ৰ টোলত, ঘৰুৱা শিক্ষকৰ তত্ত্বাৱধানত প্রায় মেট্রিক পর্য্যায়লৈকে শিক্ষা আহৰণ কৰিবলৈ সুবিধা আছিল। ইয়াৰ উপৰিও, আহোম ৰাজপৰিয়ালৰ পৰম্পৰা অনুসৰি, টাই-আহোম ভাষা সাহিত্য চৰ্চাৰ বাবে আত্মীয়াকৈ আহোম পণ্ডিতৰ হতুৱাই শিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছিল। উল্লেখযোগ্য যে ডঃ সূর্য্যকুমাৰ ভূঞা, ডঃ বাণীকান্ত কাকতী আদি সাহিত্যিকসকলেও এই টোলৰ আহোম পণ্ডিতৰ ওচৰতেই টাই-আহোম ভাষা শিকিবলৈ সুবিধা পাইছিল আৰু নিজৰ জীৱনত বুৰঞ্জীবিদ হিচাপে আত্মপ্রকাশ কৰাত সহায়ক হৈছিল। পেহাদেউৰেক লক্ষীপুৰৰ জমিদাৰ ৺নগেন্দ্রনাৰায়ণ চৌধুৰী বৰ খেয়ালী লোক আছিল। নৃত্য-গীতৰ প্রতি এইজনা লোকৰ শ্রদ্ধা তথা ৰাপ আছিল প্রচুৰ। তেওঁৰে পৃষ্ঠপোষকতাত নৃত্য-গীত 'কেৰিকেচাৰ' আদিৰ নিয়মিত আখৰা বহিছিল গুৱাহাটীৰ 'ৰাজবাৰী'ত। ৺প্রবীণ ফুকন, লক্ষ্যধৰ চৌধুৰী, কমল চৌধুৰীকে আদি কৰি অসমৰ সঙ্গীত তথা সাংস্কৃতিক জগতৰ বহু মুধাকুটা লোকৰ সমাবেশ হৈছিল এনেবোৰ আখৰাত। ৺পদ্মকুমাৰী গোহাঁইৰ জীৱনত সাহিত্য-সংস্কৃতিৰ প্রতি অনুৰাগ বঢ়োৱাত এইসকল লোকৰ অৰিহণা নিশ্চয় নুই কৰিব নোৱাৰি। কেৱল সেয়ে নহয়, সেই সময়ৰ ৰাজবাৰীত গুৱাহাটীৰ আৰু অসমৰ বিভিন্ন ঠাইৰ অভিজাত,

উচ্চশিক্ষিত লোকসকলৰ সমাবেশত, পদ্মকুমাৰীৰ কৈশোৰে, সম্ভ্ৰান্তীয় আভিজাত্য আৰু সাহস সঞ্চয় কৰিবলৈ সুযোগ পাইছিল।

সেই সময়ৰ অসমীয়া ছোৱালীৰ বিয়া "চকুক সুধি চাউল বহোৱা"ৰ মাধ্যমেৰে হোৱা নাছিল। অভিজাত পৰিয়ালৰ ক্ষেত্ৰত ই আছিল সন্মানৰ কথা। জ্যেষ্ঠজনৰ প্ৰতি সন্মান আছিল অপৰিসীম। ৺পদ্মকুমাৰীৰ বিয়াও হৈছিল জ্যেষ্ঠজনৰ বন্দবস্ত মতে। ডাঙৰ ভিনিহিয়েকৰ কথামতে বিয়াৰ বন্দবস্ত হৈছিল ধেমাজী নিবাসী, তেতিয়া ডিব্ৰুগড়ৰ প্ৰবাসী উকিল ৺যোগেশচন্দ্ৰ বৰগোহাঁইৰ লগত। ৺যোগেশ বৰগোহাঁইৰ লগত বিবাহপাশত আবদ্ধ হোৱাৰ পিছত বৈবাহিক জীৱনতো তেওঁ পূৰ্বৰ ৰজাঘৰীয়া আভিজাত্য বজায় ৰখাৰ পৰিবেশ পাইছিল। স্বামী ৺যোগেশ গোহাঁই ডিব্ৰুগড় পূব সমষ্টিৰ বিধায়ক আছিল বাবেই স্বামীৰ লগত ৰাজনীতিৰ চৰ্চা কৰিবলৈ আৰু সহযোগী হ'বলৈ প্ৰত্যক্ষ সুযোগ পাইছিল আৰু স্বাধীন ভাৰতৰ ৰাজনীতিৰ লগত নিজকে খাপ খুৱাই ল'বলৈকো সুযোগ পাইছিল। ৰাজপৰিয়ালৰ গাম্ভীৰ্য্য, সাহস আৰু আভিজাত্যৰ লগত সংযোজিত হৈছিল আধুনিক মনৰ। সেইহে যুদ্ধোত্তৰ কালতেই তেখেতে অবিভক্ত ডিব্ৰুগড় জিলাৰ লোকেল বৰ্ডৰ সদস্যা হ'ব পাৰিছিল। উল্লেখযোগ্য যে তেখেতেই অসমৰ ভিতৰত লোকেল বৰ্ডৰ প্ৰথম মহিলা সদস্যা। ৺পদ্মকুমাৰী বৰগোহাঁই আৰু এখোজ আগবাঢ়ি আছিল ৰাজনীতিত। যি সময়ত বোৱাৰী আখলৰ বাহিৰলৈ বৰকৈ ওলালেই সমালোচনাৰ পাত্ৰী হ'ব লগীয়া হৈছিল, সেই সময়তে তেখেতে এবাৰ নহয়, চাৰিবাৰকৈ অসম বিধান সভালৈ, ভাৰতীয় জাতীয় কংগ্ৰেছৰ প্ৰাৰ্থী হিচাপে মৰাণ বিধান সভা সমষ্টিৰ পৰা প্ৰতিদ্বন্দ্বিতা কৰি, তিনিবাৰ জয়লাভ কৰিবলৈ সমৰ্থ হৈছিল। কেৱল সেয়ে নহয়, নিজৰ ওজস্বিতা, একাগ্ৰতা, দলীয় নীতি আৰু আনুগত্যৰ বাবেই ৺বিমলাপ্ৰসাদ চলিহা আৰু ৺মহেন্দ্ৰমোহন চৌধুৰী দেৱৰ চৰকাৰৰ দিনত মন্ত্ৰী পৰিষদৰ অন্যতম সদস্যা হিচাপে, কোনো খুঁত নথকাকৈ কাৰ্য্য সম্পাদন কৰাৰ অভিলেখ স্থাপন কৰি গৈছে। দলীয় নীতি আৰু আদৰ্শৰ প্ৰতি আনুগত্য তেখেতে মৃত্যুৰ আগলৈকে প্ৰকাশ কৰি গৈছে। পিছৰ জীৱনত শাৰীৰিক অসুস্থতাৰ কাৰণে সভা সমিতিলৈ যাব নোৱাৰি ২ অক্টোবৰৰ 'গান্ধী জয়ন্তী' ১৫ আগষ্টৰ 'স্বাধীনতা দিৱস', ২৬

জানুৱাৰীৰ 'গণৰাজ্য দিবস, আদিত মহাত্মা গান্ধীৰ প্ৰতিচ্ছবিৰ তলত বন্তি এগছি জ্বলাই প্ৰণাম কৰিছিল। অন্যহাতে পুৱা ৬ বজাৰ ইংৰাজী, হিন্দী বাতৰিৰ পৰা আৰম্ভ কৰি ৰাতি ৯-৩০ মিনিটৰ Voice of America ৰ বঙালী বাতৰিলৈকে ৰেডিঅ'ত অহা সকলো বাতৰি, তেখেতে দৈনিক অতি মনোযোগেৰে শুনিছিল। শেষ বয়সলৈকে প্ৰতিখন বাতৰি কাকত পঢ়িছিল আৰু এনেদৰেই আধুনিক অসম, ভাৰত তথা বিশ্বৰ ৰাজনীতি আৰু অন্যান্য খবৰৰ লগত নিজকে চিনাকী কৰি ৰাখিছিল। একমাত্ৰ জোঁৱায়েক অসমৰ প্ৰাক্তন মুখ্যমন্ত্ৰী শ্ৰীকেশৱ গগৈদেৱক প্ৰত্যক্ষ ৰাজনীতিৰ সকলোবোৰ দিশতে উপদেশ আগবঢ়াইছিল। সামাজিক জীৱনতো তেখেত সোনপটীয়া আছিল। সকৰৰ, উচ্চ পদবীধাৰী চৰকাৰী বিষয়া, কিম্বা সহকৰ্মী, বন্ধু-বান্ধৱ, আত্মীয় স্বজন সকলোৰে ভুল-ত্ৰুটীৰ তেখেত প্ৰত্যক্ষ সমালোচক আছিল—আৰু নিজৰ ভুল-ত্ৰুটীকো আনে আঙুলিয়াই দিলে ততালিকে শুধৰাই লৈছিল।

সাংগঠনিক দিশত তেখেতৰ দক্ষতা আছিল অপৰিসীম। ১৯৫৪ চনৰ পৰা ১৯৬২ চনলৈকে অবিভক্ত ডিব্ৰুগড় জিলাৰ কংগ্ৰেছ কমিটিৰ সভানেত্ৰী হিচাপে কাৰ্য্যনিৰ্বাহ কৰাটোৱেই তাৰ প্ৰমাণ। তেখেতৰ সভানেত্ৰীত্বৰ কালছোৱাতেই নিৰ্মিত হৈছিল ডিব্ৰুগড়ৰ 'কংগ্ৰেছ ভৱন', সি আজিও সগৌৰৱে অতীতক সোঁৱৰায়।

৺পদ্মকুমাৰী গোহাঁয়ে এক অতি ব্যস্ত জীৱন যাপন কৰিছিল, জীৱনৰ ভাটি বয়সলৈকে। ৰাজনীতিৰ লগত প্ৰত্যক্ষভাৱে জড়িত থকাৰ উপৰিও তেখেতে বহুবোৰ সামাজিক অনুষ্ঠান প্ৰতিষ্ঠানৰ সৈতে জড়িত হৈ পৰিছিল। তেখেতৰ দিনতেই মৰাণ বিধান সভা সমষ্টিত যাতায়তৰ যথেষ্ট উন্নতি হৈছিল। চৰকাৰী অনুদানসমূহ যিমান পাৰে আনি দিয়াৰ কথাটো বাদেই; তেখেতে নিজ আয়ৰ পৰাই শিলপোতাত এখন এম ভি স্কুলৰ গৃহ নিৰ্মাণ কৰি তেখেতৰ স্বামীৰ স্মৃতি ৰক্ষাৰ ব্যৱস্থা কৰিছিল, য'ত আজিও শিক্ষাদান চলিয়েই আছে।

শৈশৱ আৰু কৈশোৰত আহৰণ কৰা জ্ঞান আৰু অভিজ্ঞতাৰে মধ্যবিত্ত অসমীয়া পৰিয়ালৰ সকলো দিশত নিজকে খাপ খুৱাই ল'ব পাৰিছিল কাৰণেই—স্বামীৰ অকাল মৃত্যুত কণ কণ ছোৱালীকেইটিৰ ভাৰ ল'ব লগা হোৱাতো তেখেত ভাঙি পৰা নাছিল—বৰঞ্চ সেই

দায়িত্ব তেখেতে অতি নিষ্ঠাৰে পালন কৰি সকলোটিকে উপযুক্ত কৰি গঢ়ি তুলিছিল। তেখেত এগৰাকী সুনিপুণা শিপিনী আছিল। কপাহী কাপোৰ বোৱাৰ উপৰিও তেখেতে অতি সুন্দৰ পাটৰ কাপোৰ বৈছিল— পাটৰ সূতা পকাই লোৱাৰ পৰা বাটি কঢ়া, খাৰ কঢ়া আদি সকলো কাম নিজে কৰি পাটৰ মেখেলা চাদৰত শুণাৰ বুটা ফুল বাছি তেখেতে শিল্পী মনৰ পৰিচয় দিছিল। তেখেত এগৰাকী পাকৈত ৰান্ধনীও আছিল। আখলৰ কাম অতি নিয়াৰীকৈ আৰু অতি খৰতকীয়াকৈ কৰিব পাৰিছিল। মন্ত্ৰীসভাৰ সদস্যা হিচাপে অতি ব্যস্ত থকাৰ সময়তো তেখেতে নিজে ৰান্ধি বাঢ়ি খাইছিল আৰু আলহী অতিথি গলে শুশ্ৰূষা কৰিছিল। একে গৰাকী মানুহৰ জীৱনত অভিজ্ঞতা আৰু ৰুচিৰ এনে সংমিশ্ৰণ সঁচাকৈয়ে বৈচিত্ৰ্যময়।

স্বৰ্গীয়া বৰগোহাঁইৰ বহুমুখী প্ৰতিভাই বগোৱা বাইছিল সাহিত্য-সংস্কৃতিৰ দিশলৈকো। ৰাজনৈতিক তথা সমজুৱা জীৱনৰ ব্যস্ততাই আমনি নকৰা হ'লে এইগৰাকী লেখিকাৰ কাপৰ পৰা ওলোৱা বহু গুটি ধানৰ ভাওৰিয়ে সাহিত্যৰ ভঁড়াল যে মেটমৰা কৰিলেহেঁতেন তাত কোনো সন্দেহ নাই। তেখেত অসম সাহিত্য সভাৰ আজীৱন সভ্যা আছিল। ১৯৩৪ চনতেই তেখেতৰ প্ৰথম ৰচিত গল্পৰ পুথি 'মাধুৰী' প্ৰকাশ পাইছিল। কিতাপখনৰ এটা কপিও বৰ্তমান বিচাৰি পোৱা নগ'ল। ১৯৫২ চনত প্ৰকাশ পাইছিল "হিন্দুনাৰী"। অন্যখন কবিতাৰ পুথি "ঘৰৰ লখিমী", শিশুসাহিত্য "ৰুণজুনৰ সপোন" আৰু স্বৰচিত গল্প সংকলন "মনোৰমা" ই তেখেতৰ সাহিত্য কীৰ্তিৰ স্বাক্ষৰ বহন কৰিছে। ১৯৬০ চনৰ পৰা ১৯৬৮ চনলৈকে ৰাজনীতিৰ ব্যস্ততাৰ মাজতো মহিলা আলোচনী "সাৰথি"ক সম্পাদনা কৰাটোতেই তেখেতৰ ধৈৰ্য্য, একাগ্ৰতা আৰু সাহিত্যিক মনৰ পৰিচয় পোৱা যায়।

লেখিকাই নিজে কোৱা মতে "হিন্দুনাৰী" উপন্যাস নহয় এটা গল্পহে। আঙ্গিকৰ বৈশিষ্ট্যলৈ মন কৰি বিনা দ্বিধাই ক'ব পাৰি "হিন্দু নাৰী" এখন সামাজিক উপন্যাস। উপন্যাসত বৰ্ণিত কাহিনী অসমীয়া সমাজৰ। হাকিম মহিম বৰুৱাৰ যৌৱনৰ প্ৰাৰম্ভৰ প্ৰণয়ী 'ৰমা' পিছৰ 'মালতী বাইজী'। জীৱনৰ আৱৰ্তনত সুদীৰ্ঘ ১৫ বছৰ পাছত দুয়োৰে দেখাদেখি হৈছে এজন হাকিম আৰু আনগৰাকী বাইজীৰ ৰূপত। আবেগৰুদ্ধ হৈ 'মালতী' বাইজীয়ে আত্মপ্ৰকাশ

কৰিছে। অন্যহাতে মহিম বৰুৱাই কৰুণা আইদেউৰ লগত কৰা সংসাৰলৈ ইতিমধ্যে দুটি কন্যা সন্তান আহিছে। 'মালতী'ক লগ পাই অনুভূতিদগ্ধ মহিম বৰুৱাৰ জীৱনলৈ ক্ষন্তেকৰ বাবে আহি পৰা সমস্যা চন্তালি ল'বলৈ নৌ-পাওঁতেই পত্নী 'কৰুণা'ই নাৰী অন্তৰৰ অনুভূতিত দগ্ধ হৈ অভিমান কৰি সন্তানসহ মাকৰ ঘৰলৈ গুচি গৈছে। 'কৰুণা'ৰ অভিমান ভাঙিবলৈ ঘটনাচক্ৰই 'মহিম বৰুৱা'কো সুবিধা নিদিলে। দুয়োৰে মাজত আহি পৰা ক্ষন্তেকীয়া বিচ্ছেদৰ সময়ছোৱাত অভিমানবশতঃ আসৈ দিয়া পৰিবেশৰ সুৰুঙাৰে সমাজ-কৰ্মী মাধৱ বৰুৱাই কৰুণাৰ সান্নিধ্যলৈ অহা বুলি সজোৱা খবৰ এটা বাতৰি কাগজত ওলোৱাৰ পিছত ঘটনাই অন্যফালে গতি কৰিছে। হাকিম মহিম বৰুৱা লক্ষহীন হৈ ঘৰৰ পৰা ওলাই গৈছে আৰু এই কথাকে চিঠিৰে কৰুণা লৈ জনাই থৈ গৈছে। কৰুণাৰ ভুল তেতিয়াহে ভাঙিছে আৰু অভিমান কৰি নিজৰ জীৱনলৈ মাতি অনা দুৰ্ভাগ্যৰ বাবে বিবেক দংশনত ভুগিছে। এমা-ডেমা ছোৱালী দুটিক লৈ, মহিম বৰুৱাই এৰি যোৱা কোঠালিটিতে বান্ধৱী আৰতি আৰু নতুনকৈ ভাড়া ঘৰ লৈ লগতে থকা উমাৰ শুশ্ৰূষাত ৰুগ্ন কৰুণাই লাহে লাহে আৰোগ্যৰ পথলৈ আহিছে। স্বাস্থ্য উদ্ধাৰৰ বাবেই আৰতিৰ ককায়েক বৌয়েকৰ আবদাৰত কৰুণা খিলওঁলৈ' যাব লগা হয়। তাতেই এদিন আকস্মিকভাৱে লগ পালে মহিম বৰুৱাক। যৌৱনৰ প্ৰাতঃকালতে লগ পোৱা ৰমাৰ শুশ্ৰূষাত থকা শয্যাশায়ী বৰুৱাক লৈ আহে নিজৰ থকা ঠাইলৈ।

কাহিনীত সমান্তৰালভাৱে চন্দ্ৰ-আৰতিৰ কাহিনীও আগবঢ়াই নিয়া হৈছে। আজীৱন সন্তানৰ মুখ দেখিবলৈ নোপোৱা, ইয়াৰ বাবেই শাহুৱেকৰ কেঁটকেটনী আৰু শেষত চন্দ্ৰ হাজৰিকাই পুনৰ বিয়া কৰোৱাৰ পাছতো আৰতিয়ে স্বামীকেই পৰমগুৰু বুলি মানি লৈ নাৰীত্বৰ ধৈৰ্য্য, সাহস আৰু কোমলতাৰ পৰিচয় দিছে। উমা-মাধৱৰ মিলনৰ যোগেদি আদৰ্শৰ জয়গান আৰু সমাজকৰ্মী মাধৱ বৰুৱা আৰু কৰুণাৰ চাৰিত্ৰিক পৱিত্ৰতা ৰক্ষা কৰা হৈছে।

উপন্যাসখনিৰ কাহিনী আৰু উপকাহিনী সমসাময়িক অসমীয়া সমাজৰ। হিন্দু-নাৰীৰ চাৰিত্ৰিক বৈশিষ্ট্য বিভিন্ন পৰিবেশ আৰু পৰিস্থিতিত ৰক্ষা কৰা হৈছে। অনুভূতি আৰু অভিমানবশতঃ

জীৱনৰ চৰম দুৰ্য্যোগৰ সীমাত দুয়োপক্ষই নিজৰ নিজৰ ভুল উপলব্ধি কৰিছে। ভাৰতীয় হিন্দুনাৰী যে সৎ, সাহসী, পবিত্ৰ আৰু ধৈৰ্য্যৰ মূৰ্ত প্ৰতীক, উপন্যাসখনিত তাকেই প্ৰতিফলিত কৰা হৈছে।

উপন্যাসখনিৰ "হিন্দু ঘৰৰ বোৱাৰী হৈ স্বামীক ভুল পথৰ পৰা সজ পথলৈ আনিবলৈ যত্ন নকৰি মই যি ভাবে প্ৰতিশোধ ল'বলৈ গৈছিলো তাৰ কাৰণেই---" কৰুণাৰ মুখৰ এই উক্তি আৰু—"চাবা আৰতি, মই প্ৰতিজ্ঞা কৰিছো—পুৰুষক দেখুৱাম নাৰীৰ অধিকাৰ কিমান"- এই দুটা ভিন্নসুৰী উক্তিৰ দ্বন্দ্বই মূল উপজীব্য। নাৰী মুক্তিৰ আজিৰ আন্দোলনৰ সন্ধিক্ষণত এই দুয়োটা উক্তিৰ ঐতিহাসিক তাৎপৰ্য্য আছে আৰু নাৰী সমাজৰ সন্মুখত এই উক্তি দুয়োটাৰ সাৰ্থক বিশ্লেষণৰ দায়িত্ব আহি পৰিছে।

"ঘৰৰ লখিমী"ক লেখিকাই এটি কবিতা বুলি উল্লেখ কৰিছে। বনগীত বিহুগীতৰ আহিত এনে ধৰণৰ কবিতাৰ দ্বাৰা অসমীয়া ভাষা সাহিত্য চহকী কৰাই লেখিকাৰ মুখ্য উদ্দেশ্য। 'কবিতাৰ চিত্ৰ অঁকাৰ প্ৰথম প্ৰয়াস' হলেও 'ঘৰৰ লখিমী'ক অসমীয়া গাঁৱলীয়া সমাজৰ য'তে ত'তে এতিয়াও বিচাৰিলে পোৱা যাব। অসমীয়া গাঁৱলীয়া সমাজৰ বোৱাৰী গৰাকীৰ দৈনন্দিন জীৱন, বিহুৰ বতৰৰ পিঠা-পনা, বিহুচেৰা নকৰাকৈ বিহুৱানখন শেষ কৰা, কুকুৰা ডাকতে উঠি মচি কাচি ঘৰ চোতাল নিকা কৰা, ফুঁৱাই ফুঁৱাই জ্বলোৱা জুই কুৰাত চাহৰ পানী, গাধোৱাৰ পানী যতনোৱাৰ লগে লগে কঁড়িয়া লৈ থাপতে গাইজনী খীৰাই অনা, পাকটোতে ঘূৰি শাকনিবাৰীত সোমাই শাক আৰু থাপ মাৰি জকাইখনেৰে চৰিওৱাই পুঠি-দৰিকণা ধৰি অনা, ঔ-বীজ ঘিলাৰে চুলি ধোৱা, মণিচালৰ বীজেৰে কাপোৰ ধোৱা, নিজে বৈ লোৱা মুগাৰ মেখেলা, গাৰী দিয়া ৰিহা পিন্ধা, স্বামী, ল'ৰা-ছোৱালীক খুৱাই পিন্ধাই শেষত স্বামীৰ পাততে দুগৰাহ খাই, গোহনীয়া কুকুৰ-টোকো খাবলৈ দিবলৈ নেপাহৰা, কৰণিত থকা বাঁহৰ কাকৈ, শামুকৰ ৰখলাত থকা সেন্দুৰেৰে কপাল জিলিকাই কেটেলা পহুৰ কাঁইটেৰে সেওঁতা ফলা—ল'নী অসমীয়া বোৱাৰীজনীৰ চিত্ৰ সমুখত ডাঙি ধৰা হৈছে 'ঘৰৰ লখিমী'ত।

'কুঁহিপাতে সাৱতে দেহা', 'হৰিণা চকুতে ফুট চাই থোঁৱায়', 'ভৰিৰে খোজতে জবা ফুল সিঁচিছে' আদি উপমা, ওৰেপা, একাজি,

মোচোৰা, কটৰা আদি পুৰণি অসমীয়া শব্দৰ ব্যৱহাৰেৰে 'ঘৰৰ লখিমী'ক ওপচাই পেলোৱা হৈছে। 'ঘৰৰ লখিমী' ৰচনাৰ সময়ৰ অসম আছিল—

"মুকলি আকাশ মুকলি বতাহ
মুকলি হিয়াৰ পেঁচ,
ম'ৰাৰ ছালি তৰাৰ হাঁহি
স্বাধীন অসম দেশ—"

স্বৰচিত গল্প সংকলন "মনোৰমা", অসমীয়া গল্প সাহিত্যত এক অনুপম সংযোজন। পুথিখনত মুঠ ১০টা গল্প সন্নিবিষ্ট কৰা হৈছে। প্ৰায় কেউটা গল্পতে মধ্যবিত্ত অসমীয়া সমাজখন প্ৰতিফলিত কৰা হৈছে। পুৰুষ নাৰীৰ স্বাভাৱিক সম্পৰ্ক, সত্যৰ জয়, পৰপুৰুষৰ সংস্পৰ্শত সংসাৰলৈ অহা একাধিক সন্তানক নিজৰ বুলি মানি ল'ব পৰা মানসিকতাৰ গ্ৰহণ বা অগ্ৰহণৰ তাৰ্কিক অৱতাৰণা, আদি প্ৰশ্ন এবুৰি অসমীয়া সমাজৰ সমস্যাক তেখেতে গল্পসমূহৰ যোগেদি মোহনীয় ভাৱে প্ৰকাশ কৰিছে। তেখেতৰ গল্পসমূহৰ সৰহ ভাগৰে কাহিনী খিলঞ্জৰ। ৰাজনৈতিক জীৱনৰ পৰিপ্ৰেক্ষিতত পিছৰ কালত খিলঞ্জত থাকিবলগীয়া হোৱাৰ বাবে, ৰাজহুৱা জীৱনত বহুলোকৰ সান্নিধ্যলৈ আহি কাহিনী সংগ্ৰহ কৰিবলৈ সুবিধা পোৱাৰ কাৰণেই হয়তো তেখেতৰ গল্পই বৈচিত্ৰ্যতাৰ মাজলৈ গতি কৰিবলৈ সুবিধা পাইছিল। পৰীৰ দেশৰ সাধু ক'বলৈ আমনি কৰা নাতি-নাতিনীহঁতলৈ তেখেতে "কণজুনৰ সপোন" উপহাৰ দি আনন্দ পাইছিল।

এই গৰাকী নীৰৱ সমাজ সেৱিকা, ৰাজনীতিবিদ, সংগঠিকা, উপন্যাসিকা, গল্পকাৰ, কবি, পত্ৰিকা সম্পাদিকা তথা সংস্কৃতিৰ পূজাৰী, ওজস্বী মহিলাৰ জীৱন বন্তী, ১৯৮৭ চনৰ ২৫ এপ্ৰিলৰ সন্ধ্যা ডিব্ৰুগড়ৰ, খলিহামাৰীৰ নিজা বাস-ভৱনত চিৰদিনৰ বাবে নুমাই গ'ল। •পদ্মকুমাৰী বৰগোহাঁইৰ দৰে বিৰল ব্যক্তিত্ব আধুনিক অসমীয়া মহিলা সমাজৰ অনুপ্ৰেৰণাৰ থলী হৈ ৰওক—এইয়ে আমাৰ কামনা—।



# উষা ভট্টাচাৰ্য্য

ডঃ দেবিকা শইকীয়া



জন্ম ঃ ১৯১৬ চন
মৃত্যু ঃ ১৯৮১ চন

পৃথিবীত আটাইতকৈ সুন্দৰ আৰু মহান সৌন্দৰ্য্য হৈছে মানুহৰ দয়া, ত্যাগ আৰু সেৱাৰ মনোভাৱ আৰু কৰ্মৰ সাধনা। এই মহান সৌন্দৰ্য্যৰে অধিকাৰী আছিল উষা ভট্টাচাৰ্য্য। জীৱনৰ গোটেইখিনি সময় নাৰীসকলৰ শিক্ষাৰ প্ৰসাৰতা আৰু কল্যাণৰ কাৰণেই দান দি গ'ল। জ্ঞান আৰু শিক্ষাৰ সাধনাকেই উষা ভট্টাচাৰ্য্যই জীৱনৰ তপস্যা বুলি গ্ৰহণ কৰিছিল। ব্ৰহ্মচৰ্য্যৰ মহান ব্ৰত লৈ ভাৰতীয় দৰ্শন আৰু ধৰ্মৰ তত্ত্ব অন্তৰেৰে উপলব্ধি কৰি সকলো ধৰ্মৰ সকলো জাতিৰ সকলো ঠাইৰ সকলো নাৰীকেই শিক্ষাৰ পোহৰ দিছিল, জ্ঞান দিছিল, প্ৰতিভা প্ৰকাশ কৰিবলৈ সুবিধা দিছিল, নাৰীসকলৰ আত্মপ্ৰতিষ্ঠা কৰিবলৈ সুযোগ দিছিল।

গুলপিয়া ৰঙৰ গোলাপ ফুলৰ পাহিৰ দৰে আছিল উষা ভট্টাচাৰ্য্যৰ গাৰ বৰণ, মুখ আৰু কপালত আছিল জ্ঞানদীপ্ত উজ্জ্বল আভা, হাত-ভৰিবিলাক আছিল পুৰঠ কোমল। ওঁঠত আছিল সদায় সঁচা হেঁপাহৰ হাঁহি।

অগ্নিকবি কমলাকান্ত ভট্টাচাৰ্য্যৰ দ্বিতীয় কন্যা আছিল উষা ভট্টাচাৰ্য্য। তেওঁৰ মাকৰ নাম আছিল সুমিত্ৰা দেবী। দেউতাক মাক দুয়োগৰাকী বৰ ধাৰ্মিক আছিল আৰু ব্ৰাহ্ম সমাজৰ প্ৰতি বৰ অনুৰক্তও আছিল। সৎ ধৰ্ম সৎ আলোচনাৰ চৰ্চা কৰা ঘৰখনত জন্ম হোৱা উষা ভট্টাচাৰ্য্যৰ জন্মৰ পৰাই ধৰ্ম আৰু সুন্দৰৰ প্ৰতি হেঁপাহ

জন্মিছিল। উষা ভট্টাচাৰ্য্যৰ জন্ম হৈছিল ১৯১৬ চনৰ ২৬ ডিচেম্বৰত। তেওঁ ল'ৰালিকাল কলিকতাত কটায়। বঙালী ভাষা আৰু সংস্কৃতিৰ জ্ঞান তেওঁ সুন্দৰভাৱে আয়ত্ত কৰিব পাৰিছিল। তেওঁৰ অসমীয়া ভাষা সংস্কৃতিৰ বিষয়ে যিদৰে গভীৰ জ্ঞান আছিল, বঙালী ভাষা আৰু সংস্কৃতিৰ বিষয়েও গভীৰ জ্ঞান আছিল। তেওঁ বঙালী ভাষা এনে সুন্দৰভাৱে ক'ব পাৰে যে তেওঁ যে অসমীয়া জীয়ৰী এই কথা কোনোবাই কৈ নিদিলে বুজিব পৰা কঠিন। তেওঁ অসমীয়া ভাষাত আৰু বঙালী ভাষাত সুন্দৰ প্ৰবন্ধ ৰচনা কৰিছিল। ইংৰাজী ভাষাৰ জ্ঞানো তেওঁৰ যথেষ্ট আছিল। তেওঁৰ বায়েকৰ নাম আছিল স্নেহলতা দেৱী। স্নেহলতা দেৱীও এগৰাকী সুলেখিকা আছিল। তেওঁৰ ককায়েকৰ নাম আছিল তৰুণচন্দ্ৰ ভট্টাচাৰ্য্য আৰু ভায়েক দুজনৰ নাম আছিল প্ৰভাতচন্দ্ৰ ভট্টাচাৰ্য্য আৰু কৰুণাকান্ত ভট্টাচাৰ্য্য। ককাই-ভাই বাই-ভনীৰ মাজত তেওঁলোকৰ বৰ মিলা-প্ৰীতি আছিল। দেউতাক-মাকৰ প্ৰতিও তেওঁলোকৰ অসীম শ্ৰদ্ধা আছিল। দেউতাক কমলাকান্ত ভট্টাচাৰ্য্য আছিল স্বদেশৰ কল্যাণৰ কাৰণে দিনে-নিশাই চিন্তা কৰা এজন মহৰ্ষি পৰম জ্ঞানী পুৰুষ। তেখেতে লেখিছিল— "দেশৰ মংগল সাধক সাহিত্যিকবিলাকেই জাতি গঠন কৰে।" কমলা-কান্ত ভট্টাচাৰ্য্যই ব্ৰাহ্ম ধৰ্মত দীক্ষিত হৈছিল। ব্ৰাহ্ম ধৰ্মৰ মতে ঈশ্বৰ নিৰাকাৰ আৰু এই পৃথিৱী এজন ঈশ্বৰেই সৃষ্টি কৰিছে। এক ঈশ্বৰক উপাসনা কৰাই ব্ৰাহ্ম ধৰ্মৰ আদৰ্শ আৰু লক্ষ্য। উষা ভট্টা-চাৰ্য্যও দেউতাকৰ আদৰ্শৰেই ব্ৰাহ্ম ধৰ্ম গ্ৰহণ কৰে।

উষা ভট্টাচাৰ্য্যই লৰালিৰ সময় কলিকতাত কটায়। স্কুলীয়া শিক্ষা শেষ কৰি গুৱাহাটীৰ কটন কলেজত কলেজৰ শিক্ষা গ্ৰহণ কৰে। দৰ্শন বিষয়ত সন্মান সহকাৰে উজ্জ্বল কৃতকাৰ্য্যতাৰে স্নাতক ডিগ্ৰী লাভ কৰে। কলিকতালৈ গৈ কলিকতা বিশ্ববিদ্যালয়ত দৰ্শন বিষয়ত স্নাতকোত্তৰ শিক্ষা গ্ৰহণ কৰি ১৯৩৭ চনত প্ৰথম বিভাগত এম এ পাছ কৰে। কলিকতা বিশ্ববিদ্যালয়ত পঢ়ি থাকোতেই সেই সময়ৰ মহান পণ্ডিত, সৰ্বপণ্ডিত সৰ্বপল্লি ৰাধাকৃষ্ণন আৰু বহুতো বিখ্যাত পণ্ডিতৰ সান্নিধ্য লাভ কৰে। পণ্ডিতসকলে উষা ভট্টাচাৰ্য্যৰ প্ৰতিভা দেখি মুগ্ধ হয়। ১৯৩৭ চনত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বি টি পৰীক্ষাও পাছ কৰে।

পিতৃৰ পৰা তেওঁ জন্মসূত্রে লাভ কৰিছিল স্বদেশ প্রেম, সাহিত্য সেৱা, সাহস, মহৎ চিন্তা, উচ্চ অভিলাস, স্বাধীন মনোবৃত্তি, ভগৱৎ ভক্তি। উচ্চ শিক্ষা লাভ কৰা আৰু পবিত্র জ্ঞান চর্চা কৰাই আছিল তেখেতৰ একমাত্র অভিলাস আৰু লক্ষ্য। তেওঁ ১৯৩৭ চনৰ প্রথম মার্চৰ দিনা শ্বিলঙৰ লেডিকিন ছোৱালী কলেজত দর্শন বিভাগত অধ্যাপিকাৰ পদত যোগদান কৰে। সেই সময়ত শ্বিলং অবিভক্ত অসমৰ ৰাজধানী আছিল। বৃটিছ সকলে ভাৰতবর্ষ শাসন কৰিছিল।

১৮৭৪ চনত শ্বিলঙক অসমৰ ৰাজধানী কৰা হয়। ১৯৩২ চনত শ্বিলঙত লেডিকিন ছোৱালী হাইস্কুল প্রতিষ্ঠিত হয়। ১৯৩৫ চনত লেডিকিন ছোৱালী কলেজৰ স্থাপন হয়। ১৯৩৬ চনৰ ২৫ জুলাইৰ দিনা লেডিকিন ছোৱালী কলেজৰ গৃহ নির্মাণৰ আধাৰশিলা তেতিয়াৰ অসমৰ গবর্ণৰ (ৰাজ্যপাল) ছাৰ মাইকেল কিনৰ পত্নী লেডি দুয়হু এম কিনে প্রতিষ্ঠা কৰে। ১৯৩৭ চনৰ ১ মার্চৰ দিনা দর্শনৰ অধ্যাপিকা পদত যোগ দিয়া উষা ভট্টাচার্য্যই কলেজখন গঢ়ি তুলিবলৈ আত্মনিয়োগ কৰে। তেওঁৰ ইচ্ছা আছিল মহিলাসকলৰ শিক্ষাৰ সম্প্রসাৰণৰ কাৰণে প্রতিষ্ঠা কৰা এই লেডিকিন ছোৱালী কলেজখন উপযুক্তভাবে সুন্দৰ-ভাবে গঢ়ি তোলা। কাৰণ এইখন ছোৱালী কলেজেই অসমৰ আৰু উত্তৰ পূব অঞ্চলৰ প্রথম ছোৱালীৰ কলেজ। এইখন কলেজ প্রতিষ্ঠা হোৱাৰ আগতে অসমৰ ছোৱালীবিলাকে উচ্চ শিক্ষা লাভ কৰিবলৈ সাধাৰণতে কলিকতাৰ বেথুন কলেজলৈ গৈছিল। ১৯৩৭ চনত শ্বিলঙত দ্বিতীয়খন ছোৱালী কলেজ প্রতিষ্ঠা হয়, চেন্টমেৰিজ কলেজ। ১৯৩৬-৩৭ চনত শ্বিলঙৰ জনসংখ্যা আছিল প্রায় বিশ হাজাৰ।

ভাৰতীয় জাতীয় কংগ্রেছৰ সভাপতি হিচাপে নেতাজী সুভাষচন্দ্র বসুৱে ১৯৩৮ চনত শ্বিলঙলৈ আহে। সুভাষচন্দ্র বসুৱে শ্বিলঙৰ থানা ৰোডত অৱস্থিত অপেৰা হলত শ্বিলঙৰ ছাত্র-ছাত্রীসকলৰ সভাত যোগদাম কৰে। এই সভালৈ উষা ভট্টাচার্য্যই লেডি কিন কলেজৰ ছোৱালীসকলক লৈ যায় আৰু এই সভাৰ আয়োজনত সক্রিয় অংশ গ্রহণ কৰে। উষা ভট্টাচার্য্যৰ প্রচেষ্টাতে কবিগুৰু ৰবীন্দ্রনাথ ঠাকুৰৰ বিশ্বভাৰতীৰ পৰা এটা সাংস্কৃতিক দল ১৯৩৭ চনত শ্বিলঙলৈ আহি অপেৰা হলত নৃত্য-নাটিকা পৰিবেশন কৰে। ১৯৩৭ চনৰ পৰা প্রতি বছৰে লেডিকিন ছোৱালী কলেজত গীত-নৃত্য পৰিবেশন, ৰবীন্দ্র

জয়ন্তী, নতুন বছৰৰ উৎসৱ আদি পালন কৰা হৈ আহিছে সুন্দৰ সফলতাৰে।

১৯৪৪ চনৰ প্ৰথম জুলাইৰ দিনা উষা ভট্টাচাৰ্য্যক লেডিকিন ছোৱালী কলেজৰ অধ্যক্ষা পদত নিয়োগ কৰি তেওঁক সন্মান প্ৰদৰ্শন কৰে। অধ্যক্ষাৰ গধুৰ দায়িত্ব লৈ উষা ভট্টাচাৰ্য্যই কলেজখনৰ কলা বিভাগ, বিজ্ঞান বিভাগ সকলো বিভাগকে সম্প্ৰসাৰণ কৰিলে। অসমৰে অকল নহয়, উত্তৰ-পূব সীমান্ত অঞ্চলৰ সকলো মহিলা আৰু ছোৱালীৰ শিক্ষাৰ সম্প্ৰসাৰণত সহায় কৰিলে। ছোৱালী থকা আবাসগৃহ ডাঙৰকৈ সজাই দিলে। তেওঁ গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধী, হুমায়ুন কবিৰ, ডঃ শ্যামাপ্ৰসাদ মুখাৰ্জী, ডঃ বিধানচন্দ্ৰ ৰায় আদি মহান পুৰুষসকলৰ সান্নিধ্য লাভ কৰিছিল আৰু তেওঁক সকলোৰে বৰ শ্ৰদ্ধাও কৰিছিল।

১৯৩৬ চনত লেডিকিন কলেজত মাত্ৰ ১৪ গৰাকী ছাত্ৰী আছিল আৰু এতিয়া প্ৰায় দুহেজাৰ ছাত্ৰীয়ে এই কলেজত পঢ়াশুনা কৰিছে। উষা ভট্টাচাৰ্য্যৰ দক্ষ পৰিচালনাৰ অন্তৰালত আছিল সকলোৰে প্ৰতি মাতৃ-সুলভ মৰম।

উষা ভট্টাচাৰ্য্যই ঋষি অৰবিন্দৰ ধৰ্ম গ্ৰহণ কৰিছিল। ঋষি অৰবিন্দ আৰু "মা"ৰ বাণী তেওঁৰ কণ্ঠস্থ আছিল।

প্ৰকৃতপক্ষে উষা ভট্টাচাৰ্য্য এগৰাকী শিক্ষাবিদ আছিল যদিও সাহিত্য ক্ষেত্ৰতো তেখেতৰ যথেষ্ট অৱদান আছে।

কলেজীয়া জীৱনৰ পৰাই উষা ভট্টাচাৰ্য্যই সাহিত্য ৰচনা কৰিছিল। বাঁহী, আৱাহন আদিত তেওঁৰ প্ৰবন্ধ প্ৰকাশ হৈছিল। তেওঁ দৰ্শনৰ বিষয়েও বহুতো প্ৰবন্ধ লেখিছিল। তেওঁৰ লেখনিত আছিল গভীৰ জ্ঞান আৰু মানৱতাৰ মহান উপলব্ধি।

১৯৪৭ চনত ভাৰতবৰ্ষই স্বাধীনতা লাভ কৰে। ১৯৭২ চনত মেঘালয়ে পূৰ্ণ ৰাজ্য হিচাপে প্ৰতিষ্ঠিত হয়। মেঘালয় অসমৰ পৰা বেলেগ হৈ পূৰ্ণ ৰাজ্য হিচাপে গঠিত হোৱাৰ পিছত মেঘালয়ৰ কলেজসমূহৰ অধ্যক্ষসকলৰ এখন পৰিষদ প্ৰতিষ্ঠিত হয়। এই মেঘালয় কলেজসমূহৰ অধ্যক্ষ পৰিষদৰ প্ৰথম সভানেত্ৰী হয় উষা ভট্টাচাৰ্য্য।

মহান ব্যক্তিত্বৰ অধিকাৰী উষা ভট্টাচাৰ্য্যই খুব সুন্দৰকৈ বক্তৃতা দিব পাৰিছিল। তেওঁৰ পাণ্ডিত্যপূৰ্ণ ভাষণে জনসভাত জনসাধাৰণক

মুগ্ধ কৰি মহান জ্ঞান দিয়াত সক্ষম হৈছিল। লেডিকিন কলেজত সাত বছৰ অধ্যাপিকা আৰু তেত্ৰিশ বছৰ অধ্যক্ষাৰ মহান দায়িত্ব লৈ উষা ভট্টাচাৰ্য্যই অতি সফলতাৰে নিজৰ দায়িত্ব বহন কৰি, ১৯৭৭ চনৰ ২২ ফেব্ৰুৱাৰী তাৰিখে অৱসৰ গ্ৰহণ কৰে। এই সুদীৰ্ঘ চল্লিছ বছৰ সময় নাৰী শিক্ষাৰ প্ৰসাৰতাৰ কাৰণেই জীৱন আহুতি দি উষা ভট্টাচাৰ্য্যই বিয়া নকৰালে। ব্ৰহ্মচাৰ্য্যৰ মহান ব্ৰত লৈ জীৱনত জ্ঞান সাধনা কৰাৰ আৰু জ্ঞান দান দিয়াৰ একমাত্ৰ ব্ৰত লৈ সফলতাৰে কাম কৰি গ'ল।

১৯৮১ চনৰ ৮ চেপ্তেম্বৰৰ দিনা শ্বিলঙৰ নিজা বাসভৱনত উষা ভট্টাচাৰ্য্যৰ মৃত্যু হয়। অমৃতৰ মহান জ্ঞানৰে উজ্জ্বল উষা ভট্টাচাৰ্য্যৰ জীৱন আৰু আদৰ্শ চিৰদিনৰ কাৰণেই উজ্জ্বল হৈ থাকিব।



*উষা ভট্টাচাৰ্য্যই ১৯৭৬ চনত মঙ্গলদৈত অনুষ্ঠিত হোৱা দ্বিতীয় বাৰ্ষিক সদৌ অসম লেখিকা সমাৰোহত সভানেতৃত্ব কৰিছিল। —সম্পাদিকা।

# সৰোজ কুমাৰী পদ্মপতি

শ্ৰীমতী মৃণালী চেতিয়া

জোনাকী যুগৰ পৰা বৰ্তমান সময়লৈকে অসমীয়া সাহিত্য-বেদীলৈ বিভিন্ন ৰচনাৱলীৰে যিসকল লেখিকাই পুষ্পাৰ্ঘ্যৰ দৰে লেখনী আগবঢ়াইছে, সেইসকলৰ ভিতৰত এগৰাকী হ'ল স্বৰ্গীয়া সৰোজকুমাৰী পদ্মপতি।

সৰোজ কুমাৰী আছিল একালৰ নগাঁৱৰ জীয়াৰী আৰু বিয়াৰ পিছত হৈছিল তেজপুৰৰ বোৱাৰী।

জন্ম ঃ ১৯১৭ চন
মৃত্যু ঃ ১৯৮৩ চন

১৯১৭ চনৰ জুন মাহত (১৩ আষাঢ়) নগাঁৱত এখেতৰ জন্ম হয়। তিনি গৰাকী কন্যা আৰু দুজন পুত্ৰৰ ভিতৰত সৰোজ কুমাৰী আছিল পিতৃ-মাতৃৰ দ্বিতীয় সন্তান। এখেতৰ পিতৃৰ নাম ৺বসন্তকুমাৰ ভূঞা আৰু মাতৃৰ নাম আছিল ৺লাৱণ্যপ্ৰভা ভূঞা।

পিতৃ-মাতৃৰ যতনত এখেতে নগাঁৱৰ মিশ্যন স্কুলত নাম লগাই তাত ষষ্ঠ শ্ৰেণীলৈকে পঢ়ি শিক্ষা লাভ কৰিছিল। পিছত ঘৰতে লিখা-পঢ়া কৰিছিল আৰু তেতিয়াই সৰোজ কুমাৰীৰ মনত সাহিত্য-চৰ্চাৰ প্ৰতি আগ্ৰহ জাগি উঠিছিল।

১৯৩৫ চনত তেজপুৰৰ বিশিষ্ট নাগৰিক আৰু সেই সময়ৰ চৰকাৰী বিষয়া শ্ৰীকামাখ্যা কুমাৰ পদ্মপতিৰ লগত সৰোজ কুমাৰীৰ বিবাহ সুকলমে সম্পন্ন হয়। বিয়াৰ পিছতো এখেতে হিন্দী স্কুলত পঢ়ি 'বিশাৰদ' পৰীক্ষাত উত্তীৰ্ণ হয়।

**সাহিত্যিক অৱদান** ঃ—সাহিত্য চৰ্চাৰ ক্ষেত্ৰত বিভিন্ন আলোচনী, কাকত-আলোচনী আদিত সৰোজ কুমাৰী পদ্মপতিৰ লিখনী প্ৰকাশ

পাইছিল। কবিতা পুথি 'নিৰ্জ্জৰিণী' আৰু 'কবিতা-সৰোজ'। এই দুখন কাব্য-পুথি তেখেতৰ জীৱন কালতেই প্ৰকাশ পাইছিল। 'জাগৰণৰ সুৰ' নামৰ এখন উপন্যাস আৰু 'আদিকবি বাল্মিকী' নামৰ এখন পৌৰাণিক নাটক লেখি সম্পূৰ্ণ কৰিলে যদিও, এই দুয়োখন পুথি বৰ্ত্তমান অপ্ৰকাশিত অৱস্থাতে আছে। অন্যান্য লিখনীৰ ভিতৰত আলোচনী, বাতৰি-কাকত আদিতে পদ্মপতিৰ 'আইদেউ চৰা'ৰ উপযোগী ৰচনাৱলী প্ৰকাশ পাইছিল। তাৰ ভিতৰত মহিলা শিতানত ঘৰ সজোৱাৰ পদ্ধতি, ৰন্ধা-বঢ়া আদি বিষয় উল্লেখযোগ্য।

এখেতৰ ৰচিত 'মৃত্যু-মধুৰতম' আৰু 'অসমীয়া নাৰী'—দুটি উৎকৃষ্ট কবিতা। কেৱল কবিতাই নহয়, সংখ্যাত কমকৈ হ'লেও পদ্মপতিয়ে গীত ৰচনা কৰিছিল আৰু সাহিত্য বিষয়ক প্ৰবন্ধও মুগুত কৰিছিল।

তেখেতৰ 'নিৰ্জ্জৰিণী' কাব্যপুথিৰ দেশপ্ৰেমমূলক, ভক্তিৰস আৰু কোনো কোনো কবিতাৰ ছন্দ আৰু ভাৱধাৰাত নৱন্যাসবাদৰ ধ্বনি শুনা যায়। পদ্মপতিৰ ভক্তিবাদ কবিতাৰ ভাৱধাৰাত ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ দৰে ভগবানৰ লগত মিলন-বাসনাৰ করুণ গণি আকুল অপেক্ষাৰ স ৰ শুনা যায়। অৱশ্যে দেৱী বৰুৱানীৰ দৰে এই গৰাকী কবি ৰুগ্নশয্যাত যাতনা-কাতৰ হোৱা নাছিল।

“চিৰ সুন্দৰ, সুন্দৰ তুমি আহিবা বুলি<br>
আছিলো যে ৰই,<br>
ধূপ-দীপ জ্বালি<br>
তুমি আহিবা বুলি” ('নিৰ্জ্জৰিণী'—পদ্মপতি)

ধৰ্মেশ্বৰী দেৱী বৰুৱানীয়েও ভগবানক আকুল প্ৰাৰ্থনাৰে ছন্দিত কাব্য-মালাৰে ভক্তিৰস ঢালি মাতিছিল—

“পদূলিৰ মুখখনি সাৰি মুচি লই<br>
আহিবা আহিবা বুলি আছো বাট চাই।” (অতিথি)<br>
অচিন্ত অব্যক্ত ৰূপ আছে তোৰ<br>
হিয়া মণিকূট মাজে<br>
দেখা পাবি তাতে প্ৰাণৰ দেৱতা<br>
মোহন মূৰুতি সাজে।',<br>
('মিলন প্ৰয়াস'—ধৰ্মেশ্বৰী দেৱী বৰুৱানী)

নলিনীবালা দেবীৰ কবিতাতো এনে ধৰণৰ ঈশ্বৰ মিলন বাসনাৰ ভাব মূৰ্ত হৈ উঠিছে। অৱশ্যে নলিনীবালা দেবীৰ কবিতাত অতিন্দ্ৰীয়বাদৰ গভীৰ সুৰে কবিক ৰহস্যবাদী আখ্যান দিয়াৰ দৰে পদ্মপতিৰ কবিতাত গভীৰ ৰহস্যবাদৰ সন্ধান নাথাকিলেও ভগবৎ-প্ৰেম আৰু সুন্দৰৰ লগত মিলন প্ৰতীক্ষা ভাবৰ প্ৰতিধ্বনি সৰোজ কুমাৰী পদ্মপতিৰ কোনো কোনো কবিতাত শুনা যায়। হিন্দী কবিয়ত্ৰী (ফাৰক্কা-বাদৰ) মহাদেবী বাৰ্মাৰ কবিতাৰ লগত পদ্মপতিৰ চিৰসুন্দৰৰ প্ৰতি থকা মিলন প্ৰয়াসৰ কিছু সাদৃশ্য থকা দেখা যায়। যেনে—

"ৰংগময় হে দেৱ, দূৰী
ছু তুমহে ৰহ জায়গী ইহ
চিত্ৰময় ক্ৰিয়া অধূৰী।" (মহাদেবী বাৰ্মা)

- - -

"সীমাহী লঘুতাকা বন্ধন
হে, অনাদি তু মত ঘড়িয়া গিন
ম্যাই দীপক অক্ষয় কেচৰোসে
তুমমে ভৰতী হু আসু জল
সজল সজল মেৰে দীপক জল।" (মহাদেবী বাৰ্মা)

কবিয়ে মহিমাময় ভগবানৰ পৰা দূৰত থকাৰ কথা কৈ কৰ্ম আধৰুৱা হোৱাৰ শঙ্কা কৰি পুনৰ কৈছে যে সীমাহীন এই লঘুতাৰ বন্ধন যেন অনাদি সত্তাই গননা নকৰে। অক্ষয় প্ৰদীপ বুলি নিজকে ব্যক্ত কৰি কবি বাৰ্মাই কাতৰভাবে প্ৰাৰ্থনা জনাই কৈছে চকুৰ পানীৰে ভৰাই ভগবানক অৰ্পণ কৰা বন্তিগছ ধিমিকি ধিমিকি জ্বলে। নলিনীবালা দেবীৰ 'সুখ আশা পৰম পদৰ, ৰূপতৃষ্ণা চিৰসুন্দৰৰ" দৰে কবি মহা-দেবী বাৰ্মায়ো ভগবানৰ মিলন বাসনাত আকুল। কবি সৰোজ কুমাৰী পদ্মপতিৰ 'নিৰ্জৰিণী' কাব্যপুথিতো কবিতাত "ধূপদীপ জ্বালি, তুমি আহিবা বুলি" কৰা উক্তিৰ লগত হিন্দী কবি মহাদেবী বাৰ্মাৰ কবিতাৰ মিল দেখা যায়।

জাগতিক সৌন্দৰ্য্যৰ প্ৰতি মোহ আৰু ভগবানৰ প্ৰতি ভক্তি-ৰস পদ্মপতিৰ কবিতাতো প্ৰকাশ পাইছে। ভাৰতীয় চিন্তাধাৰাৰ উত্তৰা-ধিকাৰী কবি নলিনীবালা দেবীৰ কবিতাতো আধ্যাত্মিকতাবাদ, ভগৱান

দৰ্শন আৰু মিলনৰ প্ৰবল হেঁপাহ দেখা যায়। অৱশ্যে চিৰকন্যা কবি ধৰ্মেশ্বৰী দেৱী বৰুৱানী আৰু বৈধব্য আৰু সন্তান সন্তাপৰে জীৱন-যাতনাত বিদ্ধ কবি নলিনীবালা দেৱীৰ দৰে সৰোজ কুমাৰী পদ্মপতিৰ ব্যক্তিগত জীৱনত কোনো আঘাতে জ্বলা-কলা কৰাৰ কাহিনী নাই। সেয়ে হয়তো তেওঁৰ কবিতাসমূহ এফালে ভগবানদৰ্শনৰ হেঁপাহ আৰু আনফালে জাগতিক সৌন্দৰ্য্য, মায়া-মোহৰ মাজত ভালেখিনি বান্ধ খাই পৰাত আধ্যাত্মিকতাবাদৰ গভীৰ সুৰ শুনা নাযায়। তথাপিও কবিৰ ভাব-ভাষা আৰু বৰ্ণনাৰ মাজত ভাৰতীয় দৰ্শনৰ আভাস পোৱা যায়। যেনে—

"ব্যাপি আছা তুমি এই বিশ্ব জুৰি
অনন্ত অসীম অণু-পৰমাণুতেই,
আছা নানাৰূপে অপৰূপ তুমি,
চিৰ সুন্দৰ, চিৰ মনোহৰ
কি বুলি মাতিম।" (কাব্যপুথি—'কবিতা সৰোজ')

দেশপ্ৰেমমূলক কবিতা 'জাগৰণ'ত অসম-মাতৃক শস্য-শ্যামলা ৰূপত সজোৱাৰ সপোনৰে দেশবাসীলৈ আহ্বান জনাইছে—

"দেশ-প্ৰেমৰ একেটি ডোলেৰে
বন্ধা আমাৰ প্ৰাণ
বলা আগুৱাই চেনেহী অসমৰ
ডেকা-গাভৰুৰ দল।" (কাব্যপুথি—'নিৰ্জ্জৰিণী')

'বিদায় ক্ষণত' কবিতাটিৰ প্ৰকাশভঙ্গী, ভাব ভাষাৰ লগত ৰোমাণ্টিক কবি শৈলধৰ ৰাজখোৱাৰ 'বিদায় পৰত' কবিতাটিৰ সাদৃশ্য আছে। নিজৰা কবি শৈলধৰ ৰাজখোৱাৰ বিদায় পৰত জাগি উঠা মাটিৰ মোহৰ প্ৰতিচ্ছবি সৰোজ কুমাৰীৰ কবিতাতো প্ৰতিফলিত হৈছে।

'নিৰ্জ্জৰিণী' কাব্য পুথিখনত দেহবিচাৰৰ গীত, ৰোমাণ্টিক ভাবধাৰাৰ গীত আৰু এখনি আলেখ্য ৰচনা উল্লেখযোগ্য। বসন্ত ঋতু বৰ্ণনাৰে, প্ৰকৃতিৰ এখন আনন্দময় সুন্দৰ ছবি আলোকিত কৰি এখনি সঙ্গীতালেখ্য প্ৰকাশ কৰিছে।

তদুপৰি পৃথিৱীৰ ছয় ঋতুৰ বৰ্ণনা, আশা-নিৰাশা, প্ৰকৃতিৰ ৰঙ-ৰাগ আদিৰ বৰ্ণনা 'কবিতা সৰোজ' আৰু 'নিৰ্জ্জৰিণী' দুয়োখন কাব্য-

পুথিত প্ৰকাশ পাইছে। মহামানব বুদ্ধই গণিকাকো শৰণ দিয়াৰ আলম লৈ লিখা কাল্পনিক বৰ্ণনাৰ 'ৰজনীগন্ধা' নামৰ কবিতাত ৰূপ-যৌৱন-সম্পত্তিসম্পন্না অথচ মানব সমাজত হেয় প্ৰতিপন্না এগৰাকী গণিকাই বুদ্ধত শৰণ লোৱাৰ এটি কাল্পনিক আখ্যান সুন্দৰকৈ প্ৰকাশ কৰিছে।—"অমলিন অন্তৰে মাগিছে শৰণ,

নিৰ্মল পবিত্ৰ কন্যা বিলাই সুবাস
যেন এপাহি ৰজনী-গন্ধা।" (কবিতা—সৰোজ)

'নাৰীৰ প্ৰেম' নামৰ কবিতাটিত নাৰীৰ মহানতা, স্নেহ, প্ৰেম, ক্ষমাৰে সমৃদ্ধ অন্তৰৰ কথাৰ স্পষ্ট ধ্বনি শুনা যায়।—

"কি নাই তোমাৰ নাৰী
সৃষ্টিৰ জননী, গৰিমাময়ী--, দিয়া কেৱল স্নেহাঞ্জলী
কৰুণাৰ সিক্ত অশ্ৰুধাৰা
আনন্দঘন আশীষ ধাৰা---।" (কবিতা—সৰোজ)

১৯৭৯ চনত ৰচিত 'মৃত্যু মধুৰতম' কবিতাটিত মৃত্যু যে চিৰসত্য, আত্মা অবিনাশী এই দেহ এৰি যে বিদায় ল'ব লাগিব, তাৰ বিন্যাস কবিৰ উক্ত কবিতাটিত ফুটি উঠিছে। মৃত্যুৰ পাঁচ বছৰৰ আগতে যেন মৰণৰ ক্ষণ গণি, ভগবানৰ লগত মিলনৰ মহান কামনাৰে ৰচিছিল—"নদীয়ে মিলেগৈ সাগৰৰ বুকুত

ক্ষুদ্ৰ প্ৰাণ মিলিম জানো মহাপ্ৰাণত---নকৰো ভয়
নহয় মৃত্যু ভয়ঙ্কৰ
মৃত্যু হ'ব চিৰসুন্দৰ, মধুৰ মধুৰতম।" (কবিতা—সৰোজ)

'নিৰ্জ্জৰিণী' পুথিৰ কবিতা কেইটাৰ ৰচনাভঙ্গীমা, শব্দৰ কোমলতা, ছন্দৰ জোকাৰণি আৰু তাললৈ লক্ষ্য কৰিলে এইখন এখন গীতি-কবিতাৰ পুথি বুলি ক'লে ভুল নহ'ব। ১৯৪৪ চনত ৰচিত—

"ভুলি যোৱা প্ৰিয় প্ৰীতিৰ ফুল
বিৰহ-মিলনৰ গাঁথা মুকুতাৰ মালা
শুকালে সুৰভি, ছিঙিলে ডোল" (নিৰ্জ্জৰিণী)

এই গীতটি অনাতাঁৰ কণ্ঠশিল্পী তাবিকুদ্দিন আহমেদে এসময়ত ৰেডিঅ'ত গাইছিল। ক্ৰমে ধৰণৰ গীতি-কবিতা ৰচনা এই পুথিত প্ৰকাশ পাইছে।

উপৰোক্ত কাব্য-পুথি কেইখন প্ৰকাশনৰ পোহৰত পাঠক সমাজৰ মাজত প্ৰকাশ পোৱাত লেখিকাৰ কাব্য প্ৰতিভাৰ কথা উল্লেখ কৰিবলৈ সম্ভৱপৰ হৈছে। এই কাব্য পুথিৰ 'কবিতা-সৰোজ'খন ১৯৮০ চনত প্ৰকাশ কৰা হয়।

কিন্তু লেখিকাৰ দুই এখন পুথি এতিয়াও অপ্ৰকাশিত অৱস্থাতে আছে। তাৰে এখন হ'ল পৌৰাণিক নাটকৰ আধাৰত লিখা নাটক 'আদিকবি বাল্মিকী'। অমিত্ৰাক্ষৰ ছন্দ আৰু গদ্য ৰচনাৰ মাধ্যমেৰে নাটকখনি ৰচনা কৰা হৈছে। নাটকখনত মুঠ ২৬ টি চৰিত্ৰ অঙ্কিত হৈছে। তাৰে ভিতৰত প্ৰধান চৰিত্ৰ হ'ল মহাকবি বাল্মিকী। জীৱনৰ আগছোৱাতে ৰত্নাকৰ দস্যুৰূপে বহু মানুহক বধ কৰি ধনসোণ লুটি লোৱা ৰত্নাকৰ দস্যুৰ জীৱনৰ আগছোৱা আৰু ব্ৰহ্মা আৰু নাৰদৰ প্ৰচেষ্টাত তপস্যাত সিদ্ধি লাভ কৰি ব্ৰহ্মাৰ বৰত মহৰ্ষি বাল্মিকীৰ ৰূপ লাভ কৰাৰ কথা সহজ-সৰল ভাষাৰে বৰ্ণনা কৰিছে। পুথিখনত নাট্যকাৰ কমলানন্দ ভট্টাচাৰ্য্য ৰচিত নাট 'চিত্ৰাঙ্গদা' আৰু 'বভ্ৰুবাহন'ৰ দৰে ঠায়ে ঠায়ে গীত-মাত, অমিত্ৰাক্ষৰ ছন্দৰ প্ৰয়োগ, গদ্য ৰচনাৰে কথোপকথন, দেৱতা, ভগবান, ব্ৰহ্মাৰ অৱতাৰণা কৰি পৌৰাণিক নাটৰ উপযোগী কৰি তুলিছে। বাল্মিকীক ব্ৰহ্মাই ৰামায়ণ ৰচনাৰ শেষত স্বৰ্গলৈ নিমন্ত্ৰণ কৰি দেৱী সৰস্বতীৰ হতুৱাই 'আদি কবি' উপাধি দান কৰাৰ সময়ত সমগ্ৰ দেৱ-দেৱীৰ উপস্থিতিৰ দৃশ্য মনোৰম। নাটকত ৰাম, লৱ-কুশৰ ৰণকৌশল, সীতাৰ দুখৰ কাহিনী ব্যক্ত কৰা হৈছে। অৱশ্যে সীতাহৰণ আখ্যানৰ বৰ্ণনা নথকাত ঘটনাৰ সম্পূৰ্ণতাত বাধা আহি পৰিছে।

মহৰ্ষি বাল্মিকীৰ আশ্ৰমৰ বৰ্ণনা, স্বৰ্গৰ বিবৰণ আৰু নাৰদৰ বুদ্ধিমত্তাৰ যথাযথ ভাবে প্ৰকাশ পাইছে। লেখিকাই বাল্মিকীৰ মুখত সাৱলীল ছন্দত ফুটাই তুলিছে। মুনিয়ে লৱকুশক কৈছে—

"ভাল পাবা বাছা দুয়োকে
সীতা আদৰ্শ ৰমণী
শুনিলে খণ্ডাব পাপ ৰামসীতাৰ কাহিনী
যোৱা দুয়ো কৰাগৈ যাত্ৰাৰ আয়োজন
শিক্ষা হল সমাপন, দেশে দেশে শুনোৱাগৈ ৰামায়ণ গান।"

· এনেধৰণৰ ছন্দিত উক্তি আৰু গদ্য ৰচনাৰ কথোপকথনৰ মাজেৰে নাটকৰ সমাপ্তি ঘটিছে। সৰোজ কুমাৰীৰ 'জাগৰণৰ সুৰ' এখন সামাজিক মিলনান্ত উপন্যাস। উপন্যাসখনৰ মূলসুৰ হ'ল আদৰ্শবাদ। জীয়া জুৰি নদীৰ নামাকৰণৰে জীয়াজুৰি নাম হোৱা গাঁওখনৰ কথা উল্লেখ কৰোতে গাৱঁৰ সহজ-সৰল জীৱনযাত্ৰাৰ যোগেদি আদৰ্শ-বাদিতাৰ বলিষ্ঠ চিত্ৰৰ বৰ্ণনা কৰিছে। উপন্যাসৰ মূল নায়কৰ চৰিত্ৰত অঙ্কিত গাঁৱৰ স্কুলৰ প্ৰধান শিক্ষক ভবানন্দ বৰুৱাৰ অশেষ শ্ৰম, ত্যাগৰ মাজেদি স্কুলৰ উন্নয়ন, ছাত্ৰ-ছাত্ৰীৰ পঢ়া-শুনাৰ অগ্ৰগতিৰ উপৰিও গাঁওখনৰ "সমাজ-ঘৰ" নামৰ অনুষ্ঠানৰ যোগেদি কৰা স্বাস্থ্য-কেন্দ্ৰৰ কাম, পানী যোগান আঁচনি, সমাজত সুগম জীৱন যাপনত সকলো গাঁওবাসীক সহায় কৰা কাৰ্য্যই বৰুৱাৰ মহান মনৰ পৰিচয় দিছে। নাৰী চৰিত্ৰ ৰূপায়ণত মূল নায়িকা হিচাপে কোনো চৰিত্ৰই বিশেষ স্থান লাভ কৰিব পৰা নাই। পাৰ্শ্ব চৰিত্ৰ হিচাপে কমলা, ভবানন্দৰ কন্যা নিৰ্মলা, গোবিন্দ ডেকাৰ পত্নী তাৰা, ভনীয়েক মালা, আনন্দৰ পত্নী শেৱালীৰ উল্লেখ আছে যদিও চৰিত্ৰৰ ভূমিকাত প্ৰাধান্যতা আৰোপ কৰা হোৱা নাই।

উপন্যাসখনত লেখিকাই ভবানন্দ বৰুৱা আৰু তেখেতৰ সহকৰ্মী স্কুলৰ শিক্ষক গোবিন্দ ডেকাৰ চৰিত্ৰৰ ওপৰত বিশেষ গুৰুত্ব দিয়া দেখা যায়।

পিতৃ-মাতৃহাৰা ভবানন্দ বৰুৱা আৰু গোবিন্দ ডেকা আশ্ৰিত আৰু লালিত-পালিত হৈছিল গোবিন্দৰ পেহীয়েকৰ তত্ত্বাৱধানত থাকি। এইদৰেই এটা সময়ত দুয়ো স্নাতক ডিগ্ৰী লাভ কৰিবলৈ সক্ষম হ'ল। পেহীয়েকৰ মৃত্যুৰ পিছত উচ্চাকাঙ্ক্ষাত উদ্বুদ্ধ ভবানন্দই গোবিন্দৰ সৈতে আলোচনা কৰি পেহীয়েকৰ মাটি-ঘৰ বেচি অন্য এখন গাঁৱলৈ আহিল, যিখন গাঁৱত নিৰক্ষৰ, অভাৱী লোকৰ সংখ্যাই সৰহ আছিল। সেইখন গাঁৱেই হ'ল—জীয়াজুৰি গাঁও। এইখন গাঁৱতে স্কুল প্ৰতিষ্ঠা কৰি গাঁৱৰ উঠি অহা ল'ৰা-ছোৱালীক কেৱল শিক্ষা দানেই নহয়, লগতে সহ-পাঠ্যক্ৰম, যেনে—সাঁতোৰ, নাওখেল, খেলাধূলা, প্ৰাথমিক চিকিৎসাৰ প্ৰশিক্ষণৰ ব্যৱস্থা কৰালে। সেই শিক্ষা দান কৰা ধনেশ্বৰ আৰু মনেশ্বৰৰ কলা-কৌশল সুন্দৰকৈ বৰ্ণনা কৰিছে। ভবানন্দ বৰুৱাৰ অকাল বিয়োগত তেওঁৰ আদৰ্শৰ সপোন,—জীয়াজুৰি গাঁৱক

সকলো ফালৰ পৰা সমৃদ্ধ কৰি তোলাৰ আঁচনি পূৰণৰ দায়িত্ব পৰিল গোবিন্দ ডেকাৰ ওপৰত। প্ৰধান শিক্ষকৰ দায়িত্ব লৈ জীয়াজুৰিত কাহিনী লিখাৰ কামত গোবিন্দ ডেকা মনপুতি লাগিল। ভবানন্দৰ পুত্ৰ আনন্দয়ো এই কামত সহায় কৰিলে; যিহেতু পিতৃৰ আদৰ্শৰে গঢ়া পুত্ৰ আনন্দ।

উপন্যাসখনত আনন্দৰ লগত পিতৃয়ে ঠিক কৰি থোৱা গাঁৱতে শিক্ষিত ডেকা সুবলৰ ভনীয়েক শেৱালী, গাঁৱৰে স্কুলৰ পৰা পাছ কৰি ডাক্তৰ হৈ ওলোৱা মুকুটৰ লগত ভবানন্দৰ কন্যা নিৰ্মলা, মণিৰৰ লগত লুৎফাৰ বিয়াৰ এটা গতানুগতিক চিত্ৰ ডাঙি ধৰিছে। পুথিখনৰ এটা বিশেষত্ব হ'ল এয়ে যে—ইয়াত জাতিভেদৰ বিচাৰ নাই। গাঁৱলীয়া জীৱনতো হিন্দু-মুছলমানৰ সম্প্ৰীতিৰ ভাব সুন্দৰকৈ ফুটাই তুলিছে। জীয়াজুৰি গাঁৱৰ গাঁওবুঢ়া ৰফিকুদ্দিনে সভাই-সমিতিয়ে সভাপতিত্ব কৰাৰ দৃশ্য তেওঁৰ পুত্ৰ ডাঃ মণিৰৰ লগত গাঁৱৰ সকলোৰে ভাই-ককাই সদৃশ সম্বন্ধই অসমীয়া সমাজৰ হিন্দু-মুছলমানৰ মিলা-প্ৰীতিৰ কথা দোহাৰে। এই গাঁওখনৰ স্কুলৰ পৰাই বহুত ল'ৰা-ছোৱালীয়ে শিক্ষাৰ পোহৰ পালে, কোনো কোনো ডাক্তৰ, প্ৰফেচাৰ, ফাৰ্মেচিষ্ট, শিক্ষক-শিক্ষয়িত্ৰী, সমাজ-সেবিকা হৈ গঢ় ললে। গাঁও-খনক প্ৰকৃত ৰূপ দিয়াৰ পিছত, নৰিয়াৰ পৰা আৰোগ্য লাভ কৰা গোবিন্দ ডেকাই ভবানন্দ বৰুৱাৰ পূৰ্বৰ নিৰ্দেশমতে সম্পূৰ্ণ কৰিলে 'জীয়াজুৰিৰ কাহিনী' আৰু সেইখনেই লেখিকাই 'জাগৰণৰ সুৰ' নামেৰে উপন্যাসখনত নামাকৰণ কৰিছে। গোবিন্দ ডেকাৰ মুখৰ উক্তিৰে জীয়াজুৰি গাঁৱৰ চিত্ৰ এইদৰে ফুটাই তুলিছে—"জীয়াজুৰি আমাৰ মাতৃ। আমি জাতি-বৰ্ণ নিৰ্বিশেষে সেই মাতৃৰ সন্তান। সকলোৰে প্ৰাণত একে সুৰ, একেই আনন্দ।---আমাৰ বেলেগ সত্তা নাই। এই প্ৰকৃত সত্য, সঙ্গীত সমন্বয়ৰ সুৰ মোৰ কাণ, চকু, মন-প্ৰাণ সকলোতেই উপলব্ধি কৰিছো। মোৰ ভাব হৈছে জীয়াজুৰিয়ে প্ৰাণ পালে। জীয়াজুৰিৰ জাগৰণৰ সুৰ---।"

উপন্যাসখনৰ ভাব-ভাষা সহজ-সৰল। প্ৰকাশভঙ্গী স্পষ্ট। সৰু-সুৰা চৰিত্ৰকে ধৰি প্ৰায় বিশটা চৰিত্ৰৰ উল্লেখ আছে। প্ৰতিটো দৃশ্যৰ বিশদ বৰ্ণনা দিয়া হৈছে। কিন্তু আদৰ্শবাদক অধিক কৰ্তৃত্ব দিয়াত পুথিখনৰ কোনো কোনো ঠাইত আকৰ্ষণীয় দিশটো ম্লান হৈ

পৰিছে আৰু সেয়ে কিছুমান দৃশ্যত নতুনত্ব হেৰাইছে। ‘সমাজ-ঘৰ’ অনুষ্ঠানত গাঁৱৰ সভা আৰু ছাত্ৰ-ছাত্ৰীৰ বক্তব্যৰ গতানুগতিকতাই উপন্যাসখনৰ সৌন্দৰ্য্য বঢ়াব পৰা নাই। লেখিকাই উপন্যাসখনত কোনো অসৎ চৰিত্ৰৰ সংযোগ ঘটোৱা নাই; যাৰ ফলত অন্যান্য পুথিত থকাৰ দৰে সমস্যা, মানসিক অন্তৰ্দ্বন্দ্ব, সংঘাত ৰোমাঞ্চ, উৎসুক্যতাৰ সৃষ্টি হোৱা নাই। সহজ গতিত ঘটনা আগবাঢ়ি গৈছে।

যি কি নহওক, লেখিকাৰ প্ৰথম উপন্যাস হিচাপে আদৰ্শবাদ আৰু খুটি-নাটি বিষয়ৰ বৰ্ণনা, বিভেদকামী মনোভাবৰ নিৰ্ম্মূল আৰু হিন্দু মুছলমানৰ সম্প্ৰীতিৰ ভাবে উপন্যাসখনক এফালেদি সাৰ্থক কৰি তুলিছে।

সৰোজ কুমাৰী পদ্মপতি সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ লগত ঘনিষ্ঠভাৱে জড়িত আছিল। সমিতিৰ মুখ-পত্ৰ “লেখিকা”ত পদ্মপতিৰ কবিতা প্ৰকাশ পাইছিল আৰু তেজপুৰ শাখাৰ দ্বাৰা প্ৰকাশিত শিশু আলোচনী “অসম জ্যোতি”ৰ সম্পাদনা সমিতিৰ এটা সময়ত তেখেত উপদেষ্টা হিচাপে মনোনীত হৈছিল। তদুপৰি মৃত্যুৰ আগলৈকে সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ তেজপুৰ শাখাৰ সভানেত্ৰীৰ দায়িত্বৰে কাৰ্য্য পৰিচালনা কৰিছিল। এই প্ৰসঙ্গত উল্লেখযোগ্য যে লেখিকা সমাৰোহ সমিতিৰ নগাঁও অধিবেশনৰ প্ৰস্তাৱমৰ্মে অসমীয়া লেখিকাসকলৰ লেখনীসমূহ প্ৰকাশ কৰাৰ প্ৰয়াসেৰে বাতৰি কাকত-সমূহত এটি মহিলা শিতান খোলাৰ সিদ্ধান্ত গ্ৰহণ কৰা হয়। সেই মৰ্মে ১৯৭৮ চনত পোন প্ৰথমে তেজপুৰৰ স্থানীয় কাকত ‘মহাজাতি’ত এটি মহিলা চ’ৰা মুকলি কৰাত পদ্মপতিয়ে বিশেষ ভাবে অংশ গ্ৰহণ কৰিছিল। সেই সময়ত সমিতিৰ নিজা কাৰ্য্যালয় ভবন নাছিল। ‘মহিলা-চ’ৰা’ মুকলি কৰা সম্পৰ্কীয় জৰুৰী সভাখন সৰোজ কুমাৰী পদ্মপতিৰ ঘৰতেই অনুষ্ঠিত হৈছিল। সেই সভাতেই সমিতিৰ প্ৰধান সম্পাদিকা শ্ৰীমতী শীলা বৰঠাকুৰ, প্ৰাক্তন সভানেত্ৰী শ্ৰীমতী পদ্মা আগৰৱালা আৰু স্বৰ্গীয়া পদ্মপতি প্ৰমুখ্যে উপস্থিত সদস্যাসকলৰ সন্মতি-ক্ৰমে মহিলা চ’ৰা পৰিচালনাৰ দায়িত্ব এই প্ৰবন্ধ লেখিকাক দিয়া হৈছিল। উক্ত চ’ৰাটি পৰিচালনাৰ ক্ষেত্ৰতো পদ্মপতিয়ে প্ৰায় সময়তে মোক বহুমূলীয়া পৰামৰ্শ দিছিল আৰু নিজেও কবিতা, প্ৰবন্ধ আৰু আইদেউ চ’ৰাৰ উপযোগী বিষয় মহিলা চ’ৰালৈ আগবঢ়াইছিল।

**ঘৰুৱা জীৱন**ঃ—ঘৰুৱা জীৱনত সৰোজ কুমাৰী পদ্মপতি এগৰাকী সু-গৃহিণী আছিল। তেখেতৰ স্বামী শ্ৰীকামাখ্যা কুমাৰ পদ্মপতি এজন অৱসৰপ্ৰাপ্ত চৰকাৰী উচ্চ বিষয়া। তেখেতৰ দুগৰাকী কন্যাক উপযুক্ত পাত্ৰত বিয়া দি, তিনিজন পুত্ৰলৈয়ো উপযুক্ত ছোৱালী বিয়া কৰাই সংসাৰৰ কাম সম্পন্ন কৰি থৈ গ'ল। তেখেত কথা-বাৰ্ত্তাত ধীৰ গম্ভীৰ, সহানুভূতিশীল অন্তৰেৰে এগৰাকী মৰমীয়াল মহিলা আছিল।

এই গৰাকী লেখিকা ১৯৮৩ চনৰ ৭ ডিচেম্বৰৰ দিনা মাত্ৰ দুদিনীয়া অসুস্থতাত হৃদৰোগত আক্ৰান্ত হৈ তেজপুৰৰ 'ৰিমেডি নাচিং হোম'ত পৰলোকপ্ৰাপ্তি ঘটে। মৃত্যুৰ সময়ত এৰি থৈ গ'ল স্বামী, পুত্ৰ-কন্যা সমন্বিতে শোকাকুল পৰিয়ালবৰ্গ।

ইমান আকস্মিকভাবে মৃত্যু বৰণ নকৰা হ'লে হয়তো সমাজ-সাহিত্যৰ কামত বেছি অগ্ৰসৰ হ'ব পাৰিলেহেঁতেন। কিন্তু সেইয়া হৈ নুঠিল। জীৱনৰ গতিপথত ৬৬ বছৰ বয়সতেই সৰোজ কুমাৰী পদ্মপতিয়ে এই পৃথিবীৰ পৰা মেলানি মাগিলে। স্মৃতি যুগমীয়া হৈ ৰ'ল।

স্বৰ্গীয়া সৰোজ কুমাৰী পদ্মপতিৰ প্ৰতিভাৰ প্ৰতি আন্তৰিক শ্ৰদ্ধা নিবেদন কৰি কামনা কৰিছো যেন তেখেতৰ আত্মাই চিৰশান্তি লাভ কৰক। ●●

প্ৰবন্ধটো যুগুত কৰোতে সৰোজ বাইদেউৰ বোৱাৰী শ্ৰীমতী বন্তি পদ্মপতিয়ে অপ্ৰকাশিত পুথি দুখনৰ লগতে প্ৰকাশিত কাব্য-পুথি দুখন আৰু অন্যান্য তথ্য-পাতি যোগাৰ কৰি দিয়াত শ্ৰীমতী বন্তিক অশেষ ধন্যবাদ জ্ঞাপন কৰিছো।

—লেখিকা

# মালবিকা গোস্বামী

শ্ৰীমতী ননী শৰ্মা

বেজাৰতে ভাবোঁ নিৰলাত
তুমি মোক নিনিলা লগত,
যাবলৈকো ভটিয়াই মোৰ
নাই কোনো সমল হাতত। —দুৰ্ব্বৰা



জন্ম ঃ ১৯২৪ চন
মৃত্যু ঃ ১৯৭৭ চন

১৯৬৪-৬৫ চনৰ কোনোবা এটা দিনত প্ৰথম দেখা পোৱা স্বৰ্গীয়া মালবিকা গোস্বামী বাইদেউক ঘনিষ্ঠভাবে লগ পাইছিলোঁ—প্ৰায় এটা বছৰ। স্নাতক শ্ৰেণীৰ প্ৰথম-দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰী হিচাপে দেবীচৰণ বৰুৱা কন্যা মহাবিদ্যালয়ৰ ছাত্ৰীনিবাসত থাকিব লগীয়া হওঁতেই আমাৰ প্ৰথম চিনাকি। এই মানুহগৰাকীয়ে আজি সুদীৰ্ঘ বাইশটা বছৰৰ পিছত মোৰ মনৰ, হৃদয়ৰ আৰু স্মৃতিৰ বন্ধ দুৱাৰ খুলি অতীতলৈ লৈ গৈছে—য'ত আমি, আমাৰ বন্ধুবোৰ আছিলোঁ একোজনী উচ্ছল গাভৰু আৰু আমাৰ তত্ত্বাৱধায়িকা মালবিকা বাইদেউ, এগৰাকী

সময়ৰ তীব্ৰ, তীক্ষ্ণ আঁচোৰ আৰু দুৰ্ভাগ্যই গৰকি জুৰুলা কৰা, এগৰাকী ৰুগ্না প্ৰৌঢ়া মহিলা। সেই সময়ত স্নাতক উপাধি লোৱা মিলি বাইদেউ আৰু আমাৰ লগতে থকা মালাৰ আৰাধ্যা জননী, মাতৃ।

"দেশৰে ভৰসা, ডেকা অ'ই গাভৰু,
কথাই যে নুজুৰায় কাণ,
ভয়ভীত নেওচি ন-সাজে সাজি
ৰাখা জননীৰ মান।"

১৯৬২ চনৰ চীনা আক্ৰমণৰ পটভূমিত ৰচনা কৰা স্বৰ্গীয়া গোস্বামী বাইদেউক 'জাগৃহি' নামৰ দেশপ্ৰেমমূলক গীতৰ সংকলনৰ এখনকি মনত পৰিছে। এগৰাকী অকাল বৈধব্যই জীৱনত বাৰে বাৰে এশ এবুৰি সমস্যাৰে মোহাৰি পেলোৱা নাৰীৰ হৃদয়ত স্বদেশ প্ৰেমৰ মন্ত্ৰৰ বীজ কেনেদৰে অংকুৰিত হৈ, প্ৰস্ফুটিত হৈছে—'জাগৃহি'ৰ প্ৰতিটো গীতৰ ছন্দে ছন্দে তাৰ মুক্ত প্ৰকাশ। ভাৰত আৰু চীনৰ যুদ্ধই কতজনৰ বুকু উদং কৰি গ'ল, কতৰ ঘৰ-সংসাৰ থানবান হ'ল—তথাপিও মাতৃপূজাৰ যি মহৎ উদ্দেশ্য তাক সফল কৰিবলৈ ডেকা-গাভৰুক তেখেতে এনেদৰে আহ্বান জনাইছিল—

"মাতৃপূজাৰ পূজাৰী মহান
কোটিজনৰ আশাৰ খনি
ঘূৰি আহাগই ৰণজয়ী হই
শত্ৰু নিধনি।"

এই গৰাকী স্বভাৱ-কবি, গীতিকাৰৰ সাহিত্য কৰ্মৰ আলোচনা কৰাৰ আগতে তেখেতৰ বিদেহী আত্মাৰ প্ৰতি নতশিৰে প্ৰণিপাত জনাইছো, আৰু অজ্ঞাতে, অকস্মাতে যদি তেখেতৰ বিষয়ে লিখাত ক'ৰবাত সামান্যতম হীনদেঢ়ি ঘটে তেন্তে যেন ক্ষমাৰ যোগ্য হওঁ। অতীত আৰু বৰ্তমানক চালি জাৰি চাওঁতে আমাৰ স্মৃতি আৰু অনুসন্ধান—ক'ৰবাত, কেনেবাকে ব্যৰ্থ হৈছে। তেখেতৰ সাহিত্যিক জীৱনৰ বিষয়ে কিবা এটা লিখাৰ প্ৰয়াস কৰিছিলো, কিন্তু সময়ত উপযুক্ত তথ্যৰ অভাৱ ঘটাত—লিখনীয়ে কিমান দূৰ সাৰ্থকতা লাভ কৰে নাজানো। কাৰণ তেখেতক ভালদৰে জনাৰ বা বুজাৰ আগতেই তেখেত আমাৰ সীমাৰ সিপাৰে থকা অজ্ঞান দেশলৈ গুচি গ'ল।

মানুহৰ জীৱন যেতিয়া আৰ্থিক স্বাচ্ছন্দ্যৰ অভাৱ হয়, পিতৃ আৰু মাতৃ দুয়োৰে দায়িত্ব আৰু কৰ্তব্য যেতিয়া কেৱল মাতৃয়ে পালন কৰিব লগা হয়, তেতিয়া হয়তো মানুহৰ মনৰ সুকুমাৰ সূক্ষ্ম কোমল অনুভূতি বিলাক মৰি যায়। বাহিৰত, প্ৰকাশভঙ্গীত ৰুক্ষতাই দেখা দিয়ে। মই লগ পোৱা স্বৰ্গীয়া গোস্বামী বাইদেউক মই অন্ততঃ তেনেকৈয়ে ভাবিছিলোঁ।· হয়তো মোৰ ভবিতব্য আছিল, মই তেখেতক জনাৰ আৰু বুজাৰ। সেইবাবেই আমাৰ সম্পৰ্কটো মোৰ বোধেৰে কিছু আবেগিক আছিল। কাৰণ· বাহিৰৰ ৰুক্ষতাই তেখেতৰ ব্যক্তিত্বৰ কোমল মাটি ড'ৰাৰ নিকা, আলফুলিয়া সেউজখিনি ঢাকি ৰাখিছিল।

১৯২৪ চনৰ আগষ্ট মাহত যোৰহাটত মালবিকা গোস্বামীৰ জন্ম হয়। তেখেতৰ পিতৃ স্বনামধন্য ডঃ ৰুচিনাৰায়ণ শৰ্মা আৰু মাতৃ স্বৰ্গময়ী দেবী। আজি কালিৰ তুলনাত মালবিকা গোস্বামীৰ বিবাহৰ সময়ত বয়স কম আছিল। গোলাঘাটৰ বিখ্যাত গোস্বামী পৰিয়ালৰ ৺ৰেবকান্ত গোস্বামীৰ লগত ১৯৪০ চনত মালবিকা গোস্বামীৰ বিয়া হয়। তেখেতৰ স্বামী সেই সময়ৰ দৰং জিলাৰ প্ৰচাৰ বিষয়া আছিল। ১৯৪৭ চনত, বৈবাহিক জীৱনৰ দায়িত্ব, দুঃখ সুখৰ উপলব্ধি গভীৰ হোৱাৰ আগতেই তেখেতৰ স্বামী বিয়োগ হয়। আনহাতে '৪২ চনত পিতৃ বিয়োগ হোৱাত, পিতৃৰ অবৰ্তমানত সৰু সৰু ভায়েক দুটাৰ পঢ়া-শুনাৰ দায়িত্ব স্বাভাৱিকতে ঘৰৰ জ্যেষ্ঠা সন্তান হিচাপে তেখেতৰ ওপৰতে পৰিছিল। চাৰিদুৱাৰ মাধ্যমিক বিদ্যালয়, যোৰহাট বালিকা বিদ্যালয়ত শিক্ষা লাভ কৰি তেখেতে প্ৰাইভেট পৰীক্ষাৰ্থী হিচাপে প্ৰৱেশিকা পৰীক্ষা দি উত্তীৰ্ণ হয়। কাৰণ দশম শ্ৰেণীটো তেখেতে বিদ্যালয়ত পঢ়া নাছিল। যোৰহাট বালিকা বিদ্যালয়ত ছাত্ৰী হৈ থাকোতে অসম ছাত্ৰ সন্মিলনৰ বিভিন্ন কাৰ্য্যসূচীত সক্ৰিয় অংশ গ্ৰহণ কৰা বাবে তেখেত বিদ্যালয় কৰ্তৃপক্ষৰ অপ্ৰিয়ভাজন হ'ব লগা হৈছিল। সেয়েহে ঘৰতে পঢ়ি প্ৰৱেশিকাত উত্তীৰ্ণ হৈ যোৰহাটৰ জগন্নাথ বৰুৱা মহাবিদ্যালয়ত স্নাতক শ্ৰেণীত পঢ়ি থাকোতে ছাত্ৰ একতা সভাৰ ছাত্ৰীৰ ফালৰ পৰা একতা সভাৰ সম্পাদিকা পদ লাভ কৰিছিল।

পিতৃৰ বিয়োগ, স্বামী-বিয়োগে মূৰৰ ওপৰত অভাৱনীয়ভাৱে আনি দিয়া দায়িত্বৰ গধুৰ বোজা কঢ়িয়াবলৈ স্বৰ্গীয়া গোস্বামীয়ে

সংগ্ৰামক মোৰ বুলি কাষ চপাই লৈ জীৱনৰ খলা বমা বাটত বাট বুলিছিল। সংকটৰ বিহ্বলতা আৰু সংকোচৰ দুৰ্বলতা মালবিকা গোস্বামীৰ চৰিত্ৰত নাই। যিটো সময়ত অসমীয়া-বাংলা ব্ৰাহ্মণ সমাজত ছোৱালীক যিমান পাৰি সিমান সোনকালে এঘৰলৈ উলিয়াই দিলেই পিতৃ-মাতৃৰ কৰ্তব্য শেষ হয় বুলি ভাবিছিল, সেইটো সময়ৰে এগৰাকী উচ্চ শিৰৰ, হৃদয়বৃত্তিৰ মহত্বক গুৰুত্ব দিয়া এগৰাকী নাৰী মালবিকা গোস্বামী, যি নিজৰ কণ কণ দুটি কন্যা আৰু সহোদৰৰ উচ্চ শিক্ষাৰ বাবে জীৱনৰ বহুত পথ অতিক্ৰম কৰিবলৈ, নিজেও শিক্ষা লাভৰ ত্ৰুটী কৰা নাছিল আৰু জীৱন আৰু জীৱিকাৰ পথ মহৎ কৰিবলৈ বাছি লৈছিল শিক্ষিকাৰ পদ।

শিক্ষয়িত্ৰী হিচাপে তেখেতে কিছুদিন গোলাঘাটত চাকৰি কৰে। ১৯৪৯ চনত শদিয়া হাইস্কুলত সোমায় আৰু ১৯৫০ চনৰ ভূমিকম্পত তাৰ পৰা গুচি আহি কিছুদিন যোৰহাট বালিকা বিদ্যালয়ত শিক্ষয়িত্ৰী পদত নিযুক্তি লাভ কৰে। তাৰপাৰ ডুমডুমাৰ হুনলাল হাইস্কুললৈ যায় আৰু তাত কিছুদিন চাকৰি কৰাৰ পাছত ১৯৫৮ চনত গুৱাহাটীত থকা ভায়েকৰ ঘৰত থাকি পিতৃ ৰুচিনাৰায়ণ শৰ্মা প্ৰণীত 'ঘৰুৱা বিজ্ঞান আৰু স্বাস্থ্যনীতি' নামৰ কিতাপখনৰ পৰিবৰ্দ্ধিত সংস্কৰণ উলিয়ায়। সহজ সৰল ভাষাৰে জানিবলগীয়া স্বাস্থ্য বিষয়ৰ আৰু ঘৰুৱা বিজ্ঞানৰ নানা কথা এই পুথিখনিত খৰচি মাৰি আলোচনা কৰা হৈছে। মন কৰিবলগীয়া কথা যে সেই সময়ত অসমৰ প্ৰায় বিলাক বালিকা বিদ্যালয়ত গণিত মুখ্য বিষয় নাছিল। তাৰ পৰিবৰ্তে গণিতৰ বাবে কেইটামান নম্বৰ সংৰক্ষিত কৰি বাকীখিনি ঘৰুৱা বিজ্ঞান আৰু স্বাস্থ্যনীতিৰ বাবে দিয়া হৈছিল। সেই কাৰণে ইচ্ছুক মেধাবী ছাত্ৰীয়েও অংক বিষয় লৈ প্ৰবেশিকা পৰীক্ষাত বহাৰ সুবিধা নাপাই শেষত উচ্চ শিক্ষাৰ বাবে কেৱল কলা বিভাগতে ভৰ্ত্তি হ'ব লগা হৈছিল। যি কি নহওক, সেই সময়ছোৱাত শিক্ষা লাভ কৰা আজিৰ মাতৃ আৰু গৃহিণীসকল যে এই পুথিখনৰ পৰা বিশেষভাবে উপকৃত হৈছিল আৰু বৰ্তমানেও সেই বিদ্যা ব্যৱহাৰিক জীৱনত খটুৱাব পাৰিছে, তাৰ বাবে কিতাপখনৰ প্ৰণেতা, প্ৰকাশক সকলোৰেই ধন্যবাদৰ পাত্ৰ।

যোৰহাটৰ কেন্দুগুৰিত সৰোজিনী দেবী উচ্চ বালিকা বিদ্যালয়ত শিক্ষয়িত্ৰী হৈ থকা সময়ত তেখেতে চীনা আন্দোলনৰ পটভূমিত

দেশপ্ৰেমমূলক গীতৰ এটি সংকলন 'জাগৃহি' নাম দি প্ৰকাশ কৰে। ইয়াৰে কেইটামান গীত প্ৰখ্যাত শিল্পী দীপালি বৰঠাকুৰ প্ৰমুখ্যে কেইবাগৰাকীও জনপ্ৰিয় গায়িকাৰ কণ্ঠত আকাশবাণী গুৱাহাটী যোগে প্ৰচাৰ হয়।

কেন্দুগুৰিত থকা অৱস্থাত কিছুমান কথাত অসুবিধা পাই তেখেতে যোৰহাটৰ ৺প্ৰসন্ন বৰুৱাক জনোৱাত তেখেতেও একে আষাৰতে 'তুমি আৰু তালৈ যাব নালাগে, মই ইয়াতে এটা 'পোষ্ট ক্ৰিয়েট' কৰি দিম' এই বুলি যোৰহাট দেবীচৰণ বৰুৱা কন্যা মহাবিদ্যালয়ৰ সহকাৰী পুথিভঁড়াল তত্বাৱধাৱিকা পদত নিযুক্তি দিয়ে। সেই সময়তে তেখেত ছাত্ৰীবাসত থাকিব লগা হয় আৰু কিছুদিনৰ পিছত অসুস্থ হয়। দুজন সুযোগ্য ভায়েক—যাক গঢ় দিবলৈ জীৱনৰ প্ৰতিটো ৰক্ত বিন্দুক সচল-সক্ৰিয় কৰি ৰাখিছিল, তেওঁলোক ডঃ মুকুন্দমাধৱ শৰ্মা আৰু শ্ৰীমনোজ মাধৱ শৰ্মাই যোৰহাট নগৰত মাটি কিনি ঘৰ এটা সজাই দিবলৈ ওলায়। কিন্তু স্বভাৱতেই স্ৰজন আৰু সৃজনৰ প্ৰতি যাৰ ধাউতি, তেনে মানুহক নগৰৰ সীমাৱদ্ধতাতকৈ গাঁৱেহে আকৰ্ষণ কৰে। গাঁৱৰ মুক্ত পৰিবেশ বিচাৰি তেখেতে চাৰিগাঁৱতে ঘৰ এটা সাজি দিবলৈ কয়। প্ৰকৃতাৰ্থত সেই সময়ছোৱাতহে তেখেতে মুক্তমনে বহুত কিবাকিবি লেখিবলৈ আৰম্ভ কৰে। হিয়াৰ আমঠু স্বৰূপ দুয়োটি কন্যাক বিয়া দি উলিয়াই দিয়াৰ পিছত তেখেত বৰ নিঃসঙ্গ হৈ পৰে—ঠিক যেন যতীন্দ্ৰনাথ দুৱৰাৰ ভাষাত "মই অকল-শৰীয়া, চিৰদিনেই অকলশৰীয়া।" নিঃসঙ্গতাত ডুব গৈ, পাৰাপাৰহীন সমস্যাৰ পৰা মুক্ত হৈ ১৯৭৭ চনৰ জুলাই মাহৰ ৬ তাৰিখে ডিব্ৰুগড়ত মালবিকা গোস্বামীৰ পৰলোকপ্ৰাপ্তি ঘটে।

"নিজে মই আচুতীয়া হই
আছিলো অকলে নিৰাশাত
নপৰিল তোমাৰ চাৱনি
দুখীয়াৰ নিৰলা পঁজাত (দুৱৰা)

এগৰাকী মানুহৰ মৃত্যুৰ পিছত আমি কিয় স্মৰণ কৰো?—সকলো মানুহকে শ্ৰদ্ধাৰে সুঁৱৰিলেও কোনো কোনোৰ ক্ষেত্ৰত ই শ্ৰদ্ধাতকৈ বেলেগ কিবা এটা হয়। মালবিকা বাইদেউ হয়তো তেনে এক শ্ৰেণীৰ মানুহ, সংগ্ৰামেই যাৰ জীৱন। এই গৰাকী নাৰীয়ে

স্বামীৰ মৃত্যুত, পিতৃৰ মৃত্যুত বহুত কিবাকিবি হেৰুৱালে, মাত্র নেহেৰুৱালে সৃষ্টিৰ আশা আৰু ইচ্ছাক। সেয়েহে অষ্টম শ্ৰেণীত থাকোতেই 'আদি কবি' নামৰ ৩ অংকীয়া নাটক লিখা মালবিকা গোস্বামীয়ে— অবিৰাম লিখি গৈছিল। প্ৰকাশ আৰু প্ৰচাৰৰ আশাত নহয়, মনৰ মণিকোঠাত সযতনে গঁজালি মেলা অনুভূতিবিলাকক ৰূপ দিয়াৰ আশাতহে। ছাত্ৰী অৱস্থাৰে পৰা ৰচনা কৰা নাটক ছাত্ৰীৰ দ্বাৰাই মঞ্চস্থ কৰোৱাৰ কথা আজিও বহুত ছাত্ৰীয়ে শ্ৰদ্ধাৰে সোঁৱৰে। তেখেতৰ অনাতাঁৰ নাট কেইখনি হৈছে—শিশু গান্ধী, অহল্যাৰ শাপমোচন আৰু গান্ধাৰীৰ অভিশাপ। অসুখীয়া অৱস্থাত তেখেতে কুমাৰ সম্ভৱ ভাঙনি কৰিবলৈ লৈছিল। কলেজৰ আলোচনী বিভিন্ন প্ৰবন্ধপাতিৰে সমৃদ্ধ কৰিছিল। ১৯৩৬/৩৭ চনতে সাপ্তাহিক বাতৰিত নিয়মীয়াকৈ সম্পাদকলৈ চিঠি লেখিছিল। অসমত বিশ্ববিদ্যালয় স্থাপনৰ বাবে হোৱা আন্দোলন সন্দৰ্ভত লিখা চিঠিয়ে বিশেষ আলোড়নৰ সৃষ্টি কৰিছিল।

গীতিকাৰ গোস্বামী নিজে গায়িকা আছিল। বাহিৰৰ ৰুক্ষতাৰ দেৱাল ভেদি সংগীতৰ মূৰ্ছনাই তেখেতৰ হৃদয় জুৰাই আছিল। ত্রিশৰ দশকত নিয়মীয়াকৈ শাস্ত্ৰীয় সংগীতৰ চৰ্চা কৰিছিল লখ্নৌ, চাৰিদুৱাৰত থকা কালত। অসমীয়া উচ্চ মধ্যবিত্ত পৰিয়ালত সেই সময়ত সংগীত চৰ্চাই এটা বিশেষ স্থান লাভ কৰিছিল। সেয়েহে দুখৰ দিনতো সংগীতক তেখেতে পাহৰি যোৱা নাছিল।

সংঘাতে জুৰুলা কৰা জীৱনত অকাল বাৰ্দ্ধক্যই হেঁচা মাৰি ধৰিবলৈ সুবিধা পায়। ৰুগ্ন লোকৰ মনত সদায়েই অশান্তি। তথাপিতো মালবিকা বাইদেউ ৰোগ আৰু দাৰিদ্ৰ্যৰ ওচৰত নতি স্বীকাৰ কৰি হাৰি যাব খোজা মানুহ নাছিল। কৰ্মই মানুহৰ প্ৰকৃত পৰিচয় যদি হয়, তেন্তে ক'ব লাগিব, মালবিকা বাইদেৱে তেখেতৰ জীৱনত আন দহজন সুখী মানুহতকৈ বহুত কিবাকিবি কৰিলে আৰু আনে নোপোৱা বহুত কিবাকিবি পালে। সময়ৰ মামৰত স্মৃতি ধূসৰ হয়। সেয়েহে বহুদূৰ অতীতৰ এৰি অহা দিনবিলাকৰ প্ৰতিটো কথা আৰু

কাম শৃঙ্খলাবদ্ধভাবে সজাব পৰা নাযায়। মাত্ৰ ইয়াকে ক'ব পাৰি—সুলেখিকা শিক্ষয়িত্ৰী, আদৰ্শ মাতৃ মালৱিকা বাইদেউ সঁচাকৈয়ে অনন্যা আছিল।●●

(কৃতজ্ঞতা স্বীকাৰ—সৰু জোঁৱাই শ্ৰীগোপাল বৰঠাকুৰ আৰু ভনীয়েক অমি বাইদেউলৈ।)

আন এটা সূত্ৰমতে মালবিকা গোস্বামী অসমীয়া ভাষাত প্ৰথম মহিলা নাটক ৰচয়িত্ৰী। লৌকিক আৰু পৌৰাণিক আখ্যানৰ আধাৰত ১৯৩৮ চনত তেখেতে 'আদিকবি' আৰু 'চম্পাবতী' নামৰ দুখন নাটক লেখিছিল, আন এখন নাটক 'গাঁৱলৈ'।

—সম্পাদিকা।

# নিৰুপমা বৰুৱা

শ্ৰীমতী অবলা গোহাঁই



জন্ম ঃ ১৯২৯ চন

মৃত্যু ঃ ১৯৮৫ চন

মৃত্যু—জীৱনৰ এক গভীৰ সত্য। সৃষ্টিৰ আদিম পুৰাৰেপৰা মানৱৰ হৃদয় জোকাৰি অহা সেই সত্যৰ মুখামুখি হৈ মানুহে অনুভৱ কৰি আহিছে 'জন্ম হ'লেই মৃত্যু তাৰ কাষে কাষে আহে'। এই অৱধাৰিত সত্যটো অধিক তীব্ৰভাৱে উপলব্ধি হয়, অধিক কৰুণ হৈ ধৰা দিয়ে তেতিয়াহে যেতিয়া আমাৰ অতি আদৰৰ, চেনেহৰ, আমাৰ শ্ৰদ্ধাৰ আপোনজন আমাৰ মাজৰপৰা আকস্মিকভাৱে অকালতে হঠাতে কোনোবা অজান পুৰীলৈ আঁতৰি যায়। তেতিয়া সেই কৰুণ সত্যই আমাক মূক কৰি তোলে, আমাৰ ওঁঠ দুখনি ভাষাহীন কৰি তোলে, আমাৰ কণ্ঠ ৰুদ্ধ কৰি দিয়ে। আমি মাথোন একোটা দুঃস্বপ্নৰ দৰে, অসহায় ভাৱে সেই মৃতকৰ কৰুণ স্মৃতিৰ ভাৰবাহী হৈ থাকোহঁক। নিৰুপমা বৰুৱাৰ মৃত্যুও আমাৰ „বাবে ঠিক তেনে এক কৰুণতম ঘটনা। সদা প্ৰাণচঞ্চল, চিৰহাস্যময়ী নিৰুপমা হঠাৎ এদিন আমাৰ মাজৰপৰা এনেকৈয়ে আঁতৰি গ'ল।

১৯২৯ চনৰ জুন মাহৰ ৮ তাৰিখে শিৱসাগৰ জিলাৰ বেতবাৰীত নিৰুপমাৰ জন্ম হয়। নিৰুপমাৰ পিতৃৰ নাম ৺অধৰ কাকতি আৰু মাতৃৰ নাম ৺অন্নদা কাকতি। দেউতাকৰ কৰ্মস্থান মাৰ্ঘেৰিটাত স্কুলীয়া শিক্ষা আৰম্ভ কৰি তেওঁ সপ্তমমান শ্ৰেণীৰপৰা শিৱসাগৰৰ

ফুলেশ্বৰী ছোৱালী স্কুলত শিক্ষা গ্ৰহণ কৰে আৰু তাৰে পৰাই ১৯৪৬ চনত সুখ্যাতিৰে প্ৰথম বিভাগত মেট্ৰিক পৰীক্ষাত উত্তীৰ্ণ হয়। গুৱাহাটীৰ সন্দিকৈ ছোৱালী কলেজত কলেজীয়া শিক্ষা গ্ৰহণ কৰি ইন্টাৰমিডিয়েট পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পাছত যোৰহাটৰ খ্যাতনামা চাহ খেতিয়ক দেবীচৰণ বৰুৱাৰ পুত্ৰ দেৱপ্ৰসাদ বৰুৱাৰ লগত নিৰুপমা বিবাহপাশত আবদ্ধ হয়। বৈবাহিক জীৱনত প্ৰবেশ কৰাৰ পাছতো নিৰুপমাৰ শিক্ষা জীৱনত যতি পৰা নাছিল। ১৯৫০ চনত তেওঁ সুখ্যাতিৰে যোৰহাটৰ জগন্নাথ বৰুৱা কলেজৰ পৰা বি এ পৰীক্ষাত উত্তীৰ্ণ হয়।

স্কুলীয়া ছাত্ৰী অৱস্থাৰে পৰা নিৰুপমাৰ সাহিত্য চৰ্চাৰ প্ৰতি ৰাপ আছিল। স্কুলত পঢ়ি থকা কালতে লিখা 'দেও ৰজাৰ মৈদাম' নামৰ এটি প্ৰবন্ধ ৰচনা কৰি তেওঁ স্বৰ্গীয় বেণুধৰ শৰ্মাৰ পৰা শলাগনি লাভ কৰিছিল। সাহিত্যানুৰাগী দেউতাকৰ পৰা তেওঁ সততে সাহিত্যচৰ্চাত অনুপ্ৰেৰণা লাভ কৰিছিল। বিবাহৰ পাছত স্বামীৰ ঘৰখনত লাভ কৰা এক সাহিত্যিক পৰিবেশে নিৰুপমাক সাহিত্য চৰ্চাৰ প্ৰতি অনুপ্ৰাণিত কৰিছিল আৰু তাৰ ফলশ্ৰুতিতেই নিৰুপমাৰ কলমৰ পৰা নিগৰি ওলাইছিল বিবিধ সাহিত্য।

নিৰুপমা বৰুৱাৰ জীৱন দ্বিধাবিভক্ত—তেওঁ আছিল একাধাৰে সমাজসেৱিকা আৰু সাহিত্যিকা। সাহিত্যৰো বিশেষ এটি দিশতহে তেওঁৰ আগ্ৰহ অধিক আৰু সেই দিশটোৱেই হৈছে শিশু সাহিত্য। সমাজ সেৱিকাৰূপে সমাজৰ বিভিন্ন স্তৰত কাৰ্য্যনিৰ্বাহ কৰোতে তেওঁ সেই সেই সমাজৰ কণ কণ শিশুহঁতক বৰ ওচৰৰ পৰা পাইছিল। সেই শিশুবোৰৰ মানসিক উন্নয়নৰ বাবেই তেওঁ সিহঁতৰ বাবে লেখি উলিয়াইছিল বিবিধ কাহিনী। সেয়ে জনমানসত আজি নিৰুপমা বৰুৱা শিশু-সাহিত্যিক ৰূপেই অধিক পৰিচিতা। শিশু সাহিত্যৰ উদ্দেশ্য আৰু আদৰ্শ আগত ৰাখি ৰচনা কৰা তেওঁৰ 'সাধু সাধু সাধু, টিপ টিপ গুণ গুণ ভুক ভুক' দুই বান্দৰ বান্দৰীৰ বিদেশ যাত্ৰা, বিতোপন আৰু বাওনা, আমাৰে মইনা গুৰ এ, আদি পুথিসমূহ শিশুৰ বুদ্ধি-বৃত্তি আৰু ৰুচিৰ বিকাশত বিশেষ উপযোগী পুথি।

শিশু সাহিত্যৰ উপৰিও নিৰুপমাই ভালেমান প্ৰবন্ধ, চুটি গল্প, ৰেডিঅ' নাট আৰু কেবাখনো মঞ্চসফল একাংকিকা আৰু পূৰ্ণাংগ

নাটক ৰচনা কৰিছিল। 'পৌৰ সভাৰ সভাপতি', 'সজাৰ পখী', 'চেৰা বিহুৰ উপহাৰ', 'মহিলা নিবাস' আদি নাটক বিভিন্ন মঞ্চত সফলভাৱে মঞ্চস্থ হৈছিল। অনাতাঁৰ যোগে প্ৰচাৰিত হোৱা নাটক-সমূহ হ'ল—গ্ৰহ আৰু উপগ্ৰহ, বোমেৰুং, জগতৰ বিয়া, চেতনা, বিক্ৰমৰ স্বৰ্গপ্ৰাপ্তি, নতুন পুৰুষ, সংগম ইত্যাদি।

নিৰুপমা বৰুৱাই লেখা গল্পসমূহ হ'ল—পথ পৰিবৰ্তন, চাকনৈয়া সমবেদনা, এখন হাঁহি মুখ, দুটা ঘোপা চকু, দুৰ্গাপ্ৰসাদৰ ডায়েৰী, মই আৰু মোৰ ছাঁ, পৰিশোধ, বিধিৰ বিপাক, লাই ডিটেক্টৰ, ক্ষোভ অন্তৰালত ইত্যাদি।

প্ৰবন্ধ—মহৎ পুৰুষ মোৰ দেউতা, বনৰীয়া ফুল, ৰত্নগৰ্ভা, আইদেউ বাইদেউ, এজন মূক বধিৰ আদৰ্শ পুৰুষৰ স্মৰণত, তাইৰ বাবে ধৰণী নিমাত, বাণী পাঠকলৈ মনত পৰে।

তেখেতৰ অনুবাদ সাহিত্য—চামাৰ টাইম কনটেন্ট, এ ষ্ট'ৰি এবাউট টি, এই দুখন কিতাপ নেচনেল বুক ট্ৰাষ্টে প্ৰকাশ কৰিবলৈ লৈছে।

নিৰুপমা আছিল এগৰাকী সু-অভিনেত্ৰীও। কিছু বছৰৰ আগতে জিলা ভিত্তিত আয়োজিত এখনি একাংকিকা নাটক প্ৰতিযোগিতাত তেওঁ শ্ৰেষ্ঠা অভিনেত্ৰীৰ সন্মান লাভ কৰিবলৈ সমৰ্থ হৈছিল। নাটকৰ উপৰিও তেওঁ ভালেমান গল্প-প্ৰবন্ধ ইংৰাজীৰ পৰা অনুবাদ কৰিছিল। মৰণোত্তৰভাৱে প্ৰকাশ পোৱা তেওঁৰ একমাত্ৰ উপন্যাসখন আৰু বিদেশ ভ্ৰমণৰ কাহিনী 'অন্য দেশ অন্য মানুহ' গ্ৰন্থ দুখনিয়ে সাহিত্যৰ এই দুটি দিশতো তেওঁৰ দখলৰ স্বাক্ষৰ বহন কৰিছে।

মৃত্যুৰ আগমুহূৰ্তলৈকে সমাজ সেৱাৰ লগত জড়িত হৈ থকা নিৰুপমাই এই ক্ষেত্ৰত অনুপ্ৰেৰণা লাভ কৰিছিল প্ৰধানকৈ স্বামীৰ পৰা। নিৰুপমাৰ স্বামী স্বৰ্গীয় দেৱপ্ৰসাদ বৰুৱা আছিল সমাজবাদত বিশ্বাসী ব্যক্তি। বৰুৱাৰ বাসভৱনত সেয়ে এনে সমাজবাদী ভাৱাপন্ন ব্যক্তিৰ সঘন পদাৰ্পণ ঘটিছিল। সৰ্বভাৰতীয় খ্যাতিসম্পন্ন ভালে-কেইজন যশস্বী ব্যক্তিয়ে বিভিন্ন সময়তে তেখেতসকলৰ ঘৰত আতিথ্য গ্ৰহণ কৰিছিল। এনে দুজনমান উল্লেখযোগ্য ব্যক্তি হ'ল ডঃ দীন-দয়াল উপাধ্যায়, স্বামী ভৱানন্দজী, কবি সুভাষ মুখোপাধ্যায়, মধু লিমায়ে, পি, ভি, জি ৰাজু, ৰাণী গাইডালু ইত্যাদি। এই সকল স্বনাম-

ধন্য ব্যক্তিৰ সাহচৰ্য্যই নিৰুপমাক সমাজ সেৱাৰ ব্ৰতত ব্ৰতী হ'বলৈ নিশ্চয় অনুপ্ৰাণিত কৰিছিল। সাংসাৰিক জীৱনৰ মানা আলৈ-আহকালৰ মাজতো সময় উলিয়াই নিৰুপমাই সমাজ সেৱাৰ কামত আত্মনিয়োগ কৰিছিল। যোৰহাট নগৰৰ ভালেমান সামাজিক অনুষ্ঠান বিশেষকৈ মহিলা অনুষ্ঠানৰ লগত নিৰুপমা ওতঃপ্ৰোতভাৱে জড়িত হৈ আছিল। তেওঁ একেৰাহে কেবাবছৰো যোৰহাট জিলা মহিলা সমিতিৰ সাধাৰণ সম্পাদিকা আছিল। মৃত্যুৰ সময়লৈকে তেওঁ এই অনুষ্ঠানৰ উপসভানেত্ৰী আছিল। নগৰ আৰু নগৰৰ উপকণ্ঠৰ পিছপৰা আৰু অনুন্নত অঞ্চলত মহিলা অনুষ্ঠানৰ গঠনত নিৰুপমাই অগ্ৰণী ভূমিকা গ্ৰহণ কৰিছিল। যোৰহাট নগৰ মহিলা সমিতিৰো তেওঁ সভানেত্ৰী আছিল। যোৰহাটৰ অন্যতম মহিলা অনুষ্ঠান 'লখিমী সংঘ'ৰ লগত নিৰুপমাৰ নিবিড় সম্পৰ্ক আছিল। তেওঁৰ চেষ্টাতে সংঘৰ মুখপত্ৰ 'লখিমী' প্ৰকাশিত হৈছিল। তৰাজান মহিলা চ'ৰা, ৰং চ'ৰা, ধাপকটা মহিলা সমিতি, পুলিচৰ মহিলা সমিতি আদিতো তেওঁ সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। যোৰহাটৰ অন্ধ বিদ্যালয়খনিৰ স্থাপনৰ ক্ষেত্ৰতো নিৰুপমাই আগ ভাগ লৈছিল। এইবোৰৰ উপৰিও সাহিত্য-সংস্কৃতিৰ ভালেমান সৰু-বৰ অনুষ্ঠানৰ লগত মৃত্যুৰ আগলৈকে তেওঁ জড়িত হৈ আছিল।

অসমৰ প্ৰধান মহিলা সাহিত্যিক অনুষ্ঠান লেখিকা সমাৰোহ সমিতিৰ জন্মলগ্নৰ পৰা নিৰুপমাৰ সম্পৰ্ক আছিল ঘনিষ্ঠ। যোৰহাট লেখিকা সমাৰোহ সমিতিৰ তেওঁ আছিল প্ৰাণকেন্দ্ৰ স্বৰূপ। ১৯৮২ চনৰ পৰা সদৌ অসম লেখিকা সমাৰোহ সমিতিৰ তেওঁ কাৰ্য্যকৰী সভানেত্ৰী আছিল। তেওঁ যোৰহাট লেখিকা সমাৰোহ সমিতিৰ কেবাবছৰো সম্পাদিকা আৰু সভানেত্ৰীৰ দায়িত্ব কৃতকাৰ্য্যতাৰে পালন কৰিছিল।

নিৰুপমাৰ সদাহাস্যময়ী গুণটিয়ে তেওঁৰ কাষলৈ অহা সকলোকে সহজে আপোন কৰি লৈছিল। তেওঁৰ সংগ সকলোৰে বাবে আনন্দৰ। অমায়িক ব্যৱহাৰৰ দ্বাৰা তেওঁ সকলোৰে অন্তৰত ৰেখাপাত কৰিবলৈ সক্ষম হৈছিল। বহুমুখী প্ৰতিভাৰ অধিকাৰিণী নিৰুপমা তেওঁতকৈ কম বয়সৰ সকলৰ বাবে আছিল প্ৰেৰণাৰ প্ৰতীক।

১৯৮৫ চনৰ আগষ্ট মাহৰ ৫ তাৰিখ। এইটো দিনতে নিশা ১ বাজি কুৰি মিনিটত দুৰাৰোগ্য ৰোগত আক্ৰান্ত নিৰুপমাৰ ব্যস্ততাপূৰ্ণ

কৰ্মজীৱনৰ গতি হঠাৎ স্তব্ধ হৈ গ'ল। তেওঁক চিনি পোৱা, ভালপোৱা বহুতৰে বাবে পাছদিনা বাতৰি কাকতত প্ৰকাশিত মৃত্যুৰ বাতৰিটো আছিল অপ্ৰত্যাশিত। কাৰণ, মৃত্যুৰ কিছুদিন আগলৈকে তেওঁ যোৰহাট লেখিকা সমাৰোহ সমিতিৰ মুখপত্ৰ 'মণিহাৰ'ৰ সম্পাদনা কাৰ্য্যত ব্যস্ত হৈ আছিল। সেই চিৰহাস্যময়ী মানুহগৰাকী, অফুৰন্ত কৰ্মশক্তিৰ অধিকাৰিণী মানুহগৰাকী আজি আৰু আমাৰ মাজত নাই। কিন্তু তেওঁৰ আদৰ্শ আৰু সাহিত্য-কৃতিয়ে আমাক সদায় অনুপ্ৰেৰণা দান কৰি থাকিব।

নিৰুপমা বৰুৱাৰ আত্মাই চিৰশান্তি লাভ কৰক। ●●

# বাণী পাঠক

শ্ৰীমতী প্ৰণতি গোস্বামী

বাণী পাঠকে সাহিত্য চৰ্চা কৰিবলৈ লোৱাৰ সময়ত আমাৰ দেশত সাহিত্য সাধনাৰ ক্ষেত্ৰ বৰ বহল নাছিল। দুই এখন বাতৰি কাকত আৰু আলোচনীয়েই আছিল সাহিত্য সাধনাৰ পথাৰ। কোনো কোনোৱে ব্যক্তিগত প্ৰচেষ্টাৰে দুই এখন কিতাপ প্ৰকাশ কৰিছিল। কিতাপ ছপাবলৈ আগবাঢ়ি অহা প্ৰকাশকৰ সংখ্যা তেতিয়া কিয় এতিয়াও নিচেই নগণ্য। তাতে আমাৰ মহিলাসকলে সাংসাৰিক জঞ্জালবোৰ সামৰিহে সাহিত্য চৰ্চা কৰিবলৈ সময় উলিয়াই লৈছিল। সেয়েহে তেওঁলোকৰ ক্ষেত্ৰত যথেষ্ট অসুবিধা আৰু কষ্টও আছিল।

জন্ম ঃ ১৯৩০ চন
মৃত্যু ঃ ১৯৭৬ চন

সুলেখিকা বাণী পাঠকৰ বিষয়ে লেখিবলৈ লৈ ভাবিছো—যে তেখেতক ইতিমধ্যে বহুতে পাহৰিয়েই পেলাইছে। এই গৰাকী সাহিত্যসেবীৰ অকালতে মৃত্যু নোহোৱা হ'লে অসমীয়া সাহিত্যত মহিলা সাহিত্যিকৰ আসন এখনত তেখেত গজগজীয়া হৈ বহিব পাৰিলেহেঁতেন। কাৰণ সাহিত্য জগতত প্ৰতিষ্ঠা লাভ কৰাৰ বাটটো এটা দীঘলীয়া পৰিক্ৰমা। বাণী পাঠকে এই যাত্ৰাত বাট বুলিছিলেহে মাথোন।

১৯৩০ চনৰ ১৫ মাৰ্চত, যোৰহাটৰ তৰাজানৰ সোণাৰি গাঁৱত বাণী পাঠক (বৰদলৈ) ৰ জন্ম হৈছিল। পিতৃৰ নাম আছিল ৺পূৰ্ণানন্দ বৰদলৈ আৰু মাতৃ আছিল ৺মাণিকী বৰদলৈ।

বাণী পাঠকৰ শিক্ষা জীৱন আৰম্ভ হয় যোৰহাটৰ দেৱীচৰণ বৰুৱা ছাত্ৰী এল, পি স্কুলত। যোৰহাট ছোৱালী হাইস্কুল (বৰ্তমান উচ্চ মাধ্যমিক চৰকাৰী কন্যা বিদ্যালয়) ৰ পৰা ১৯৪৫ চনত প্ৰথম বিভাগত তেখেতে মেট্ৰিক পাছ কৰে। ইয়াৰ পিছত শ্বিলঙৰ লেডি কিন কলেজৰ পৰা আই এ পাছ কৰি গুৱাহাটীৰ সন্দিকৈ ছোৱালী কলেজত কিছুদিন পঢ়ে। তাৰপৰা আহি ১৯৪৯ চনত যোৰহাটৰ জে বি কলেজৰ পৰা বি এ পাছ কৰে। ১৯৫০ চনত গুৱাহাটী বিশ্ববিদ্যালয়ত ভৰ্তি হৈ ১৯৫২ চনত দ্বিতীয় শ্ৰেণী পাই দৰ্শনত এম এ পাছ কৰে।

বাণী পাঠকে দৰ্শনত এম এ পাছ কৰি অহাৰ সময়ত অসমত বেছি উচ্চ শিক্ষিতা মহিলা নাছিল বুলিলেও মিছা কোৱা নহয়। তেখেতে কৰ্মজীৱন আৰম্ভ কৰে যোৰহাটৰ ওচৰৰ কেন্দুগুৰিত নতুনকৈ স্থাপিত হোৱা সৰোজিনী দেবী উচ্চ বালিকা বিদ্যালয়ত। তেখেতে তাত প্ৰধান শিক্ষয়িত্ৰী হিচাপে নিযুক্তি পায়। ১৯৫৩ চনৰ পৰা ১৯৫৫ চনলৈকে সেই দায়িত্ব পালন কৰি তেখেতে যোৰহাট দেৱীচৰণ বৰুৱা কন্যা মহাবিদ্যালয়ত দৰ্শনৰ অধ্যাপিকাৰ পদত নিযুক্তি পায়।

যোৰহাটৰ এটা সংস্কৃতিবান পৰিয়ালত জন্ম গ্ৰহণ কৰা বাণী পাঠকে সৰুৰে পৰা সুন্দৰৰ আৰাধনা কৰাৰ অনুকূল পৰিবেশ পাই-ছিল। নিজে এগৰাকী সুগায়িকা হোৱাৰ উপৰিও তেখেতে গীত লেখিছিল আৰু সুৰ দিছিল। তেখেতৰ ৰচিত গীতবোৰ বিভিন্ন সঙ্গীতানুষ্ঠানত গোৱাৰ উপৰিও আকাশবাণীযোগে প্ৰচাৰ হৈছিল। সেইবোৰ আৰু বিভিন্ন সংবাদপত্ৰত সিঁচৰিত হৈ থকা গীতবোৰ থুপাই "পূৰবী" নাম দি কিতাপ আকাৰে প্ৰকাশ কৰিছিল। বাণী পাঠকৰ আন এখন প্ৰকাশিত গীতৰ কিতাপ "সুৰভি"। শিশুসকলৰ বাবে ৰচনা কৰা তেখেতৰ আন এখন পুথিৰ নাম "বেজবৰুৱাৰ বতৰা"। ইয়াৰ বাহিৰেও তেখেতে বিভিন্ন প্ৰৱন্ধপাতি আৰু কলেজৰ ছাত্ৰৰ বাবে পাঠ্যপুথি ৰচনা কৰিছিল।

১৯৫৫ চনত, জে বি কলেজৰ প্ৰবক্তা শ্ৰীপ্ৰাণেশ্বৰ পাঠকৰ লগত তেখেতৰ বিৱাহ হয়। বিবাহৰ পিছত চাকৰি, সাংসাৰিক দায়িত্ব, সন্তান পালন আৰু সাহিত্য চৰ্চা—এই কেউটা দিশত সমতা ৰাখি চলিব পৰাটো আছিল বাণী পাঠকৰ কৃতিত্ব।

সৰোজিনী উচ্চ বালিকা বিদ্যালয়ত প্ৰধান শিক্ষয়িত্ৰী ৰূপে বাণী পাঠকৰ দক্ষতাৰ কথা তেখেতৰ সহকৰ্মী আৰু সেইকালৰ ছাত্ৰীসকলে আজিও শ্ৰদ্ধাৰে সোঁৱৰে। সেই সময়ত কেন্দুগুৰি অঞ্চলে আজিৰ দৰে নগৰীয়া ৰূপ লোৱা নাছিল। বেছিভাগ ছোৱালীয়েই পথাৰত ভুঁই ৰুই, ধান দাই স্কুললৈ আহিবলগীয়া হৈছিল। বাণী পাঠকে তেওঁৰ ছাত্ৰীসকলৰ পঢ়া-শুনাৰ যত্ন লোৱাৰ লগতে, স্বাস্থ্য, পিন্ধা-উৰা, খোজ-কাটল, ব্যৱহাৰ আদি সকলোতে চকু দিছিল। প্ৰধান শিক্ষয়িত্ৰী হিচাপে এফালে যেনেকৈ মৰমিয়াল আছিল স্কুলৰ প্ৰশাসনো সেইদৰে সুন্দৰভাৱে চলাইছিল। অধ্যয়নশীলা এই মহিলাগৰাকী অতি সদালাপী আছিল। সদায় হাস্যমুখ আৰু অমায়িক ব্যৱহাৰেৰে তেখেতে সকলোকে মুগ্ধ কৰি ৰাখিব পাৰিছিল। বিদ্যালয়ত পাঠ আৰম্ভ হোৱাৰ আগতে তেখেতে ছাত্ৰীসকলক গাবলৈ শিকোৱা 'ত্বমাদি দেৱঃ পুৰুষঃ প্ৰধান"—গীতটি এতিয়া, ইমান বছৰৰ পিছতো প্ৰাৰ্থনা হিচাপে সেই স্কুলত গাই থকা হৈছে। সংগীত থিয়েটাৰ আদিত বিশেষ ৰাপ থকাৰ উপৰিও বাণী পাঠকে তৰ্ক প্ৰতিযোগিতাত যোগ দি আনন্দ পাইছিল আৰু ছাত্ৰীসকলকো উৎসাহিত কৰিছিল।

বাণী পাঠকে দেৱীচৰণ বৰুৱা কন্যা মহাবিদ্যালয়ত যোগ দিয়াৰ বছৰতহে মহাবিদ্যালয়খন প্ৰতিষ্ঠা হৈছিল। অৰ্থাৎ বাণী পাঠকে দুয়োখন শিক্ষানুষ্ঠানতে জন্মলগ্নৰে পৰা সেৱা আগবঢ়াইছিল। এই শিক্ষানুষ্ঠান দুখনেও যোৰহাট তথা উজনি অসমতে নাৰী শিক্ষাৰ ক্ষেত্ৰত অগ্ৰণী ভূমিকা লৈ আহিছে বুলি ক'ব পাৰি। পিছত বাণী পাঠক দেৱীচৰণ কন্যা মহাবিদ্যালয়ত দৰ্শন বিভাগৰ মুৰব্বী অধ্যাপিকা হয় আৰু মৃত্যুৰ আগলৈকে সেই পদত নিষ্ঠাৰে কাম কৰে।

বাণী পাঠকৰ গীত আৰু কবিতাত অসমৰ বিনন্দীয়া প্ৰকৃতিৰ ৰূপ মূৰ্ত হৈ উঠাৰ লগতে ভাৰতীয় আধ্যাত্মিক চেতনাৰ মূল সুৰটো কেতিয়াবা ক্ষীণভাৱে আৰু কেতিয়াবা প্ৰচ্ছন্নভাৱে ফুটি উঠিছে। তেখেতে "বেজবৰুৱাৰ বতৰা" নামৰ শিশু উপযোগী জীৱনী পুথিৰ

বাবে বেজবৰুৱা শতবাৰ্ষিকীত সাহিত্য সভাৰ পুৰস্কাৰ লাভ কৰে। এই কিতাপখনত বেজবৰুৱাৰ জন্মৰপৰা মৃত্যুলৈকে বিভিন্ন সৰু-বৰ ঘটনাবোৰ তেখেতে অতি ৰসাল ভাষাৰে বৰ্ণনা কৰিছে।

বাণী পাঠক মাত্ৰ এমাহমানহে শয্যাগত হৈ আছিল। ১৯৭৬ চনৰ ২১ এপ্ৰিলৰ দিনা যোৰহাটৰ নিজা বাসভৱনত স্বামী আৰু তিনিটা পুত্ৰক এৰি তেখেত স্বৰ্গগামী হয়।

এই লেখিকাগৰাকীৰ মৃত্যু হোৱা মাত্ৰ এঘাৰ বছৰহে হৈছে। কিন্তু তেখেতৰ এই জীৱনী প্ৰস্তুত কৰিবৰ বাবে সমল গোটাবলৈ গৈ অভিজ্ঞতা হ'ল যে বাণী পাঠক ইতিমধ্যে হেৰাই যোৱাৰ পথত। সেয়েহে ক'ব পাৰি যে লেখিকা সমাৰোহ সমিতিয়ে উপযুক্ত সময়তেই লেখিকাসকলৰ জীৱনী প্ৰকাশৰ কাম হাতত লৈছে।

সাহিত্যিকসকল মৰিও জীয়াই থাকে তেওঁলোকৰ ৰচনাৰ মাজেদি। পৃথিবীৰ লগতে আমাৰ নাৰী সমাজলৈও আজি আহিছে সেই আহ্বান। এইয়া নিজে জীয়াই থকাৰ অৰ্থাৎ মুক্তিৰ আহ্বান।

আজি আমাৰ লেখিকাসকলৰ মৌলিক চিন্তাৰ প্ৰয়োজন হৈছে। এই কথা চিৰসত্য যে নাৰীয়ে পুৰুষতকৈ বহুত বেছি দুঃখ-কষ্ট, হাঁহি-আনন্দৰ অভিজ্ঞতা লাভ কৰে। সেয়েহে হাতত কলম তুলি লোৱা মহিলা সকলৰ সন্মুখত আছে মহান দায়িত্ব। এই দায়িত্ব বুজি উঠাৰ আগতেই অকালতে বাণী পাঠকৰ মৃত্যু হ'ল। তথাপিও অসমীয়া সাহিত্যত মহিলাৰ অৱদানৰ কথা ক'বলৈ যাওঁতে বাণী পাঠকৰ কথা ক'বই লাগিব। ●●